# ইরঞ্জীয়ে কথা কয়

লীলা নাগ

# বুৰঞ্জীয়ে কথা কয়

প্ৰথম ভাগ

ডঃ লীলা গগৈ
সঞ্চালক,
বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ
আৰু
প্ৰাক্তন-অধ্যাপক, অসমীয়া বিভাগ
ডিব্ৰুগড় বিশ্ববিদ্যালয়

ষ্টুডেন্টচ এম্প'ৰিয়াম
ডিব্ৰুগড়

*BURANJIYE KATHA KOY*, the Buranji tells the story, written by Dr. Lila Gogoi, Director, Department of Historical and Antiquarian Studies in Assam and Ex-Professor, Department of Assamese, Dibrugarh University, Dibrugarh, Assam, Published by Shri Mrinalkanti Bhattacharyya, M/S Students' Emporium, New Market, Dibrugath, 1st Edition, 1991, Price Rs 45 00 only

প্ৰকাশক
মৃণালকান্তি ভট্টাচাৰ্য
ষ্টুডেণ্টছ্ এম্প'ৰিয়াম্
ডিব্ৰুগড়-৭৮৬০০১

প্ৰথম প্ৰকাশ
ডিচেম্বৰ, ১৯৯১

পৰিবেশক
শান্তি প্ৰকাশন
কলেজ হোষ্টেল ৰোড
গুৱাহাটী-৭৮১০০১

মুদ্ৰাকৰ
শ্যামাচৰণ মুখোপাধ্যায়
কৰুণা প্ৰিণ্টাৰ্ছ
১৩৮, বিধান সৰণী
কলিকতা-৭০০০০৪

বেচ : ৪৫·০০ টকা

## উচৰ্গা

যিসকল লেখকে বুৰঞ্জী-চৰ্চাৰ বাট কাটি সময় বালিত খোজ থৈ গল, সেইসকলৰ পবিত্ৰ স্মৃতিত আমাৰ এই ক্ষুদ্ৰ পুথিখনি আন্তৰিক শ্ৰদ্ধাৰে উচৰ্গা কৰিলোঁ।

লীলা গগৈ

## লেখকৰ একাষাৰ

'বুৰঞ্জীয়ে কথা কয়' এই পুথিখন লিখিছিলোঁ প্ৰায় ছবছৰৰ আগতে। পোনতে নাম দিছিলোঁ 'পাটকাইৰ বাট-কাটি'। সেই নামেৰেই আলোচনীতো ছপা হৈছিল। বুৰঞ্জীৰ বস্তুত যে কেৱল ৰজাঘৰৰ কথাই নাই, অন্যান্য কথাও আছে, তাৰেই কিছুমান ইয়াত সন্নিবিষ্ট কৰি নাম দিলোঁ, 'বুৰঞ্জীয়ে কথা কয়।' গোটেই আহোম যুগটো সামৰি পুথিখন ৰচনা কৰিবলৈ আঁচনি কৰিছিলোঁ। এনেতে এটা ঘটনা ঘটিল। অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্বাহকৰ এখন সভা অনুষ্ঠিত হৈছিল বিলাসীপাৰাত। আমাৰ শিবিৰ পাতিছিল কোনোবা এজন জমিদাৰৰ এটা পৰিত্যক্ত হাউলীত। ৰাতি দুই কি তিনিমান বজাত মই-বাহিৰলৈ ওলাই গৈছিলোঁ। দুটা ডাঙৰ ডাঙৰ বগা ফেঁচা উৰি আহি উপৰ্য্যুপৰি মোৰ মূৰত থপিয়াবলৈ ধৰিলে। মইহতভম্ব হলোঁ। কিন্তু চোতালতে থিয় হৈ ৰৈ থাকিলোঁ। সিহঁতে মাজে মাজে একোটা বিকট চিঞৰ মাৰি আক্ৰমণ চলাই থাকিল। খন্তেক পিছত সিহঁতৰ আক্ৰমণ কান্ত নহা দেখি মোক যেন গালি পাৰি সিহঁতৰ থকা ঠাইলৈ গুচি গল। ফেঁচাৰ আক্ৰমণত জৰ্জৰিত হোৱাৰ কথা জনাজনি হোৱাত কোনোবাই কলে, 'বগা ফেঁচা, ভালৰ লক্ষণ', কোনোবাই কলে, 'সি যি কি নহওক, ফেঁচাই খেদাটো ভাল নহয়'। আগবেলা কাৰ্য্যনিৰ্বাহকৰ সভা কৰি গুচি আহিলোঁ। ৰাতিটো গুৱাহাটীত থাকি পাছদিনা ডিব্ৰুগড় পালোঁহি। সেইদিনাৰ পৰাই অসুখ আৰম্ভ হ'ল। আগতে নিয়মীয়াকৈ নিতৌ ৰাতিপুৱা অন্ততঃ এক পৃষ্ঠাকৈ লিখিছিলোঁ। সেইদিনাৰে পৰা লিখা বন্ধ হ'ল। আঁচনিখন আধৰুৱা হৈ ৰৈ গ'ল। দিনচেৰেকৰ পিছত গোটেই পৰিবেশটোৱেই সলনি হৈ গ'ল। পুথিখন লিখা নহ'ল আৰু। যিখিনি লিখা হ'ল তাকেই প্ৰথম ভাগ কৰি প্ৰকাশ কৰিবলৈ দিহা কৰিলোঁ। বিষয়টো বুৰঞ্জী, ৰীতিটো কথাৰ। কথা হলেও বুৰঞ্জীক তথ্যৰ পৰা পিছলিবলৈ দিয়া নাই। বুৰঞ্জীপ্ৰিয় পাঠকে পুথিখনি পঢ়ি আনন্দ পালেই আমাৰ শ্ৰম সাৰ্থক হব। বিখ্যাত গ্ৰন্থ কলহনৰ 'ৰাজতৰঙ্গিনী'ত উল্লেখ আছে, ইতিহাসৰ লেখকসকলৰ আদৰ্শ কেনে হোৱা উচিত—

"শ্লাঘ্যঃ স এব গুণবান ৰাগদ্বেষ বহিষ্কৃতা।
ভূতাৰ্থ কথনে যস্য স্থেয়স্যেৱ সৰস্বতী॥"—

সেই গুণবানেই শ্লাঘ্য যাৰ বাণী (সৰস্বতী) ভূতাৰ্থ কথনত স্থেয় অৰ্থাৎ বিচাৰকৰ দৰে ৰাগদ্বেষ বৰ্জিত। এই আদৰ্শ কি পৰিমাণে ৰক্ষা কৰিব পাৰিছোঁ, পাঠকসকলৰ বিচাৰ্য্য।

পুথিখনিৰ প্ৰকাশক ডিব্ৰুগড়ৰ ষ্টুডেণ্টছ্ এম্পৰিয়ামৰ স্বত্বাধিকাৰী

শ্ৰীমৃণালকান্তি ভট্টাচাৰ্য্যৰ শলাগ লওঁ। পুথিখন লেখিবৰ সময়ত বহুতো প্ৰসঙ্গ-পুথিৰ প্ৰয়োজন হৈছিল। এইবোৰৰ যোগান ধৰিছিল মোৰ পৰিবাৰ আৰু জীয়াৰী দুটিয়ে। পৰিবাৰ শ্ৰীমতী চন্দ্ৰপ্ৰভা গগৈ আৰু জীয়াৰী শ্ৰীমতী ৰুবি গগৈ আৰু শ্ৰীমতী লনি গগৈৰ শলাগ লওঁ। তদুপৰি এই পুথিখন ছপা হৈ ওলাবলৈ লোৱাত, কেতিয়া ওলাব তাৰ খবৰ বাতৰি লৈ যিসকলে উৎসাহিত কৰিছিল আৰু দুই-এটা কথালৈ আঙুলিয়াই দিছিল, সদৌটিলৈকে আন্তৰিক কৃতজ্ঞতা জনালোঁ। আজিকালি পুথি লেখাটো সহজ হলেও, প্ৰকাশ কৰি বজাৰত উলিয়াই দি বিক্ৰী কৰাটো টান। পাঠকসকলৰ আন্তৰিক সহযোগিতাই আমাৰ মূলধন।

'সুৰাজমণি'
মিলননগৰ, ডিব্ৰুগড়
২৫ নৱেম্বৰ, ১৯৯১

লীলা গগৈ

## এক

এজন ৰাজকোঁৱৰ। সুন্দৰ, সুঠাম দেহ। মোহনীয় ব্যক্তিত্ব। আশাৰে উদ্দীপ্ত এহাল উজ্জ্বল চকু, চকুত তৰাৰ তিৰবিৰণি। সাহেৰে বন্ধোৱা এখন বহল বুকু বুকুত অদম্য প্ৰেৰণা। নতুন উদিত সূৰ্য্যৰ প্ৰথম পৰশে পৃথিৱী স্পৰ্শ কৰাৰ লগে লগে শেষ সিদ্ধান্ত উপনীত হ'ল—পিতৃপুৰুষৰ ৰাজ্য মুং-ৰান, সূৰ্য্য উঠা দেশৰ পিনে চাই চাই এটা আদৰ্শ বিচাৰি পালে—সূৰ্য্য যাৰ অনিৰুদ্ধ গতি। বিজয়ৰ বিপুল বাসনা বুকুত বান্ধি লৈ উজাগৰী নিশা কটাই ৰাজকোঁৱৰ সাজু হ'ল—দৃঢ় পদক্ষেপেৰে আগ বাঢ়িবলৈ।

এনায়েকে কৈছিল, "একে চোঙত দুটা বাঘ নেথাকে, একে শালত দুটা হাতী নেথাকে, একে পাটত দুটা ৰজা নেথাকে।" এনায়েকৰ বয়সে গৰকা উপদেশে ৰাজকোঁৱৰক অসীম দৃঢ়তাৰে বান্ধি আগবঢ়াই দিলে। মাও-লুং ৰাজ্যত উনৈশ বছৰ কটাই চফল ডেকা হোৱা চুকাফাই মুংমিত্ কুপ্‌ক্লিং ডাউ ৰাজ্যত ওঠৰ বছৰ ৰাজত্ব কৰিছিল। কিন্তু চুখ্যানফা মুং-মাও ৰাজ্যৰ ৰাজপাটত উঠাৰ লগে লগে চুকাফা ওলাল নতুন ৰাজ্য বিচাৰি।

ইৰাবতী-চালুইন উপত্যকাৰ চিৰ সেউজীয়া বুপটোৰ বুকুত শুই আছিল অজস্ৰ মণি-মুকুতা, চেকুৰা সোণ আৰু সাৰুৱা মাটি।

জন্ম আৰু মৃত্যু যাৰ পৰিসীমা, সেই মানুহে দহোটা বিষয়ৰ হাত সাৰিব নোৱাৰে—জয়-পৰাজয়, লাভ-লোকচান, নিন্দা-প্ৰশংসা, সুখ-দুখ, হৰ্ষ-বিষাদ। ওঠৰ বছৰ দক্ষতাৰে ৰাজত্ব কৰা জনপ্ৰিয় চুকাফাই যেতিয়া মুং-মাও ৰাজ্যৰ সাৰ্বভৌমত্ব মানি ল'বলগীয়া হ'ল, তেতিয়া চুকাফাৰ মন বিক্ষোভ, বিতৃষ্ণা আৰু বিষাদেৰে ভৰি পৰিল। তাতে আৰু দুখৰ কথা হ'ল, তেওঁ আৰু কাহানিও পিতৃভূমি মুং-মাও ৰাজ্যৰ ৰজা হ'ব নোৱাৰে।

চুকাফাৰ সন্মুখত দুটা প্ৰশ্ন—ক্ষমতাৰ বাবে প্ৰতিদ্বন্দ্বিতা, পৰিণতি আত্মকলহ, বহুল বিশ্বৰ বুকুলৈ দৃঢ় পদক্ষেপ, অজ্ঞাত, অদৃষ্ট যাৰ পৰিণতি। মুং-কং, মুং-মাও যাক বুলিছিল উদয়-গিৰিৰ ৰাজ্য, আৰু য'ত আছিল চুকাফাৰ অবিৰত দৃষ্টি, তাক বিদায় দি এক নতুন পথৰ সন্ধানত ওলাবলৈ তেওঁ সাজু হ'ল। উদিত সূৰ্য্যৰ অনিৰুদ্ধ গতি হ'ল চুকাফাৰ নিশ্চিত আদৰ্শ। সূৰ্য্যৰ গতি পশ্চিমলৈ। চুকাফায়ো নদ-নদী পাৰ হৈ, পৰ্বত বগাই, হাবি-বন ভাঙি, দীঘলীয়া পথ অতিক্ৰম কৰি ভাগ্য-পৰীক্ষা কৰিবলৈ পশ্চিম দিশলৈকে যাবলৈ সাজু হ'ল। পিতৃ-ৰাজ্য, মাতৃভূমি এৰি অনাগত ভৱিষ্যতৰ বুকুলৈ আগবঢ়াই দিলে মনৰ সাঁচতীয়া দৃঢ়তা, আশা আৰু কল্পনা।

মন বহুত আগবাঢ়ি গ'ল। দুৰ্বাৰ যাৰ গতি।

চুকাফাই বাছি ল'লে এহেজাৰ কাজুৱা সৈন্য, তাকে চাই চাউল-সমলীয়া, লগুৱা-লিক্‌চৌ, বন্দুক-বৰতোপ, খাৰ-বাৰুদ, দা-তৰোৱাল, দঁতাল-মাখুন্দী এহাল হাতী, মাউত ফংপিম্‌, ঘোঁৰা আৰু ডা-ডাঙৰীয়া। অনেক প্ৰজা আগবাঢ়ি ওলাল। জনপ্ৰিয় ৰজা, অনুগত প্ৰজা। স্বৰ্গদেও ঈশ্বৰ। চাওফা চুকাফা।

এনায়েকে টোপোলা-ভাতৰ লগত দিলে চোমদেও নামেৰে এক বহুমূলীয়া মণি, এটি ৰাজ-অলঙ্কাৰ আৰু দুখন তিৰুতিৰাই থকা শাণিত হেংদান। চোমদেও যাৰ লগত থাকে তাৰ "ৰাজ্য-সম্পত্তি নুগুচে, ঐশ্বৰ্য্য নুগুচে, শত্ৰুক জিনিব পাৰে।"

পিতৃহাৰা চুকাফা এদিন মাতৃহাৰা হৈছিল। মনৰ উচ্চাভিলাষ পৰ্বতীয়া জুৰিৰ দৰে আগবাঢ়ি আহি থমকি ৰৈ গৈছিল। ডেকা হৈ পিতৃৰাজ্যৰ শাসন-ভাৰ হাতত লৈছিল কিন্তু এদিন নৰা ৰজাৰ অধীন হ'বলগীয়া হোৱাত চুকাফাই বহল পৃথিৱীৰ বুকুত আত্ম-প্ৰতিষ্ঠিত হ'বলৈ সঙ্কল্পবদ্ধ হৈছিল। সিদ্ধান্তৰ আগমুহূৰ্তত সৃষ্টি হৈছিল মানসিক সংঘাত, দোমোজা। নিজৰ দেশত আত্ম-কলহ এৰাই ভটীয়াই যাবলৈকে থিৰাং কৰিছিল।

এদিন নৰা ৰজা চুখ্ৰান্‌ফাই বুজ পাইছিল—চুকাফাৰ গোপন মনৰ বাৰ্তাৰ। সাহসী, আত্মাভিমানী, উচ্চাকাঙ্ক্ষী চুকাফাৰ

এই সিদ্ধান্তক আদৰণি জনাইছিল—'একে চোঙত দুটা বাঘ নেথাকে'।

স্বৰ্গৰাজ্যৰ ৰজা লেংডন। লেংডনৰ পুত্ৰ থেন্‌খাম। থেন্‌খামৰ পুত্ৰ খুন্‌লুং-খুন্‌লাই। খুন্‌লুঙৰ বংশতে জন্মগ্ৰহণ কৰিছিল চুকাফাই। এই বংশৰে খুন্-লা নামেৰে এজন ৰাজকোঁৱৰে শ্ৰীলুইত পাৰ হৈ আহি মুং-ক্লা অৰ্থাৎ কলিতা ৰজাৰ দেশ জয় কৰিছিল। আন এজন বীৰ চাম্‌-লুং-ফাই মণিপুৰোদি সোমাই কামৰূপ কমতা, ত্ৰিপুৰা জয় কৰি মৰাণ, বৰাহী, নগা, কছাৰী এইসকলক কৰতলীয়া কৰিছিল। বুৰঞ্জীৰ শিক্ষা পোৱা ৰাজকোঁৱৰে এই কথা জানিছিল ডয়-কাও-বং পৰ্বতৰ সিপাৰে এখন সোণ-মাটিৰ দেশ আছে, য'ত সোণগুটি গজে। কিন্তু সাধুকথাৰ দেশৰ দৰে সেই মহিমাময়ী দেশখন পাবলৈ অতিক্ৰম কৰিব লাগিব—অসংখ্য নদ-নদী, পৰ্বত-প্ৰান্তৰ, গিৰি-গুহা। বাটৰ বিপদ দূৰ কৰিবলৈ আশীৰ্বাদ বিচাৰিলে পূৰ্ব-পুৰুষৰ। মহামৃতকৰ। পূৰ্ব-পুৰুষবিশ্বাসী ৰাজকোঁৱৰে খুনলুং-খুন্‌লাইৰ আদৰ্শ লৈ আগবাঢ়িল। টাইসকলে ফি-দাম দেৱতাক পূজে ঘৰৰ নিৰ্দিষ্ট চুকত, ফ'কামৰ খুটাৰ গুৰিত। মৃতকে ভাল পোৱা সকলো বস্তু ৰান্ধি-বাঢ়ি বান-মাইহাঙত সজাই-পৰাই যথাস্থানত দি স্তুতি-প্ৰাৰ্থনা কৰে, উদ্দেশ্য জনায় আৰু সেৱা কৰে। পিছত দ্ৰব্য-সম্ভাৰখিনি সেৱাৰ বস্তু বুলি ভগাই-বটাই খায়। মহামৃতক তুষ্ট হয়। বিপদ-বিঘিনিৰপৰা ৰক্ষা ক'ৰ কৰ্তব্য-পথ নিৰ্দেশ কৰে। স্বৰ্গৰাজ্যৰপৰা নামি আহি মুং-ৰি-মুং-ৰামত ৰাজ্য পাতিছিল পূৰ্বপুৰুষ খুন্‌লুং-খুন্‌লায়ে। সেই বংশতে জন্ম গ্ৰহণ কৰিছিল মহাপ্ৰতাপী আই-জ্যেপ-তেত্‌ ফাই। তেওঁৰ নামতে প্ৰতিষ্ঠা কৰিছিল আইজেপী লাকুলি। ষাঠি বছৰে চক্ৰ পূৰ্ণ হয়। এই বংশৰ উপৰি ন-পুৰুষ দেৱতাক পূজা কৰি প্ৰাৰ্থনা জনালে, যেন মনোবাঞ্ছা পূৰ্ণ হয়।

চুকাফাৰ মনত পৰিল, সৰুতে মহুং পণ্ডিতে শিকাইছিল; স্বৰ্গৰাজ লেংডনে দুই নাতিয়েক খুন্‌লুং-খুন্‌লাইক দেশ জয় কৰিবলৈ পঠাইছিল। সেয়া ৪৯০ শকৰ আঘোণ মাহ। লেংডনে

চোমদেওক দি কৈছিল, 'এই দেৱতাক গোপনে ৰাখিব, চ'তৰ সংক্ৰান্তিৰ দিনা আৰু মাঘ মাহত উলিয়াই গাখীৰত গাঁঠিয়ন দি ধুৱাই পূজা কৰিবি, পূজাৰ সময়ত শুকুলা কাপোৰ পিন্ধিব। চোমদেওক ধুওৱা পানী গাত চটিয়াব, এধানমান খাব। মনত ৰাখিবি আনে স্পৰ্শ কৰিলেই দেশত বিভ্ৰাট ঘটিব, সিংহাসন থৰক-বৰক হ'ব।' এখন সুণীয়া হেংদান দি কৈছিল বোলে, 'ইযাক সিংহাসনৰ আওজা খুটাত বান্ধি থবি। কোনোবাই দ্ৰোহ কৰিলে, তাক ধৰি আনি হেংদানত সেৱা কৰাবি হেংদান যদি সক্ৰিয় হৈ দ্ৰোহীৰ ফালে ধাৰ হয়, তাক কাটিবি, অযথা কটা-মৰা নকৰিবি।'* ডাঙৰ আৰু সৰু দুটা ঢাক-ঢোল দি কৈছিল, 'শত্ৰু দেখিলে ইয়াক বজাবি, শত্ৰু নাশ হ'ব। এই ঢাক বজালে অনা-বৃষ্টিত শীতল বৰষুণ হ'ব, অতিবৃষ্টিত বৰষুণ নিয়মীযা হ'ব। ৰজা ৰাজপাটত বহিবৰ সময়তো যথা নিয়মে ঢাক-ঢোল বজাবি, ৰজাৰ ৰাজশক্তি বৃদ্ধি পাব।' দুজোৰ কাইচেঙমুঙ অৰ্থাৎ দেও-কুকুৰা দি ক'লে, 'কুকুৰাৰ ঠেঙেৰে মঙল চাবি, সেই মঙলৰ মতে চলিবি, পাখি মূৰত পিন্ধিবি, ৰাজশক্তি বাঢ়িব। মূৰটো আৰু ডোকা দুখন খাবি, বুদ্ধি-বৃত্তি বাঢ়ি ৰাজচক্ৰৱৰ্ত্তী হ'ব পাৰিবি।' যাত্ৰাৰ আগমুহূৰ্ত্তত চুকাফাই পু-লান্-চি, পু-চন্-লান্‌বোৰ অতি সতৰ্কতাৰে স্মৰণ কৰিলে। এয়ে লাইশাস্ত্ৰ বা ঘাইশাস্ত্ৰ। অতীত ঘটনাৰ শিক্ষা আৰু অভিজ্ঞতাৰে ভবিষ্যতৰ পথ-নিৰ্দ্ধাৰণ কৰে। সেই পু লান্-চি লিখিবলৈ ৰজাই মুহং পণ্ডিতৰ লগত দিছিল চিৰিংসকলক। পু-লান্-চি তথা বুৰঞ্জী লিখিবলৈ, বুৰঞ্জীৰ শিক্ষা দিবলৈ চুকাফাই বাছি ল'লে লাউত চিৰিঙক। লগত ল'লে এটোপোলা পুৰণি বুৰঞ্জী। জ্ঞানৰ সংফুৰা এই টোপোলাটো, শিক্ষাৰ মাধ্যম এই বুৰঞ্জীবোৰ।

আঘোণ মাহ। টাই ধাৰণামতে বছৰৰ প্ৰথম মাহ। শুভ মাহ। সকলো শুভকৰ্মৰ বাবে শুভ সময়। এখন অচিনাকি দেশলৈ যাব, এখন নতুন ৰাজ্য পাতিব। এক শুভ মুহূৰ্ত্তত যাত্ৰা

* আৰৰী মানুহ পালে তাৰ ফাললৈ এই হেংদান টোৱাই আদেশ দিবি, আপুনি যাবৰ।'

কৰাই ভাল। মোহন-বাইলুঙৰ কুকুৰা-ঠেঙৰ মণ্ডলত সততে বিশ্বাসী ৰজাই আঘোণ মাহৰ হিমে-পৰশা পূৰ্ণিমাৰ দিনটোকে বাছি ললে। সবল, সুঠাম, সাহসী সৈন্যবোৰে ৰজাক মাজত লৈ যাত্ৰা আৰম্ভ কৰিলে। নাতিয়েকক আগ বঢ়াই দি এনায়েকে মূৰত ধৰি আশীৰ্বাদ কৰিলে। দুটোপাল তপত চকুলো সৰু-সৰুকৈ সৰি পৰিল।

এনায়েকৰ পুতেক চুখাগ্ৰানফাই ভায়েক চুকাফাক আগ বঢ়াই থবলৈ লগে লগে খোজ দিলে। চুকাফাৰ খোজত দৃঢ়তা, কথাত দৃঢ়তা, আত্মশক্তিত অটল বিশ্বাস। এই ৰাজকোঁৱৰৰ গাত অসীম সৃষ্টিদক্ষতা। তাহানিৰ টাইসাম্ৰাজ্য নানচাওৰ চানেকীৰে গঢ় দি আনিছিল পিতৃৰাজ্য মুংমিত্-কুপ্-ক্লিং-ডাও। কথা আৰু কামত আটোমটোকাৰি চুকাফাই বিচাৰিছিল শান্তি, সমৃদ্ধি আৰু সাৰ্বভৌমত্ব। চুখাগ্ৰান্ফালৈ বাট মুকলি কৰি নিজে বাছি লৈছিল এক অনিশ্চিত ভবিষ্যত। অদৃষ্টক নিজৰ হাতৰ মুঠিলৈ আনিব পাৰিব বুলি বিশ্বাস কৰিছিল, গভীৰ দৃঢ়তাৰে বন্ধোৱা এই আত্মবিশ্বাস।

টাই মানুহ প্ৰব্ৰজনশীল। ইয়াংচিকিযাং-হোৱাংহো উপত্যকাৰ পৰা সাগৰৰ উপকূললৈকে, টাইৱানৰপৰা হিমালয়ৰ পাদদেশ নেপাললৈকে টাই মানুহৰ প্ৰব্ৰজন ঘটিছে। হাতত দা, কাষলতিৰ তলত একোটা মোনা আৰু পিঠিত এটা খাং, খাঙত শস্যৰ সঁচ আৰু প্ৰয়োজনীয় সঁজুলি লৈ এঠাই এৰি আন এঠাইলৈ যায়। খাংটোত শস্যৰ কঠীয়া সদায় সাঁচি থয়। চুকাফাৰ লগৰ মানুহেও লগত ল'লে প্ৰয়োজনীয় সামগ্ৰী। সবাৰো আগত বাটকটীয়া। দিনত বেলিয়ে বাট পোনায়। ৰাতি জিৰণি লয়। মাজত একুৰা ডাঙৰ জুই। বাটত পাই অনা মাছ-পহুৰে এসাজ খায়। জুইৰ কাষত নাম গায়, নাচে, দূৰ হয় শ্ৰান্তি, ক্লান্তি, অৱসাদ। দোক-মোকালিৰ বাতৰি লৈ পুৱালী আকাশত বগাডাঁৰ দিওঁতেই যাত্ৰা আৰম্ভ হয়। এই যাত্ৰা দৃঢ়তাৰ, এই যাত্ৰা এমুঠি সবল আশাৰ।

দিন আগ বাঢ়িল। ঠেটুৰৈ ধৰা শীতৰ পৰশে যাত্ৰাৰ গতি শিথিল কৰিব নোৱাৰিলে। পিতৃভূমিৰপৰা যিমানেই আঁতৰি

যাবলৈ ধৰিলে, সিমানেই দৃঢ়তা গাঢ় হৈ আহিল। পোনতে পালেহি কাওৰ্‌ংমুংবান্। তাত দুদিনমান জিৰাই পুনৰ যাত্ৰা আৰম্ভ কৰিলে। এইবেলি মুংলা-মুংগতি নামৰ গাঁৱত ওলালহি। এইখন টাই মানুহৰ গাঁও। চাংঘৰ। ঘৰৰ আগফালে মিচাং। মিচাঙত থিয় হৈ চালে ক'লা কাপোৰৰ মেখেলা পিন্ধি বগা কাপোৰৰ পাগুৰিমৰা তিৰোতা মানুহে। ওৰ লৈ বুজ পালে—কুনু-টাই, টাই মানুহ। টাই-লং, বৰটাই। একে লেংডনৰ বংশধৰ। তাৰ পৰা গৈ এখন পৰ্বতীয়া, হাবিতলীয়া ঠাই পালে। হাবি ঘন। আগলৈ একো নেদেখি। কোনো কোনো ঠাইত বেলিৰ ৰেঙনিয়ে মাটি স্পৰ্শ কৰে গোপনে, অতি যত্নৰে। হাবি অতিক্ৰম কৰি মুকলিত প্ৰৱেশ কৰিলে। কেইটামান চাংঘৰ। চাংঘৰৰ তলত কুকুৰৰ ভুক্‌ভুকনি।* পিন্ধনত সামান্য কাপোৰ, হাতত যাঠি আৰু কাষলতিৰ তলত চোকা দা। চাৰিওপিনে পৰ্বত। পৰ্বতৰ মাজৰ এই সমথল ঠাইখনেই তেওঁবিলাকৰ পৃথিৱী। অচিনাকি যুদ্ধাৰু মানুহবোৰ দেখি হোৰাত পানী-চুঙা লৈ অহা স্বৰূপা ভৰণা তিৰোতা মানুহ কেইজনীয়ে খৰখোজেৰে গাঁৱৰ সীমাত সোমালগৈ। পুৰুষবোৰৰ চকুত আতংক, মুখত উদ্বিগ্নতা। এইবোৰ ক'ৰ মানুহ? কি উদ্দেশ্য?

এখন গাওঁ, নাম হাতীখকীয়া, হাতীধৰা। গাঁৱৰ মুখিয়ালজন আগ বাঢ়ি সোধ-পোছ কৰিলে। লগত যোৱা মানুহে ক'লে, 'এয়া, টাই ৰাজকোঁৱৰ, স্বৰ্গৰজা লেংদনৰ বংশধৰ।' বিয়লি বেলিকা গাঁৱৰ কাষত শিৱিৰ পতা চুকাফাক হাতীখকীয়া গাঁৱৰ মানুহে দা, যাঠি, গাহৰি দি বৰিলেহি। তেতিয়া জোনৰ পোহৰে গাঁওখন ৰূপহ ৰূপত সজাইছিল। পিছদিনা পুৱাই দলটো ক্ৰমে উত্তৰ-পশ্চিমলৈ আগ বাঢ়িল। অদূৰত এখন বহল নৈ। নাম-কিউ, নাম-টিউ, ইৰাৱতী। নৈৰ পাৰতে দলটো থমক খাই ৰ'ল। দুয়োপাৰে বালিৰ চট-বগী ঢকেঢকী। বুকুখন দ, সোঁত কোবাল। ৰজাই আদেশ দিলে ভুৰ সাজিবলৈ। কাকবাহৰ ভুৰ। ভুৰত পাৰ হ'ল :নাম-কিউ।

নাম-কিউৰ পশ্চিম পাৰে নৈৰ কাষতে এখন গাওঁ। কাচিন

চিংফৌ মানুহ। মানুহে বোলে ওপৰচকুৱা নগা। চকু পুৰঠ, হনু-ওলোৱা, নাক চুটি মানুহবোৰ। তাৰ পিছত দুখন ঠাই পালে ত্যাকং-ত্যাংখাই আৰু মুংকেও। মুংকেও টাই মানুহৰ গাঁও, এখন সৰু ৰাজ্য। মুংকেওৰপৰা লগৰ অনুগামী জনচেৰেক বাছি বাছি মুং-কুং নৰাৰাজ্য জয় কৰিবলৈ পঠালে। ৰণত হাৰি মুংকঙৰ ৰজাই প্ৰচুৰ সোণ আৰু বস্ত্ৰ দি অধীনতা স্বীকাৰ কৰিলে। মন মেলিলে মুংকঙৰ সাৰুৱা পথাৰ আৰু ৰত্নৰ আকৰ সমূহ অধিকাৰ কৰি চহকী হ'ব পাৰিলেহেঁতেন। চুকাফাক লাগে এখন নতুন ৰাজ্য, নতুন দেশ। মনৰ জোখাৰে পাতিলোৱা অপূৰ্ব ৰাজপদ।

মুংকেও ৰাজ্যৰপৰা ক্ৰমে লংমিক্যোতাও, মনখেং বা মলাংখুং মুংখাম্-মুংপান, কান্তাই, ফাকাইত্যোওন পাই ডয় কাও-ৰ পৰ্বতৰ কাষ চাপিলহি। ডয-কাও-ৰং পৰ্বতৰ কাষতে খাম-জাং ৰাজ্য। খামজাং খুনলুঙৰ বংশৰ কোঁৱৰ এজনে পতা ৰাজ্য। তাতে দিনচেৰেক জিৰণি লৈ পৰ্বতৰ বাটৰ উৱাদিহ বিচাৰিলে। ডয়-কাও-ৰং, ন-শাৰী পৰ্বত। ওখ ওখ পৰ্বত, ঘন ঘন হাবি, সাপৰ নেগুৰিছগা সোঁতৰ পৰ্বতীয়া নৈ। খামজাং ৰাজ্যৰ সীমা মুৰিয়লিত সজা ঘাঁহ-বনৰ শিবিৰত বহি চুকাফাই আলোচনা কৰিছে। দাঁতি কাষৰীয়া গাঁও ৰৰাবলৈ যোৱা দলবোৰ আহি এই ঠাইতে লগ লাগিছেহি। খামজাঙৰ মানুহে জানে, পৰ্বতৰ সিপাৰে এখন দেশ আছে, এই দেশ সোণৰ, তাৰ মাটিত সোণ গুটি গজে। পথ দুৰ্গম। জোক-পোক, বাঘ-ঘোং, হাতী-ম'হ বন্যপ্ৰাণীৰ অবাধ বিচৰণ এই পাৰ্বত্য ভূমিত। কেইবাদিনো বাটকুৰি বাই একোটা পৰ্বতত উঠিব লাগে, কেইবাদিনো খুপি খুপি নামিব লাগে। সমুখত একোখন পৰ্বতীয়া নৈ। শেলুৰৈ গজা শিলানিত বগুৰা বাই নৈ পাৰ হ'ব লাগে। কেতিয়াবা ঘন সেউজীয়া বাঁহনিৰ বুকুত দিশ হেৰাই যায়। লেউ লেউ জোক, মানুহৰ গোন্ধ পালেই খেদি আহে। জিৰণিৰ অৱকাশ নাই, অবিৰাম যাত্ৰা, অবিৰত পদক্ষেপ।

ডয়-কাও-ৰং পাৰ হ'বলৈ তিনিটা বাট আছে, তিনিটা গিৰিপথ

নয়-খ্-মা, পাংচো আৰ চো-কাং। নয়-খ্-মা, ঘোঁৰাৰ ডিঙিৰ নিচিনা এই গিৰিপথটো দেওলগা। ইয়াত পৰ্বতৰ দেৱতাই থিত দি প্ৰব্ৰজনকাৰীক পথভ্ৰষ্ট কৰে। ইয়াত বাট হেৰুৱাই আভা ৰাজ্যৰপৰা অহা মানুহ মণিপুৰ ওলায়গৈ, পৰ্বতৰ সেজে সেজে গৈ নেপাল পায়গৈ, কাচিতহে লুইতৰ পাৰত ওলায়হি। অতি সন্তৰ্পণে পথ নিৰ্ণয় কৰিব নোৱাৰিলে লক্ষ্যভ্ৰষ্ট হোৱাৰ আশঙ্কা। বেলিৰ দিশ চাই চাই পৰ্বতৰ শিখৰত উঠিল। তাত উঠি অভিভূত হ'ল ৰাজকোঁৱৰ। কি অপূৰ্ব সৌন্দৰ্য্য, ন-সুৰুজৰ ৰেঙনিয়ে সোণৰ সপোন ৰচে। গভীৰ নীলা পানীৰ ঢৌবোৰ সোণ-ৰূপ হৈ উথলি উঠে। পৰ্বতৰ টিঙত সৃষ্টি হোৱা এটি আচৰিত সৰোবৰ। নাম তাৰ নং-য়াং, নং-জাং, নঙ্গ-ঞাং। নং-য়াং সৰোবৰৰ ৰূপকথাৰ অন্ত নাই। এক অপৰূপা সুন্দৰী ৰমণীয়ে মানুহক মোহিত কৰি সৰোবৰৰ ভিতৰলৈ লৈ যায়। ললিত বলিত হাত-পাৱ, কমনীয় জ্যোতি এই জলকুঁৱৰীৰ। দেশ জয় কৰিবলৈ ওলাই অহা এক তৰুণ ৰাজকোঁৱৰ আৰু তেওঁ সহচৰসকল এদিন এই ৰূপহীৰ মধুৰ আহ্বানত সৰোবৰলৈ নামি গ'ল কিন্তু আজিও উভটি অহা নাই। জোনপুৰ যামিনীৰ নিৰ্জ্জান মুহূৰ্ত্তত তৌতিয়াও সেই গাভৰুৰ আচম্বিত উপস্থিতিৰ কথা মানুহে কোৱা-কুই কৰিছিল। মানুহে বিশ্বাস কৰিছিল, নং-যাঙৰ তলত এখন আচৰিত ৰাজ্য আছে। সেই ৰাজ্য শাসন কৰে এক অপৰূপা কুঁৱৰীয়ে নিজে আৰু সহচৰীবোৰে মায়াৰে মোহিত কৰি মানুহ ধৰি লৈ যায়। চিৰবন্দী হৈ ৰয় এই মানুহবোৰ। চুকাফাকো সতৰ্ক কৰি দিছিল লগৰীয়া ডা-ডাঙৰীয়াসকলে। বাস্তৱতাবাদী চুকাফাক ৰমণীয় নাৰীৰ ছলনাই পথভ্ৰষ্ট কৰিব নোৱাৰে। আত্ম-বিশ্বাসী চুকাফাৰ ওঠত ফুটি উঠিল এটি স্মিত হাহি। কেইবা-দিনো নং-যাঙৰ পাৰত জিৰণি ললে, সৌন্দৰ্য্য উপভোগ কৰিলে। কৌতুহল মাৰ নিয়াবলৈ নিজম নিশাৰ নীৰৱতা ভাঙি সৰোবৰৰ বুকুলৈ চালে। ক'তা কোনো অপৰূপা জলকুঁৱৰীৰ ছবি উজলি নুঠিল। চুকাফাই ভাবিলে, কল্পনাবিলাসী দুৰ্বলচিতীয়া মানুহৰ মনতহে ৰূপকথাই প্ৰত্যয় জন্মায়, বাস্তৱ-

বিশ্বাসী সবলচিতীয়া মানুহলৈ তাৰ ঠাই নাই। চুকাফা অচল-অটল।

ডই-খাম পৰ্বতৰপৰা ডয়-কাও-ৰং পৰ্বতলৈ বাটত পাইছিল মুং-দেন, নামতিলিক, কাং-তাই, খামজাং। কান্-খুন্-মুং নামৰ ডাঙৰীয়াক খামজাং ৰাজ্যত শাসনকৰ্ত্তা পাতি থৈ আহিল। সোণ-চহকী এই ৰাজ্যবোৰ।

নং-য়াং সৰোবৰ পাৰ হৈ নামি আহি নামজাং নামেৰে এখন বিল পালেহি। কজলা বৰণৰ পানী। এইখন বিলত এহাল সাপ আছে। জিভাইদি জুই বৰষে। সমুখত পৰিলে মানুহ, গৰু-পহু উশাহত টানি নি গিলি থয়। সেয়েহে নামজাং বিললৈ মানুহৰ ভয়। যুগ যুগ ধৰি চামে চামে মানুহ আহিছে। বাগৰি গৈছে ভীতিৰ পৰম্পৰা। শাওণ মাহৰ পূৰ্ণিমা তিথিত এইহাল সাপদেৱতাক পূজা দিযে। দেৱতাই পূজা লয় মানুহৰ তেজেৰে। নামজাং বিলৰ পাৰত সগৌৰৱে শিবিৰ পাতি দুদিন-মান ৰৈ দাঁতি-কাষৰৰ গাওঁ-ভুঁই চাই ফুৰা এই ৰজাজনৰ সাহস দেখি সাতখন গাওঁ আহি আপুনি বৰিলহি। খাৰখুন, পুকাং, তিংখান, বিংপাও, লাতাম, বা লাটেমা, লানপং, আৰু এইকেইখন গাওঁ।

ডয-কাও-ৰঙৰ ওখ ওখ পৰ্বত কেইশাৰী পাৰ হৈ চুকাফাৰ দলটো লাহে লাহে তললৈ নামিবলৈ ধৰিলে। পৰ্বতৰ টিঙৰপৰা দূৰলৈ চাই দেখিলে গভীৰ সেউজীয়া ৰংটো আকাশৰ লগত কোনোবাখিনিত মিলি গৈছে—সীমা নাই, অসীম এই বিস্তৃতি।

ডয়-কাও-ৰং পাৰ হৈ চুকাফাৰ মনলৈ আহিছে নতুন সাহস, উদ্দাম প্ৰেৰণা। সহযোগী-সহচৰ মানুহবোৰৰ একাগ্ৰতা আন্তৰিকতা দেখি অভিভূত হয় চুকাফা। শ্ৰান্ত, ক্লান্ত সৈনিকৰ দৈনিক পৰিশ্ৰমৰ অন্তত চুকাফাই প্ৰত্যেকৰে বুজ লয়। প্ৰত্যেককে সোধে, 'তোমাৰ ভালনে?'

সুণীযা সঁফুৰা পিতৃভূমি এৰি অহা চুকাফাই নীৰৱে-নীৰৱে চিন্তা কৰিছিল অনাগত দিনবোৰৰ, আহি থকা মুহূৰ্ত্তবোৰৰ। কেতিয়াবা ৰোমন্থন কৰিছিল এমুঠি সোণালী স্মৃতিৰ—শৈশৱৰ,

কৈশোৰৰ, যৌৱনৰ। ৰাজনীতিৰ জটিলতাই খেলা কৰা ৰাজকীয় সম্মানেৰে ভৰা ৰাজত্বকালৰ।

ডয়-কাও-ৰং পাৰ হৈ এমুঠি মানুহ পালে। হয়তোবা নৱপ্ৰস্তৰ যুগৰ সংস্কৃতিৰ সাক্ষী বহনকাৰী স্বল্পআভৰণা মানুহ। পৰ্বতৰ গাত ঘা লগাই সামান্য খেতি কৰে—কণি ধান, আলু, কচু, জলকীয়া। বনৰীয়া চৰাই-পহু, হাবিতলীয়া লতাৰ কোমল আলু, পৰ্বতৰ জুৰিত ধৰা মাছ—এয়ে আহাৰ। বিশ্বাস কৰিছিল শত্ৰুৰ, বিপক্ষৰ মূৰ কাটি আনিব পাৰিলে নিজৰ ফৈদত নতুন শিশুৰ জন্ম হয়। মূৰকটা মানুহৰ তেজৰ চিটিকনি পৃথিৱীত পৰিলে পৃথিৱীৰ উৎপাদিকা শক্তি বাঢ়ে। কেতিয়াবা ভৈয়ামৰপৰা মানুহ ধৰি নিয়ে, উৎসৱ পাতি বলি দিয়ে। বলিৰ কৰুণ ক্ৰন্দনৰ বিনিময়ত পৰ্বতৰ কুণ্ডত আনন্দৰ প্ৰতিধ্বনি উঠে। উচ্ছ্বাসৰ কিৰিলিবোৰ বতাহত উৰি যায়—টিঙে টিঙে খুন্দা খাই খাই। মানৱতাক দানৱতাৰ বুকুত এৰি দি তৃপ্তি পায় সেই আদিম মানুহবোৰে। চুকাফা আৰু লগৰ সৈন্যবোৰ দেখি মৰংঘৰৰ দুৱাৰমুখত থকা দীঘল-ডাঙৰ টুখুৰুংবোৰ বাজি উঠিল। জাননী দিলে আগন্তুক বিপদৰ। এখন এখনকৈ ছখন গাওঁ একে থুপ হ'ল। হাতৰ দা জোকাৰি জোকাৰি ওলাই আহিল শকত-পাহোৱাল ডেকাবোৰ। মুখা মুখি হ'ল চুকাফা। ৰণত থলুৱা মানুহবোৰ হাৰিল। চুকাফাই কঠিন শাস্তি দিলে আক্ৰমণকাৰী যুঁজাৰুবোৰক মৃত্যুদণ্ডৰে। ৰাজদ্ৰোহৰ সমুচিত প্ৰতিফল। পাপুকীয়া, ত্যাংতিঙীয়া, জাখ্ৰঙীয়া, খামটেঙীয়া, খুনখটীয়া, খুনতুঙীয়া এই ছখন গাওঁ।

খামং, ডয়-কাও-ৰঙৰ নামনিৰ এটা মালভূমি। পৰ্বতৰ ওপৰৰ সমান ঠাই। খেতি-বাতি কৰিবলৈ সুচল। পৰ্বতীয়া জুৰি ভেটি পানী তুলি শালি-খেতি কৰিব পাৰি। দীঘলীয়া শ্ৰম আৰু অৱসাদে চুকাফাক ইয়াতে বসতি কৰিবলৈ বাধ্য কৰিছিল। এনেতে এদিন এটা ঘটনা ঘটিল। আন্ধাৰ নিশা ডয় কাও-ৰঙৰ শিখৰত যেন এশাৰী জোনাকী পৰুৱা ক্ৰমে আহি আছে। সেয়া হাতত জোৰ লৈ দিনে-ৰাতিয়ে খেদি অহা নৰাৰজাৰ সৈন্য। আকাশত

বিজুলী-চেৰেকনি, ধুমুহাত গছ-পাতৰ কঁপনি। তাতে কটাহি নৰ্কাৰ যাত্ৰা আৰম্ভ কৰিলে চুকাফাই।

দেশ ছাৰি বিদেশলৈ ওলোৱা ৰাজকোঁৱৰ চুকাফাক এনায়েকে চোমদেওক দি পঠাইছিল—টোপোলা ভাতৰ লগত। পয়-চাং-কেন উৎসৱৰ দিনা গা-ধুৱাবলৈ চুখ্যানফাই চাই দেখে চোমদেও নাই। থিতাদহে সিদ্ধান্ত কৰিলে চোমদেও চুকাফাৰ লগত গ'ল। চুখ্যানফাই নিজে আগবঢ়াই থৈ গৈছিল। তেতিয়া খন্তেকলৈকে সন্দেহ কৰিব পৰা নাছিল। যেতিয়াই চোমদেও নাই বুলি গম পালে, লগে লগে এহেজাৰ পাকৈত ৰণুৱা পঠাই দিলে। আদেশ, যেনে-তেনে চোমদেওক ওলোটাই আনিবি। চুকাফা অহা বাটৰ পম খেদি চুখ্যানফাৰ সৈন্য আগ বাঢ়িল অবিৰাম গতিৰে। এসময়ত ডয়-কাও-ৰঙৰ শিখৰত উঠিল। নামনিত শিবিৰ পাতিবলৈ যো-জা কৰা চুকাফাই ততালিকে যাত্ৰা কৰিবলৈ আদেশ দিলে। ভাত ৰান্ধিবলৈকো সময় নাই। জোৰৰ পোহৰ ওচৰ চাপি আহিছে। সাঙী ভাৰ কৰি কাণমাৰিত ওলোমাই বান্ধিলে ভাতৰন্ধা মটংটো। ভাৰী আগ বাঢ়ি গ'ল। খোজত খোজ মিলাই তৃতীয়জনে একুৰা জুলা জোৰ ধৰি গ'ল মটঙৰ তলত। লেকাটলগা পৰিশ্ৰম কৰিব পৰা এই টাই সৈন্যবোৰৰ আচাৰিত বুদ্ধি দেখি পৰ্বতীয়া মানুহবোৰে তবধ মানিলে। বাটত নোৰোৱাকৈ আগ বাঢ়ি গ'ল চুকাফা আৰু এসময়ত নিৰাপদ দূৰত্বত উপনীত হ'ল। চুখ্যানফাৰ সৈন্যবোৰ ডয়-কাও ৰঙৰ নামনিলৈকে আহি উলটি গ'ল। সেয়ে নৰা-ওলোটা।

দিন-ৰাতিৰ ছেদ ভেদ নাই। অবিৰত যাত্ৰা। এদিন নামপুং নৈৰ পাৰত ওলালহি। নৈৰ পাৰে পাৰে ভটীয়াই আহি দিহিঙৰ পাৰত উপস্থিত হ'ল। পৰ্বতৰ কাষৰীয়া ঠাই যদিও মাটি সাৰুৱা। মানুহৰ বসতি আছিল। চুকাফা আহোঁতে দিহিঙৰ বাওঁ-পাৰে আহিছিল। কাকবাঁহৰ ভুৰ বান্ধি দিহিং পাৰ হ'ল, ঘোঁৰাও পাৰ কৰিলে।

দিহিং নৈৰ উপনৈ এখনক টাই মানুহে নাম-হুক বোলে। দিহিঙৰ পাৰৰ এই ঠাইডোখৰেই নামহুক, নামৰুক, নামৰূপ।

নামৰূপত অলপ দিন থাকি দিহিং পাৰ হ'ল। দিহিঙত ভুৰ থৈ ৰামেদি উজাই গ'ল। লাখেন আৰু তেলচা গাঁৱৰ কাষত কোঁঠ মাৰি প্ৰায় এবছৰ কটালে। মাটি সাৰুৱা। কিন্তু জোক-সাপ, ডাম-ডুমৰ কামোৰত ৰ'ব নোৱাৰি ভটীয়াই তিপাম পালেহি। তিপামৰ মাটি সমান কিন্তু দিহিঙৰ বানপানীত তল যায়। তিনি বছৰ থাকি তিপাম এৰি ভটীয়াই শলগুৰি পালেহি। শলগুৰি দিহিঙৰ পাৰৰ হাবিতলীয়া ঠাই। তাত পাঁচ বছৰ আছিল।

নামপুং পাৰ হোৱাৰ পিছত চুকাফাই এখন নতুন সাৰুৱা দেশৰ সন্ধান পালে। এমুঠি কেচা মাটি লৈ শুঙি চাই থৰ হৈ ৰৈ গ'ল। কি এক মাদকতাসনা গোন্ধ। উন্মনা কৰি তুলিলে ৰজাৰ মন। নিৰৱচ্ছিন্ন আশা। এখন সাৰুৱা দেশত এখন মনেগঢ়া ৰাজ্য। সুখ, শান্তি আৰু সমৃদ্ধিৰে ভৰা ৰাজ্য। য'ত থাকিব মানৱতাৰ অস্তিত্ব, স্বাধীনতা। সাৰ্বভৌমত্ব ক্ষুণ্ণ হোৱা বাবেই শতেক বাধা-বিঘিনি, নদ-নদী, পৰ্বত-পাষাণ অতিক্ৰম কৰি আহিছে এই দেশলৈ। পোনতে চিনাকি হ'ল এখন পুৰণি নৈৰ লগত বুঢ়ী দিহিং। নামহুক উপনৈ। আৰম্ভ কৰিলে নতুন বসতি এইখন পুৰণি নৈৰ পাৰতে। ঠাই চাবলৈ, থল গৰাকিবলৈ পঠোৱা চৰীয়া-পৰীয়া মানুহবোৰে ৰাজকোঁৱৰক বাৰ্তা দিলেহি পৰ্বতীয়া মানুহৰ বাহিৰেও ভৈয়ামত অন্ততঃ চাৰিবিধ মানুহ আছে। খৰালি পথাৰত ধান সিঁচি থৈ আহে ঘূৰি খৰালি ধান দাই আনে। সহজ সৰল মানুহবোৰ।

ডয়-কাও-ৰঙৰ সিপাৰেই চুকাফাই ৰাজ্য জয় কৰি শাসনকৰ্ত্তা পাতি থৈ আহিছিল। নামপুং-নামৰুক উপত্যকাৰ পৰ্বতীয়া গাওঁবোৰে অধীনতা স্বীকাৰ কৰাত ৰাজকোঁৱৰ দুজনমানক শাসনকৰ্ত্তা পাতিলে আৰু থলুৱা উৎপাদনেৰে কৰ-ভাৰ দি থাকিবলৈ নিৰন্ধ কৰিলে।

পৃথিৱীৰ সকলো দেশতে ৰাজনীতি চলে—সাম, দান, দণ্ড, ভেদ এই চাৰিনীতিৰে। পিতৃভূমিত উনৈশ বছৰ শাসন কৰি অহা অভিজ্ঞতাপুষ্ট চুকাফাই ডয়-কাও-ৰঙৰ খলা-বমা, উঠা-নমা অৰণ্যানি জুৰি এখন ৰাজ্য পতাৰ উদ্যম ৰূপায়িত কৰিছিল অতি

সন্তৰ্পণে। পাছ ভৰি দণ্ডাৰ আগতে আগ ভৰি ক'ত পেলাইছে চাই লৈছিল। ডইখাম পৰ্বতৰ দুৱাৰমুখত আহি থমকি ৰওঁতে দেখিছিল যেন পৰ্বতীয়া বাঁহবোৰে চুকাফাক হাত বাউলি দি মাতিছিল। জিৰ্ জিৰ্কৈ আহি কল্ কল্কৈ তললৈ নমা সৰু সৰু জুৰিবোৰে চুকাফাক পৰ্বতৰপৰা নামি যাবলৈ আহ্বান জনাইছিল। চুকাফাই সেই হাত বাউলি দেখি অনুপ্ৰাণিত হৈছিল।

নামপুং আৰু নামৰুক নৈৰ সঙ্গমস্থলৰ চাৰিওপিনে সাৰুৱা মাটিৰ গোন্ধে উন্মনা কৰিলে চুকাফাক আৰু অনুগামীসকলক। কাষৰ পৰ্বতীয়া মানুহবোৰে অধীনতা স্বীকাৰ কৰিলে। তাতে নিজৰ বংশৰ খুন-তণ্ডক শাসনকৰ্ত্তা পাতি বাঁহৰ ভুৰত উঠি দিহিঙেদি ভটীয়াই গ'ল। তিপাম পালেহি।

সমথলত অৱস্থিত তিপাম। তিপামৰ চাৰিওপিনে বহল পথাৰ। হাবি কাটি উলিযাই পথাৰ সমান কৰি মানুহে খেতি আৰম্ভ কৰিলে। সংজাল ধৰা ৰোৱাবোৰ লহপহকৈ বাঢ়ি আহিল। দীৰ্ঘদিনৰ অন্তত জিৰণি পালে প্ৰজাই। প্ৰজাৰ মুখত হাঁহি বিৰিঙি উঠিল। পুৱাৰ বেলিযে সোণগুৰি সিঁচে গছে-পাতে, বিয়লি-বেলিযে সোণালী বোল সানে পথাৰে-সমাৰে। গছত সোণগুটি ফলে, ডালত সুৰভিসনা সোণালী ফুল ফুলে। য'ত পকাধান সোণ বৰণীযা হয, য'ত সোণ-তৰা হৈ সোণথৰা অৰ্থাৎ সুমথিৰা পকে, য'ত সোণালী বৰণ লৈ লাই-সৰিয়হ ফুলে তাৰ এটা নাম লাগে—স্বতঃস্ফুৰ্ত্তভাৱে ওলাই আহিল এটা নাম—মুং-ডুন-চুন্-খাম্—সোণেৰে ওপচা বাৰী। এখন সোণোৱালী দেশ। সুণীয়া সংফুৰা।

দুটা বছৰ অতিবাহিত হ'ল। প্ৰজাই সুখেৰে এমুঠি ভোগ কৰি শান্তিৰে কটালে। থেপাথেপিকৈ সজা সৰু সৰু ঘৰবোৰ। উলু-বিৰিণাৰে চোৱা জুপুৰীবোৰত প্ৰজাই জিৰণি ললে। কান-উনাই জাগৰে শুলে, জানোচা অচিনাকি ঠাইত শতৰু ওলায। তৃতীয় বছৰত দিহিঙৰ পানী আহিল। বতাহত নাচি থকা সেউজীয়া ধাননিডৰা, ঘৰৰ পিৰালি কাষৰ শাক-পাত বেঙেনা-

জলকীয়া পানীত বুৰ গ'ল। কাচি-জোন পুৰঠ হৈ পূৰ্ণিমা পালেহি। পানী শুকুৰাৰ লক্ষণ নোলাল। ভ'ৰালৰ ধান কেইডালো হানি হ'ল। খেতি নহ'ল। সেইটো খবালিতে ৰজাই ঠাই সলাবলৈ খাটাং কৰিলে।

নৰাৰাজ্যৰ পৰা অহা চুকাফাৰ লগৰ মানুহৰ সামান্য হলেও যোগ-বিয়োগ হৈছিল। নাম-কিউ নৈ পাৰ হৈ আহি শিবিৰ পাতোঁতে লগৰ মানুহৰ হিচাপ ললে। তিনি কুৰি জন মৰিল, সাত জন হেৰাল। জনচেৰেক লগ লাগিল। চুকাফাই তাকে দেখি মহুং পণ্ডিতক আদেশ দিলে, 'যি মৰে, যাক পাওঁ, বাটত যি কথা হয় পণ্ডিতে তাক লিখি থব।' পুৰাণি পৰম্পৰাক নতুনকৈ সজীৱ কৰি বুৰঞ্জী-ৰচনাৰ বীজ সিঁচিলে।

নতুন দেশ, নতুন মানুহ। এখন নতুন সমাজ ৰচনাৰ চানেকীৰে ৰজাই পৰক আপোন কৰিলে। ডয়-কাও-ৰঙৰ পাদদেশত ভৰি দিয়াৰেপৰা যাৰ যাৰ সম্পৰ্কলৈ আহিছিল, তেওঁবিলাকৰ দুই-চাৰিজনক মোৰাই লৈছিল। মানুহৰ অন্তৰত সোমাব খোজা চুকাফাই মানুহ চিনি পাইছিল। বুঢ়ালি লৈছিল বহুজনক আৰু সমানে খাবলৈ-বৰলৈ দিছিল। চুতীয়া, মৰাণ, বৰাহী, কছাৰী চাৰিও জাতিৰে অনেক মানুহে চুকাফাৰ লগ লৈছিল।

তিপামৰ পৰা দুদিন নাৱেৰে-ভুৰেৰে গৈ শলগুৰি পালেগৈ। উত্তৰতকৈ দক্ষিণ পাৰৰ মাটি সাৰুৱা। হাবি কাটি মুকলি কৰি পথাৰ উলিয়ালে। খেতি-খোলা পাতিলে। ৰজাই নিজে আৰু ডাঙৰীয়া-বিষয়াবোৰে ইফালে-সিফালে মাছ-পহু মৰাৰ চলেৰে ঠাই চাই ফুৰে। বহুত দুৰলৈকে মানুহ নাই। কতো অটব্য অৰণ্য, কতো ঘন ইকৰাণি, কতো বহল দলনি, দলপানি। প্ৰজা-হীন ৰজাৰ অস্তিত্ব ক'ত ? ৰজাই বিচাৰে প্ৰজা , প্ৰজাই বিচাৰে নিৰাপত্তা আৰু এজন সবল, সাহসী উপযুক্ত ৰজা—যি দিব পাৰে সেই নিৰাপত্তা। নিবিড় নিশাৰ নীৰৱতা ভাঙি চিঞৰি উঠে এজাক শিয়ালে। শিয়ালৰ অৱস্থিতিয়ে বুজাই দিয়ে মানুহৰ সংখ্যালঘুতা। শিয়ালৰ চোঙত সিংহ নেথাকে। সিংহ থাকিলেও তাৰ অস্তিত্ব অনুভৱ কৰোঁতা নোলায়।

পাঁচ বছৰ শলগুৰিত থাকি চুকাফা ভটীয়াই গ'ল দিহিঙৰ ভটীয়নি পানীত নাও এৰি দি। তিনি দিন গৈ পাৰত উঠি দেখিলে বিস্তীৰ্ণ প্ৰান্তৰ। ইকৰা, বিৰিণা আৰু কোমল ঘাঁহনি। অলপ দূৰ গৈ এখন নৈ পালেগৈ। থিয় গৰা, অটল দ, গভীৰ পানী, কোবাল সোঁত। সেইখন বুঢ়ী লুইত। নাম-তি-লাও। নাম-তি-লাওৰ নাম শুনিছিল সৰুৰেপৰা। খৰালি বগুৰো বাই উঠিব নোৱৰা থিয় গৰা। দিহিঙৰপৰা পাৰলৈ তুলি টানি নিয়া নাওবোৰৰে লুইত পাৰ হৈ সিপাৰে এখন ঠাই পালেগৈ। নাম তাৰ হাবুং। অষ্ট-মঙ্গোলীৰ ভাষাত হা মানে মাটি। হাবুং পাই লগৰীয়া মানুহবোৰে ৰজাৰ বাবে এটা ডাঙৰ, আহল-বহল ঘৰ সাজিলে। আৰু সাজিলে প্ৰায় এহেজাৰ জুপুৰী। একেলগে উলিয়ালে এখন বহল পথাৰ। পথাৰত শালি খেতি আৰম্ভ কৰিলে। একেটা ভঁৰাল। তাৰেপৰা ৰজায়ো খায়, প্ৰজায়ো খায়। ডাঙৰীয়া দুজনেও খায়।

তিনিটা বাৰিষা পাৰ হ'ল। বাৰিষা হ'লেই লুইত ফেনে-ফোটোকাৰে বাঢ়ি আহে। পানী বাঢ়িলেই পাৰ বুৰে, পথাৰ তল যায়। মাছ-পুঠি অপাৰ। কিন্তু বাৰিষাৰ কেইমাহ যমৰ যান্ত্ৰণা। এনে ঠাইত ৰাজধানী পাতিব নোৱাৰি। নামৰুকত থাকোঁতে অভয়পুৰ, শলগুৰিত থাকোঁতে চেপন পৰ্যন্ত চোৰা-চিতা কৰি ঠাই বিচাৰিছিল। হাবুঙৰপৰা ভটীয়াই যাবলৈ সিদ্ধান্ত কৰিলে।

মাঘৰ বিহু খাই, বয়-বস্তু সামৰি নাৱত উঠিল। ভটীয়নি পানীত নাও মেলি দিলে। দুদিন নাৱেৰে ভটীয়াই গৈ দিখৌমুখ পালেগৈ। দিখৌমুখতে দুদিনমান ৰ'ল। বালি-চাপৰিত শিবিৰ পাতি গাওঁ-ভূঁই চাবলৈ পঠালে। সমান-বহল ঠাই। কিন্তু বান-পানীৰ ভয়। কাষতে লুইত, দিহিং। দিখৌৰেদি উজাই গ'ল। অলপ দূৰ গৈয়েই দেখিলে এখন নৈ আহি দিখৌত পৰিছে। নাম দিলিহ। চুকাফাই নাম দিলে নাম-খুন, বোকা-পানীৰ নৈ। পানী তিপামৰপৰা আহিছে। দিলিহ এৰি উজাই গ'ল। নিৰ্জন পানী। কোবাল সোঁত। গৰাৰ কাষে কাষে নাও উজাই গ'ল।

হাবুং এৰি অহাৰেপৰা ৰজাৰ মনলৈ পৰিবৰ্ত্তন আহিছে। মুখত বয়সৰ সাঁচ বিৰিঙি ওলোৱা ৰজাই ডয়-কাও-ৰং পাৰ হৈ আকৌ যাব খোজা নাই। লুইতৰ পাৰবে ক'ৰবাত ৰাজধানী পাতি এখন ৰাজ্য গঢ়াৰ কথা ভাবি আছে। গৰাৰ ওপৰলৈ উঠি পাৰৰ মাটি শুঙি চায়। কিবা এক মাদকতাসনা গোন্ধ। খে-নাম-ছাও নৈখনৰ নাম দিলে। মন কৰিলে নৈখনৰ পানীৰ মহিমা। বাৰিষাৰ পলসুৱা বোকা-পানী কলহত খন্তেক পৰ থৈ দিলেই পলস তল পৰে পানী নিৰ্জ্জন হয়। পাৰৰ গছ-গছনি শইচ-ফচলৰ শ্ৰী-চেহেৰাই সুকীয়া। নিমজ, সেউজীয়া। নৈখন আৰু পাৰৰ মাটিৰ প্ৰতি চুকাফাৰ মোহ জাগিল।

জান-জুৰি মিলি উপনৈ সৃষ্টি কৰে। উপনৈ বৈ আহি বৰ-নৈৰ বুকুত মিলিম্যায। জান, জুৰি, নৈ, উপনৈ মিলি গঢ় দিয়া বৰ লুইতখন দেখি চুকাফা বন্দী হৈ ৰ'ল, বৰ লুইতৰ পাৰতে। পুৰণি স্মৃতিলৈ নতুন সজীৱতা আহি আমনি কৰিবলৈ ধৰিলে। এৰি থৈ অহা দেশখন আৰু নতুন চিনাকি মাটিবোৰ তুলনা কৰি চালে। মন গ'ল ইয়াতে বৈ যাবলৈ। মানুহবোৰ সৰল। পাট-কাইৰ পাদদেশত পোৱা মানুহবোৰৰ দৰে জঙী নহয। জীৱন-ধাৰণৰ চানেকী একে। চিৰী-চেহেৰাৰো মিল আছে।

চাম-লুঙ্-ফা। যিজন বিজয়ী বীৰে পৰ্বতৰপৰা পৰ্বতলৈ কৰতলীয়া কৰি থৈ গৈছিল, তেওঁ কৰ-ভাৰ তুলিবলৈ তিনিজন বিষয়া পঠাইছিল। এজনে কৰ তুলিছিল কমতা আৰু বৰাহীৰ। এজনে তুলিছিল চুতীয়া আৰু মৰাণৰ, তৃতীয়জনে তুলিছিল কছাৰী আৰু নগাৰ। চুকাফা আহি লুইতৰ পাৰত দেশ জযৰ অভিযান আৰম্ভ কৰাৰ বাৰ্তাৰি পাই প্ৰথমজনে লগ ললেহি। তেওঁৰ নাম আছিল বি-মুন। বি-মুনৰ বুদ্ধি-বৃত্তি দেখি বৰাহী ৰজাই সন্ধিকাৰী অৰ্থাৎ সন্দিকৈ পদ দিছিল। বৰাহী ৰজাৰ মন্ত্ৰীক সান্ধিকাৰী বুলিছিল। চুকাফাই বি-মুনক লগ পাই বৰ বং পালে আৰু চুকাফাৰ লগ লাগিল। এদিন কমতালৈ যোৱা থাওমুং-থিমাও আহি সবিশেষ বাৰ্তাৰি দিলেহি। ৰজাই চিনাকি মানুহ পাই সকলো বুজি ললে।

দিখৌ মুখৰপৰা ক্ৰমে উজাই গৈ এডোখৰ ঠাই পালেগৈ নাম মুং-ৰিং-মুং-চিং। অদুৰত পৰ্বত। ৰাতি হাবামৰ জুই দেখি। চুকাফাই দিখৌৰ পানী জুখি চাই দেখিলে দুতোলা আপেক্ষিক ভাবে গধুৰ। মুং-ৰিং-মুং-চিং নামৰ ঠাই ডোখৰক থলুৱা মানুহে শিলপানী বোলে। পানীৰ গধুৰতা অনুসৰি চুকাফাই নাম দিলে চান্-টক্ অৰ্থাৎ চণ্টক। ইয়াতে বছৰচেৰেক ৰ'ল।

ডয়-কাও-ৰং পাৰ হৈ নামপং-নামৰুক উপত্যকাত সাতঘৰ বৰাহী মানুহ পাইছিল—গাম, লথাই, সুপুং, ৰভি, হাটাই, বখাম আৰু বৰকুমাৰ। এই মানুহ কেইঘৰ আপোন কৰি লৈছিল। তেওঁবিলাকৰপৰাই জানিছিল ৰজা থাকুমথাৰ বিষয়ে। আৰু বাতৰি পাইছিল মৰাণৰ ৰজা বদৌচাৰ। ডয়-কাও-ৰং পাৰ হৈ ভৈয়ামত সোমোৱাৰ লগে লগে চুকাফাৰ হাতৰ হেংদান শান্ত হৈ পৰিছিল। শেষ হৈছিল ৰক্তপিপাসা। মৰাণ-বৰাহী-চুতীয়া-কছাৰীক বুকুত লৈ সমিল-মিলেৰে এখন ৰাজ্য পতাৰ কথা চিন্তা কৰিছিল। কামনা কৰিছিল শান্তি-সমৃদ্ধি। নীতি লৈছিল সাম্য-মৈত্ৰীৰ। চুকাফাৰ বীৰত্ব, সাহস আৰু পৌৰুষ অভিব্যক্তিয়ে মোহিত কৰিছিল ন-চিনাকি মানুহবোৰকো।

তেজ ধুলে উটে, মঙহ ধুলে নুটে। ৰজাৰ মনত পৰিছিল চুখ্ৰান্‌ফালৈ। মনত পৰিছিল বুঢ়ী এনায়েকলৈ। থল গৰকি ৰাজ্য এখন পতাৰ সপোন যেতিয়া বাস্তৱলৈ ৰূপায়িত হোৱাৰ লক্ষণ দেখিছিল, তেতিয়া এবাৰ চুখ্ৰান্‌ফাক বাতৰি দিয়াৰ কথা চিন্তা কৰিছিল। ৰূপৰ তাওকিন দুটা, কলহ এটা, বেলা দুখন, তাও কাপোৰ এযাৰখন, বচোৱাল দহখন সন্দেশ হিচাপে দি কটকী পঠালে নৰাৰাজ্যলৈ। চোমদেওক লৈ অনা বাবে খঙত উতলি থকা চুখ্ৰান্‌ফাই ভায়েক চুকাফাৰ বিপুল বিজয়ৰ বাতৰি পাই আনন্দিত হ'ল। জিম-বন্ধা ঘোঁৰা এটা, কাৰফাই ধনু এখন, ৰূপৰ বৰৈদিয়া চোলা এটা, সোণোৱালী পইজাৰ তিনি যোৰ, সোণোৱালী টুপী দুটা, বাঁহত কাপোৰেৰে চোৱা টুপী তিনিটা আৰু অনেক বস্তু দি পঠালে। ডয়-কাও-ৰঙৰ ইপাৰে-সিপাৰে দুখন ৰাজ্যৰ মিত্ৰতা দৃঢ় হ'ল।

চণ্টকতো কিবা আমনি পালে। ভটীয়াই শিমলুগুৰিলৈ গ'ল। দেশ চাবলৈ মানুহ পঠালে। দিখৌৰ দক্ষিণে এখন সৰু নৈ পালে। নৈৰ পানীবোৰ কিঞ্চিৎ ৰঙা। গতিকে নাম থলে নামডাং। নামডাঙৰ পাৰে পাৰে উজাই-ভটীয়াই চাই দেখিলে তিনি হেজাৰমান পানীখোৱা ঘাট আছে। তাৰপৰা গৈ দক্ষিণে আৰু এখন নৈ পালে। ধীৰ গতি। গতিপথ নিতান্তই কেঁকোৰা-কেঁকুৰি। তাতো হিচাপ কৰি তিনি হেজাৰ পানীখোৱা-ঘাট পালে। নৈখনৰ নাম থলে—ছাম-ৰিং (তিনি হেজাৰ), সেয়ে ছাৰিং, চাৰিং। নামডাং-চাৰিঙৰ দুয়োপাৰে বহুতো ভৰা গাওঁ। নিৰাপত্তাৰ স্বাৰ্থত পুৰণি কালৰ জনজাতীয় মানুহে একে থুপতে বাস কৰিছিল। আনৰ আক্ৰমণ প্ৰতিৰোধ কৰিবলৈকো সহজ আৰু আনকো একে লগ হৈ আক্ৰমণ কৰিব পাৰি। পৰচিত্ত অন্ধকাৰ। অচিনাকি মানুহৰ মন বুজা টান। চুকাফা ডিমৌলৈ আঁতৰি গ'ল। ডিমৌকো দিহিঙৰ পানীয়ে পায। ডিমৌ এৰি আহিল।

মুং-মিত-কুপ্-ক্লিং-ডাও এৰি আহিবৰেপৰা ঠাই বাগৰি বাগৰি আমনি লাগিছিল। কোনো এঠাইত থিতাপি লবলৈ ইচ্ছা কৰিছিল। বয়সেও আঁচুৰিছিল, অৱসাদো আহিছিল। চাৰিঙ-পিনে মানুহ পঠাইছিল ঠাই বিচাৰি। বিচাৰিছিল সাৰুৱা মাটি আৰু ওখ ঠাই। বাৰিষা থান-থিত হেৰুৱাবলগীয়া সাৰুৱা পথাৰ পালেও তাত থাকিবলৈ ইচ্ছা নাছিল। ইতিমধ্যে বৰাহী আৰু মৰাণসকলক মোৰাই লৈছিল। ঘৰচেৰেক চুতীযা-কছাৰী মানুহো চুকাফাৰ সহচৰ হৈছিল। অৱশ্যে কছাৰী মানুহৰ সংখ্যাধিক্যৰ কথা জানি জোকাই লোৱা নাছিল।

বৈবাহিক সম্পৰ্কৰ এনাজৰীডালে দুঘৰক এঘৰ কৰে। একতা সুদৃঢ় কৰে। চুকাফাই বৰাহী ৰজাৰ জীয়ৰী এটি বিচাৰিলে-চকলং কৰিবলৈ। ৰজাৰ এটি ৰূপৱতী কুঁৱৰী আছিল নাম থাম-জি-হিঙুলী। হিঙুলীক চুকাফালৈ বিয়া কৰাই দুয়োঘৰ মহা মিত্ৰ হ'ল। বদৌচা নিজৰ মানুহৰ নেতা হৈয়ে থাকিল কিন্তু চুকাফাৰ আধিপত্য মানি ললে। সাধাৰণ প্ৰজাক খেললৈ তুলি

চুঙ্গ অর্থাৎ যোগনীয়া পাতিলে। বৰাহীসকলক চাংমাই, কাঠকটীয়া, ভৰালী, বেজ, জৰাধৰা আৰু কুকুৰাচোৱা বাব দিলে। সময় আগ বাঢ়ি গ'ল। চুকাফাৰ ৰাজ্য-স্থাপনৰ প্ৰক্ৰিয়ায়ো ক্ৰমে ৰূপ লবলৈ ধৰিলে। দিখৌ, দিচাং, দিহিং উপত্যকাৰ এখন ছবি আৰু তাৰ মানুহৰ মনৰ গতি বুজিব পৰা হ'ল। বৰাহী মানুহে উপযাচি ক'লে, 'উজনিত এটি পৰ্বত আছে। পৰ্বতত আমাৰ দেও আছে। তাৰে কাষত নগৰ পাতিবলৈ ভাল হ'ব।' চুকাফাৰ লগৰ মানুহ গৈ ঠাই চালেগৈ। পৰ্বতৰ কাষত সমান ওখ ঠাই আছে। কাষত কলীয়া মাটিৰ সাৰুৱা পথাৰ। ৰজালৈ বাতৰি দিলে, 'ঠাই ভাল। ততালিকে আহক।' ডিমৌৰ শিবিৰ তুলি ৰজা-প্ৰজা সকলো পৰ্বতলৈ আহিল।

চুকাফাই জানিছিল, তেওঁৰ পূৰ্বপুৰুষে নানচাও সাম্ৰাজ্য পাতিছিল। শান্তি-সমৃদ্ধিৰে ভৰা এইখনেই আছিল টাইসকলৰ স্বৰ্গৰাজ্য আৰু তাৰ অধিপতি স্বৰ্গৰাজা, স্বৰ্গদেও। গড় মাৰি নগৰ লোৱা, বাৰীৰ ঢাপ মাৰি ঘৰ লোৱা টাইসকলৰ পূৰ্বাপৰ ৰীতি। পৰ্বতৰ উত্তৰ-পশ্চিমে ওখকৈ ঢাপ মাৰিলে। কাঠৰ বহল-ডাঙৰ দুৱাৰ দিলে। আৰু ঘৰ-দুৱাৰ সজালে। আঘোণ মাহত ন-ভাত খাই নগৰ সোমাল। স্বৰ্গদেও পূজা কৰি ৰূপ আঠ তোলা, চইজৰী দুগছ, খাম কাপোৰ এখন উচৰ্গা কৰিলে। নিম গছৰ গুৰিত এটা পখৰা ঘোঁৰা বলি দিলে। বৰাহী-মৰাণৰ সহযোগত এমুঠি টাই মানুহে এখন নতুন ৰাজ্যৰ পাতনি তৰিলে। মুং-ডুন-চুং-খাম অসম, আসম, আসাম, অচম, আহম, অহম, আহোম, আশ্যাম, আশ্যান হোৱাৰ বাট মুকলি হ'ল। স্মৃতিৰ দীঘলী বাটত অনেক ঘটনাই অগা-ডেৰা কৰিলে কিন্তু ভৱিষ্যতৰ অনাগত দিনবোৰেহে চুকাফাক অধিক সচেতন কৰি ৰাখিলে। কালৈকো হেংদান নদঙাকৈ এখন ৰাজ্য পাতিলে। বিজয়ী আৰু বিজেতাৰ সীমাৰেখা মোহাৰি এনাজৰীৰে বান্ধি ললে। যথাৰ্থতে এই আদৰ্শ অসম যাৰ সমতা নাই। এয়েই অসম সৃষ্টিৰ বীজ-সোণগুটি।

দুবৈৰপৰা জিলিকি থকা এই নগৰখন চে-ৰাই-ডয়, চৰাইদেউ।

চৰাইদেউৰ উত্তৰৰ টিলাটোত সৰগদেওৰ দেওশাল পাতিলে। দক্ষিণ পৰ্বতটোত বৰাহী ৰজাৰ উপাস্য দেৱতা মহাদেউ বুঢ়া-গোঁসাই আছিল। তাকো লাংকুৰি বুলি গাহৰি দি পূজা দিবলৈ নিবন্ধ কৰিলে। মিত্ৰতাৰ এনাজৰীডাল শকত কৰিবলৈ বৰাহী-মৰাণৰ চাৰি গৰাকী কুঁৱৰী বিয়া কৰালে। দুয়োঘৰ মিত্ৰ হ'ল। ৰজাৰ আদৰ্শ লৈ প্ৰজায়ো বৈবাহিক জীৱনৰ পাতনি তৰিলে। আহাৰ-বিহাৰত সাদৃশ্য থকা কিৰাট-মঙ্গোলীয় লোকসকল সামাজিক জীৱনত মিলি পৰিল।

পৰ্বতৰ উত্তৰ-পশ্চিমে বহল সমান ঠাই দেখি তাতে ৰজালৈ খাত পাতিলে। এওঁৰা খাত। মাটি এওঁাৰৰ দৰে ক'লা। পশ্চিমে এখন পাতিলে গচিকলা খাত। ইয়াৰ উৎপন্নৰে দেওপূজা কৰিবলৈ আৰু বৰাখোৱা খাতৰ উপাৰ্জ্জনৰে পিতৃকৰ্ম কৰিবলৈ নিবন্ধ কৰিলে। প্ৰায় দুকুৰি বছৰ বাট কুৰি বাই ফুৰি এদিন এখন ৰাজ্যৰ ভেটি পাতিলে—তেতিয়াও চাৰিসীমা স্থিৰ হোৱা নাই। লগত অহা টাইপুওক থাও-মুং-ক্লিং-মুং-মাং-ৰাই নাম দি বুঢ়াগোহাঁই পাতিলে। চেংকওক থাও-মুং-কা-নং নাম দি বৰ-গোহাঁই পাতিলে। সকলো কথাতে বুঢ়াগোহাঁই-বৰগোহাঁইৰ লগত পৰামৰ্শ কৰা হ'ল। লগত অহা একুৰি চাৰিঘৰ মানুহে স্বকীয়া মৰ্য্যাদা পালে। থাও-মুং-কানং, থাও-মুমুং-কন্-খুমুং, থাও-মুং-মাং-ৰাই, থাও-মুং-খুন্তং, থাও-মুং-কেও-খাম্, থাও-মুং-খুন্-টা-লক, থাও-মুং-খুন্-টাই এই সাতঘৰ মানুহক সাতঘৰীয়া কৰি মৰ্য্যাদা দিলে। নতুন সামাজিক-ৰাজনৈতিক গাঁথনিৰ ন-সুৰুজৰ নতুন পোহৰৰ ৰেঙনি বিৰিঙি ওলাল।

## দুই

টাই পৰম্পৰাত ৰজা স্বৰ্গদেৱে কিন্তু ইচ্ছা কৰিলেই নিজে সিংহাসনত বহিব নোৱাৰে। ডা-ডাঙৰীয়া একে মত হৈ এজন কোঁৱৰ বাছিব লাগে। ৰাইজে সাত সেৱা কৰি কোঁৱৰক ৰজা

মানিব লাগে। চুখ্ৰাংফা ৰজা মৃত্যু হওঁতে কাক ৰজা পাতিব লাগে কৈ থৈ যোৱা নাছিল। সম্ভৱতঃ মৃত্যুৰ সময়ত তেওঁৰ উপযুক্ত পুত্ৰ-সন্তানো নাছিল। ডাঙৰীয়া দুজন আৰু সাতঘৰীয়া কেইঘৰে লগ লাগি ৰাজ্য চলাবলৈ ধৰিলে। ৰজা নাছিল। এইদৰে পাঁচ বছৰ পাৰ হ'ল।

চুতুফা চুখ্ৰাংফাৰ ভায়েক। লাহানজিং গাঁৱত খেতি-খোলা কৰি খাই আছিল। ৰাজনীতিৰ পাশা খেলত চুতুফাৰ ৰাপ নাছিল। তদুপৰি মন থাকিলেনো কি হ'ব? ডাঙৰীয়া-বিষয়াই মোৰ বুলিলেহে হয়। কিন্তু দিন আহিল। চাওফ্ৰুংডাম আৰু তাফ্ৰিখিন দুয়ো একমত হৈ চুতুফাক আদৰি আনি চপাগুৰিতে ৰজা বুলি সেৱা কৰিলে। চুতুফা সৰল মনৰ হোজা মানুহ আছিল। বুঢ়াগোঁহাই-বৰগোঁহাই দুয়ো সমানে দিহা-পৰামৰ্শ দিছিল।

চুকাফা আহিবৰ সময়ত চুতীয়া ৰাজ্যৰ পশ্চিম সীমা আছিল দিহিং নৈ। কিন্তু চুকাফাৰ অনুগামীসকলে লাহে লাহে চুতীয়া ৰাজ্যৰ সীমাৰ ভিতৰতো মাটি-বাৰী লৈ খেতি-বাতি কৰিছিল। চুতীয়া ৰজা ক্ষুণ্ণ হৈছিল এই কাৰ্যত। প্ৰত্যক্ষভাবে প্ৰতিবাদ কৰা নাছিল। ন-শাৰী পৰ্বত, অসংখ্য নৈ পাৰ হৈ আহি দৃঢ়তাৰে খোপনি পুতি লোৱা মানুহবোৰৰ শক্তি-সামৰ্থ্য জুখিব পৰা নাছিল। তথাপি ৰজাৰ লগত ৰজাই সখি পতাইছিল। বছৰ-চেৰেক সখিত্বৰ সম্প্ৰীতিৰে পাৰ হৈছিল!

সেয়া জেঠৰ বাৰ দিন। বাৰিষাৰ ভৰা নৈ। চফ্ৰাই আহি দিচাঙত পৰিছে। আকাশত ডাৱৰে ওফোন্দ পাতি আছে। একো চাটি চেঁচা বতাহ আহি গা-জুৰাই গৈছে। চুতীয়া ৰজাই সখিয়েক চুতুফা ৰজাক নাও-খেললৈ নিমন্ত্ৰণ জনাইছিল। চুতুফায়ো লগত মাত্ৰ কেইজনমান নিৰস্ত্ৰ নাৱৰীয়া লৈ নাও-খেললৈ গৈছিল। অলপ সময় দুয়ো নাৱৰ প্ৰতিযোগিতা চলাই এটা অসতৰ্ক মুহূৰ্ত্তত চুতীয়া-ৰজাই চুতুফা ৰজাক নাৱৰপৰা পাৰলৈ ধৰি নিলে। বন্দী অৱস্থাতে চুতুফাক হত্যা কৰিলে। ৰাজনৈতিক আকাঙ্ক্ষাহীন এজন মানুহৰ মৃত্যু হ'ল—ৰাজনীতিৰ শাণিত কৃপাণত।

চুতুফাৰ মৃত্যুৰ পিছত চাৰিটা বছৰ পাৰ হ'ল। ৰাজ-

সিংহাসন শূন্য। চুখাংফাৰ মৃত্যুৰ সময়তো ডাঙৰীযাসকল সমস্যাত পৰিছিল। চুকাফাৰদৰে সবল-সুঠাম, দূৰদশী, সমভাৱাপন্ন ৰজাৰ প্ৰয়োজন। তেনে যোগ্যতাৰ প্ৰতিশ্ৰুতি দিব পৰা কোঁৱৰৰ সন্ধান পোৱা নাছিল। বিমোৰ হৈ ডাঙৰীয়াসকলেই সিংহাসনখন আৱৰি আছিল। এইদৰে চাৰি বছৰ গ'ল। চুতুফাৰ ভায়েক ত্যাওখামথিকে সিংহাসনত বহুৱাবলৈ থিৰাং কৰিলে। ত্যাওখামথি স্বভাৱত দুৰ্বলচিতীয়া, ৰাজনীতিত আপইতা আৰু মূলতঃ তিৰোতা-সেৰুৱা। নিতান্ত নিৰুপায় হৈ ডাঙৰীযাসকলে ত্যাওখামথিকে ৰাজপাটত বহুৱাইছিল।

ত্যাওখামথিয়ে দুযোজন অভিজ্ঞ, বযোবৃদ্ধ ডাঙৰীযাকে সলাই চাও-থাই-থুম আৰু ত্যাতানবিনক বুঢ়াগোহাঁই-বৰগোহাঁই পাতিলে। লগতে তেওঁবিলাক দুয়োজনকে লগত লৈ চুতীয়া ৰাজ্য আক্ৰমণ কৰিবলৈ প্ৰস্তাৱ কৰিলে। শুভ দিন-বাৰ চাই, কুকুৰা কাটি মঙল মাৰি যুদ্ধলৈ ওলাই গ'ল। উদ্দেশ্য দুটা— ভ্ৰাতৃহন্তাৰ ওপৰত প্ৰতিশোধ লোৱা আৰু ৰাজ্যবিস্তাৰ কৰা। দিহিং পাৰ হৈ সৈন্য বাহিনী উজাই লুইতৰ পাৰ পালেগৈ। চুতীযা ৰজা হুহঁকি গৈ পৰ্বতত সোমালগৈ। পুবে লুইতৰ পাৰলৈকে সীমা বহলাই ত্যাওখামথি উলটি আহিল।

ত্যাওখ্যামথিৰ দুগৰাকী কুঁৱৰী আছিল। বৰকুঁৱৰী ৰূপত ৰূপৱতী, স্বভাৱত উগ্ৰ। তদুপৰি ৰজাই আসৈ দিছিল। আনপিনে কুঁৱৰী আছিল বন্ধ্যা। সৰুকুঁৱৰী স্বভাৱত সৰলা আৰু নিৰীহ। ৰণলৈ যাওঁতে ডাঙৰীয়া দুজনাও লগত যোৱাত ৰজাই বৰকুঁৱৰীৰ হাতত শাসনভাৰ দি থৈ গৈছিল। বৰকুঁৱৰীৰ ক্ষমতালিপ্সা অপৰিসীম। তদুপৰি বুকুত এবুকু সতিনী-ঈৰ্ষাৰ অগ্নিশিখা। তাতে সৰুকুঁৱৰী গৰ্ভৱতী। বৰকুঁৱৰীক সেইকুৰা জুয়ে দাহ-পুৰি ছাই কৰিছিল, জানোচা, সতিনী কুঁৱৰীৰ পুত্ৰ-সন্তান জন্ম হৈ ভৱিষ্যতে সিংহাসনত বহে। সৰুকুঁৱৰীৰ গৰ্ভ জিলিকি অহাৰ লগে লগে বৰকুঁৱৰীৰ ঈৰ্ষাই আকাশ চুলেগৈ। এদিন সৰুকুঁৱৰীৰ চৰিত্ৰহীনতাৰ মনে সজা অভিযোগ আনি প্ৰাণদণ্ডৰ আদেশ দিলে। চাউডাঙে সৰুকুঁৱৰীক লৈ গ'ল।

প্ৰাণদণ্ডৰ চিন স্বৰূপে বৰকুঁৱৰীয়ে বিচাৰিছিল দাখনত তেজৰ কৰাল। চাউডাঙে আনি দিছিল এখন দা, য'ত কেচা তেজৰ চেকুৰা লাগি আছিল। প্ৰশমিত হ'ল হিংসাৰ, ঈৰ্ষাৰ অগনি। কিন্তু সৃষ্টিৰ যিটো অৱশ্যম্ভাৱী ঘটনা, সি ঘটিবই। কোনে কেনেকৈ ইয়াক সহায় কৰে বা প্ৰতিৰোধ কৰে তাক কোনেও ক'ব নোৱাৰে। ঘটনীয় ঘটনা-প্ৰবাহ ঘটিবই। সকলো প্ৰজাই এই কথাত দুখ পালে এগৰাকী নিৰীহ নাৰীৰ অবাঞ্ছিত হত্যা সংঘটিত হ'ল।

ৰজা ৰাজধানীলৈ উলটি আহিল। চৰিত্ৰ-দোষৰ অভিযোগত সৰুকুঁৱৰীক প্ৰাণদণ্ড দিয়াৰ কথা বৰকুঁৱৰীয়েই আগে-ভাগে গোচৰ দিলে। ৰজাই সমৰ্থন জনালে। আনপিনে সৰুকুঁৱৰীৰ চৰিত্ৰৰ কথা শুনি মনতে বৰ অসন্তোষ কৰিলে। ৰজা উলটি আহিল যদিও বৰকুঁৱৰীযে ৰজাৰ কাৰ্য্য-কাম চলাই গ'ল। কাৰোবাৰ ঘৰৰ গাভৰু কাৰোবাক দিয়ে। কাৰোবাৰ খেতিৰ পথাৰত কাৰোবাক খেতি কৰিবলৈ দিয়ে। কাৰোবাৰ ঘৰত বহু-মূলীয়া বস্তু দেখিলে কাঢ়ি আনে। ডা-ডাঙৰীয়া আৰু প্ৰজাই ৰজাক গোচৰ দিয়ে, ৰজাই বৰকুঁৱৰীৰ আগত মুখকে মেলিব নোৱাৰে। নগৰত থকা বিষয়াই সৰুকুঁৱৰীক প্ৰাণদণ্ড দিয়াটো অন্যায় হৈছে বুলি ৰজাক জনালে, ৰজাই বৰকুঁৱৰীক এষাৰ কথা সোধা দূৰৰ কথা, নিমাত নিশ্চল হৈহে ৰ'ল।

অত্যাচাৰ বাঢ়ি গ'ল, অসন্তুষ্টিও বাঢি গ'ল। পুঞ্জীভূত অসন্তুষ্টিযেই বিক্ষোভৰ সৃষ্টি কৰে। বিক্ষোভৰ পৰিণতি হিংসা। স্ত্ৰৈণ, অদূৰদৰ্শী ৰজাক প্ৰজাই বধ কৰিলে। বৰকুঁৱৰীকো। ত্যাওখামথিৰ ন-বছৰীয়া শাসনৰ অন্ত পৰিল।

চতুৰ্দশ শতিকাৰ শেহৰ বছৰ দুটাকে ধৰি পঞ্চদশ শতিকাৰ প্ৰথম সাতোটা বছৰ ৰাজপাটত ৰজা নাছিল। ত্যাওখামথিৰ এটি ভায়েক আছিল, নাম চুচেং। চুচেং বকতাত আছিল। ত্যাও-খামথিৰ মৃত্যুৰ পিছত ডা-ডাঙৰীয়াসকলে চুচেঙক ৰজা পাতিবলৈ বুলি সদল-বলে গৈ বকতাত ওলালগৈ। কোঁৱৰে অতবোৰ মানুহৰ

সমাগম দেখি ভয় খাই সুধিলে। ডা-ডাঙৰীয়াসকলে ক'লে, 'তোমাৰ ককায়েৰ-বোৰেৰৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি ফুনাছিঙ্গ কৰিলো। তোমাক ৰজা লবলৈ আহিছো।' কৌৱৰে বোলে, 'আজি ককাইৰ যি দশা, কাইলৈ মোৰো দশা সেয়ে।' ৰাইজে বোলে, 'আমিও শপত খাওঁ, তুমিও শপত খোৱা। আমিও তোমাক এনে নকৰো, তুমিও প্ৰজাক তেনে নকৰিবা, ককায়েৰৰ নিচিনা নহ'বা।' এই বুলি তাতে ৰাঠি-জোঙেৰেই পুখুৰী খানি পানীত হাত জুবুৰিয়াই শপত খালে। ঠাইৰ নাম হৈ গ'ল শপতকৰিয়া। চুচেং ৰজা নহ'ল। ৰাজনৈতিক আকাংক্ষাই কৌৱৰক স্পৰ্শ নকৰিলে।

বছৰেকৰ বিহুটি হ্যুততে মলঙি গ'ল। খেতিৰ বতৰ পৰিল। থাওমুং চেংখাম বা থাওখুনচেং নামৰ আহোম এজনে খেতি কৰিবলৈ লক্ষণীয়া গৰু এহাল বিচাৰি ফুৰোতে এক ব্ৰাহ্মণৰ ঘৰত এটি সুলক্ষণীয়া লৰা দেখা পালে। শকত-আৱত, নিপোটল। ব্ৰাহ্মণৰ লৰা-ছোৱালীবোৰৰ মাজত জাকত-জিলিকা চেহেৰা। থাওখুনচেঙে ব্ৰাহ্মণৰপৰা লৰাজনৰ বিষয়ে সবিশেষ জানি গৰু কিনি উলটি আহিল।

বৰকুঁৱৰীয়ে প্ৰাণদণ্ডৰ আদেশ দি সৰুকুৱৰীক চাউডাঙৰ হাতত গতাই দিলে। সগৰ্ভা কুঁৱৰীক লৈ চাউডাং ওলাই গ'ল। গছৰ পাত-সৰুওৱা কৰুণ বিননি শুনি কঠোৰ হৃদয় চাউডাঙৰ হৃদয়তো অনুকম্পা জাগি উঠিল। কিন্তু বিকল্প ক'ত? নিষ্ঠুৰা বৰকুঁৱৰীৰ কঠোৰ আদেশৰপৰা ৰক্ষা কৰা যায় কেনেকৈ। এসময়ত কৰ্ত্তব্যৰত চাউডাঙে সৰুকুঁৱৰীক এখন ভুৰত তুলি দিহিঙৰ ভটীয়নি সোঁতত এৰি দিলে। অকথনীয় কষ্টৰ মাজত জীয়াই থাকিলেও মানুহে মৃত্যুৰ স্পৰ্শ কামনা নকৰে। অদৃষ্টক ধিয়াই অজান ভৱিষ্যতৰ বুকুলৈ আগ বাঢ়ি গ'ল সৰুকুঁৱৰী।

দিহিঙৰ সোঁ-পাৰে নৈৰ কাষতে হাবুঙীয়া বামুণৰ গাওঁ। বহুত পুৰণি গাওঁ। পৰশুৰামৰ লগত আহিছিল হেনো। আচাৰ-ৰীতিত থলুৱা মানুহৰ সাঁচ পৰিছিল। নৈতে জোৰোৱা

মাৰি সূৰ্য্যসেৱা কৰিছিল। পুৰাৰ ন-সুৰুজৰ পিনে হাত-যোৰ কৰি চকু মুদি মন্ত্ৰ উচ্চাৰণ কৰিছিল—

জবাকুসুম-সঙ্কাশং কাশ্যপেয়ং মহাদ্যুতিম্।
ধ্বান্তাৰিং সৰ্বপাপঘ্নং প্ৰণতোঽস্মি দিবাকৰম্।

মন্ত্ৰ সমাপন কৰি চকু মেলি দেখে এখন ভুৰত এগৰাকী নাৰী। বিষাদত মলিন এখন মুখ। গালত শুকাই যোৱা চকুপানীৰ দাগ। তথাপি কলীয়া ডাৱৰৰ কাষত লুকাই থকা সূৰ্য্যৰ জ্যোতি বিয়পি পৰাৰ দৰে বিষাদ-বিমনা মুখতো উজলি উঠিছিল এটি ৰাজকীয় কান্তি। ভুৰখন পাৰলৈ চপাই তুলি আনিছিল মানুহ গৰাকীক। পৰিচয় বিহীনা এইগৰাকী নাৰীৰ মুখত নাছিল ভাষা, মাথোন ক্ষীণকৈ উজলিছিল জীয়াই থকাৰ ক্ষীণ আশা। পাৰ হ'ল এটি কঠিন দুৰ্যোগ। মাতৃত্বৰ বাসনাৰে সিক্ত এটি নাৰী মন। গৰ্ভ ধাৰণ কৰি আশা কৰিছিল এটি পুত্ৰ সন্তান। সঁচাকৈয়ে এটি পুত্ৰ সন্তানেই অতি সংগোপনে গৰ্ভকোষত ঠাই লৈছিল। বৰকুঁৱৰীৰ ঈৰ্ষাক লেলিহান গতিৰে বাঢ়িবলৈ দি এই গৰ্ভস্থ সন্তানটিয়ে অতি নীৰৱে প্ৰতিশোধ লৈছিল। ব্ৰাহ্মণে সৰুকুঁৱৰীক ঘৰলৈ লৈ গ'ল। পৰিচয় মাথোন এগৰাকী নাৰী। পুৰুষৰ হাততো নহয়, এগৰাকী নাৰীৰ হাতত লাঞ্ছিতা, অপমানিতা, বিপদগ্ৰস্তা নাৰী।

তিনি মাহৰ পিছত এটি সুলক্ষণীয়া পুত্ৰ সন্তান জন্ম হ'ল। অতদিনে মন মাৰি নিৰ্বাক নিষ্কম্প হৈ থকা এই গৰাকী নাৰীৰ মুখত ফুটি ওলাল এটি স্মিত হাঁহি। খন্তেকতে আকৌ মুখত ফুটি উঠিল এটি বিষাদৰ কৰুণ ৰেখা। যিটি সন্তান ৰাজকাৰেঙত জন্ম হৈ চোমদেও-নাংকুৰি নাথামৰ আশীৰ্বাদ লাভ কৰিব লাগিছিল, সি জন্ম হ'ল ক'ত? যি উপজিয়েই ৰাজসিংহাসনৰ উত্তৰাধিকাৰী হ'ব লাগিছিল, তাৰ আজি পৰিচয়হীন। সৰুকুঁৱৰীৰ মুখৰপৰা তেতিয়াও বেজাৰৰ কলীয়া ডাৱৰ নুগুচিল। অযথা অপবাদ, কষ্ট আৰু বঞ্চনাই আৱৰি ধৰিলে।

থাওখুনচেং থমকি ৰ'ল। ব্ৰাহ্মণৰ ক্ষীণ, লেৰেলা লৰাছোৱালী কেইটাৰ মাজত থুলন্তৰ, ৰাজগঢ়ী লৰাটি দেখি সুধিলে, 'বোপা

তোমাৰ নাম কি ?  ঘৰ ক'ত ?' তঞ্জৰজীয়া লৰাটিয়ে ক'লে, 'মোৰ নাম চুডাং। চুহান বুলিও কয়।' 'তোমাৰ কোন কোন আছে ?' চুড়াঙে ব্ৰাহ্মণৰ ঘৰলৈ আঙুলিয়াই দেখুৱাই ক'লে, 'এইটো আমাৰ ঘৰ। দেউতা-আইতা আছে।' থাওখুনচেং জপনা মেলি ডেউনা ডেই ব্ৰাহ্মণৰ চোতালত ভৰি দিলে। ব্ৰাহ্মণৰ সাতোটা লৰা-ছোৱালীয়ে থাওখুনচেঙক বেৰি ধৰিলে। তেওঁৰপৰা চুডাঙৰ বিষয়ে সবিশেষ জানি গৰু কিনি উলটি আহিল। সুবিধা বুজি এদিন চৰাতে কথাটো উলিয়ালে। লগতে ক'লে, 'ভুৰত উঠি যোৱা এগৰাকী তিৰোতাৰ সন্তান।' চাউডাং চৰাতে আছিল। বৰ-কুঁৱৰীৰ অমানুষিক আদেশ পালন নকৰি ভুৰত তুলি নৈত উটুৱাই পঠোৱাৰ কথা স্বীকাৰ কৰিলে।

বৰমেল বহিল। ডাঙৰীয়া দুজনে মুখিযাল ৰাইজ আৰু বংশৰ সকলোকে সুধিলে। সদৌৱে সোধ-পোছ কৰি আগতে থাটাং হোৱাত গুৰুত্ব আৰোপ কৰিলে। ৰাজধানীৰপৰা মানুহ গৈ হাবুং পালেগৈ। লগত থাওখুনচেং। সদল-বলে ৰজাঘৰীয়া মানুহ গৈ ব্ৰাহ্মণৰ ঘৰত ওলোৱাত চাঞ্চল্য সৃষ্টি হ'ল। চুডাঙকে ধৰি লৰা-ছোৱালী কেইটাই ভয়তে টেপেচা মাৰিলে।

ৰজ ঘৰীয়া মানুহে চুডাঙক ওচৰৰপৰা চালে। সকলোৱেই ৰূপ আৰু ব্যক্তিত্বত মোহিত হ'ল। পিতৃ পৰিচয়হীন সন্তানটিয়ে মাতৃস্নেহৰ নিবিড় পৰশ পোৱাৰ আগতেই মাতৃহীন হ'ল। কিন্তু অদৃষ্টই যাৰ হাতত ধৰা দিযে, তাক বঞ্চিত কৰে কোনে ? আশ্ৰয়-দাতা ব্ৰাহ্মণে কুঁৱৰীয়ে এৰি থৈ যোৱা গাৰ সাজ-পাৰ, অয-অলঙ্কাৰ দেখুৱাই প্ৰত্যয জন্মালে। সেই সন্তানটি সৰুকুঁৱৰীৰ গৰ্ভজাত সন্তান। পিতৃ স্বয়ং ত্যাওখামথি। ৰাজধানীৰপৰা যোৱা মানুহে চুডাঙক লৈ আহিবলৈ প্ৰস্তাৱ দিলে।

মুক্ত আত্মাই কৰ্মৰ নিবন্ধন অনুসৰি দেহত থিত দিয়ে। আত্মাৰ জাতি নাই। জন্ম পূৰ্বপৰিকল্পিত নহয, ই ব্যতিক্ৰম। জীৱই ইচ্ছা কৰি গৰ্ভ বাছি নলয। চুডাঙেও গৰ্ভ বাছি লোৱা নাছিল। আৰু বাছি লোৱা নাছিল পৰিবেশ। ঘটনাক্ৰমে জন্ম হৈছিল ব্ৰাহ্মণৰ ঘৰত। লালিত-পালিত হৈছিল ব্ৰাহ্মণ পৰিয়ালত।

সৰুৰেপৰা গায়ত্ৰী জপিবলৈ শিকিছিল। ব্ৰাহ্মণক অনুকৰণ কৰি লক্ষ্মী-নাৰায়ণ শালগ্ৰামৰ পূজা কৰিছিল। ৰাজনীতি আৰু ৰজাৰ কোনো ধাৰণা নাছিল।

চাওথাইথুম বুঢ়াগোহাঁই স্বয়ং উপস্থিত আছিল। তেওঁ চুডাঙক নিবলৈ আহিছে ৰজা পাতিবলৈ। কথা শুনি চুডাং আচৰিত হ'ল। পিতৃ-মাতৃহীন চুডাঙে আশৈশৱ যাৰ চেনেহৰ ডেউকাৰ উম লৈ পূৰ্ণ কৈশোৰত ভৰি দিলে, তেওঁবিলাকৰ লগত সম্বন্ধ ছিঙি যাবলৈ ইচ্ছা প্ৰকাশ নকৰিলে। এসময়ত বুঢ়াগোহাঁইৰ ফুচুলনিৰ হাত সাৰিবলৈ ভিতৰলৈ সোমাই গ'ল। বৃদ্ধ ব্ৰাহ্মণে চুডাঙক পাৰ্য্যমানে বুজনি দিলে কিন্তু চুডাং অচল-অটল। ৰাজ-পাটত বহিবলৈ পোৱাৰ বিনিময়ত চেনেহৰ ধাৰ খাব নোখোজে। সম্বন্ধৰ এনাজৰীডাল ছিঙি যাব নোখোজে।

অনেক বুজনিৰ অন্তত ৰজা হবলৈ মান্তি হ'ল। সাত পুতেকৰ সৈতে ব্ৰাহ্মণৰ সদৌটিকে ৰাজনগৰলৈ নি সংস্থাপিত কৰিব লাগিব। ব্ৰাহ্মণো যাবলৈ ওলাল। অদৃষ্টৰ কি সৰীসৃপ গতি!

চুডাং ৰজা হৈ চুডাংফা নাম ললে। ব্ৰাহ্মণৰ ঘৰত পূজা কৰা লক্ষ্মী-নাৰায়ণ শালগ্ৰামখনি আনি কাৰেঙত ঠাই দিলে। দিহিঙৰ পাকৰিগুৰিত ঢাপ মাৰি, জেওৰা ভেটি সাতখন বাৰী পাতিলে আৰু তাত ব্ৰাহ্মণৰ সাতপুতেকক সংস্থাপিত কৰিলে। উজনি কেইঘৰক উজনিয়াল কোঁৱৰ আৰু নামনিয়াল কেইঘৰক নামনিয়াল কোঁৱৰ বোলে। হাতী-ঘোঁৰা দি সাতো পুতেকক কোঁৱৰৰ মৰ্য্যাদা দিলে। বৃদ্ধ ব্ৰাহ্মণক ভাৰ্য্যাৰে সৈতে কাৰেঙতে ৰাখিলে। কাৰেঙত শালগ্ৰামৰ পূজা চলিল। ধ্বনিত হ'ল শঙ্খ ঘণ্টাৰ মৃদু মধুৰ শব্দ, উচ্চাৰিত হ'ল মন্ত্ৰ। ৰাজকোঁৱৰৰ মৰ্য্যাদা লাভ কৰি ব্ৰাহ্মণৰ সাতো পুতেকে পাহৰি পেলালে— মন্ত্ৰ, মন্ত্ৰৰ ছন্দস্পন্দ আৰু ব্ৰাহ্মণ্য ঐতিহ্য। ৰাজনীতিৰ কি বিচিত্ৰ গতি! আৰম্ভ হ'ল এক নতুন যোগ-বিযোগৰ বুৰঞ্জী। আহোম ৰজাই গ্ৰহণ কৰিলে ব্ৰাহ্মণ্য ৰীতি, ব্ৰাহ্মণে হাতত ললে ৰাজনীতি। আৰু এদিন সময়ে উটুৱাই দিলে ব্ৰাহ্মণৰ স্বৰূপ।

মিলি গ'ল সামাজিক ভাবে, মিহলি হ'ল তেজৰ। এদিন চিন হেৰাল।

চুডাংফা চৰাইদেওলৈ আহিল। চৰাইদেওৰ পৰিবেশ আৰু ৰীতি-নীতিত ৰক্ষণশীলতা, প্ৰাচীনতা আৰু ঐতিহ্যৰ গভীৰ সাঁচ। চুডাংফাৰ লগত থকা বৃদ্ধ ব্ৰাহ্মণে হয়তো সহ্য কৰিব নোৱাৰিলে। অসহ্য হ'ল ব্ৰাহ্মণৰ ঘৰত প্ৰতিপালিত চুডাংফাৰ। গতিকে দিখৌৰে ভটীয়াই দিচাঙে উজাই আহি নগৰ পাতিলে। নাম থলে চৰগুৱা। নিৰ্য্যাতিতা, লাঞ্ছিতা মাতৃৰ স্মৃতিত এটি বৰপুখুৰী খনালে। নাম থলে ৰাজমাও পুখুৰী। (নতুন মানুহৰ মুখত পৰি সিয়ে ৰাজমাই হ'ল।) চতুৰ্দশ শতিকাৰ স্মৃতি লৈ ৰাজমাও পুখুৰী আজিও জিলিকি আছে।

চুকাফাৰেপৰা সাতজন ৰজা ৰাজপাটত বহিছিল যদিও তেওঁ-বিলাকৰ ৰাজ্যাভিষেক আড়ম্বৰপূৰ্ণ নাছিল। অনুষ্টুপীয়া অনুষ্ঠানত ডাঙৰীয়াসকলে ৰজাক উপদেশ দিছিল আৰু ৰজাই দুষ্টক দমন কৰি শিষ্টক পালন কৰিবলৈ শপত গ্ৰহণ কৰিছিল। চুডাংফাই যথানিযমে ৰাজ্যাভিষেক পাতিবলৈ আয়োজন কৰিলে। অভিষেক উৎসৱ সমাপন কৰিবলৈ তিনিটা নতুন ঘৰ সজালে— পাটঘৰ, হোলোংঘৰ, শিঙৰি ঘৰ। ৰাজ্যৰ চাৰিওপিনে বাতৰি দি শুভ দিন-বাৰ-খেন চাই অভিষেক-উৎসৱ আয়োজন কৰিলে। যথা-সময়ত হাতীত উঠি হাতত মুকলি হেংদান লৈ চৰাইদেওলৈ গ'ল। চৰাইদেওৰ দেওশালত যথানিয়মে চাইফা, ওমফা, চোমফা আদি পূজা কৰিলে। চৰাইদেওৰপৰা আহি ডিঙিত চোমদেওক লৈ বৰকুঁৱৰীৰে সৈতে পাটঘৰলৈ গ'ল। পাটঘৰত ৰজা-ৰাণীক মন্ত্ৰপূত পানীৰে স্নান কৰোৱা হয়। দেওধাই-বাইলুঙে বাথাম, আশীৰ্বাদ কৰিলে। হোলোংঘৰৰ এমূৰে স্নানঘৰ। স্নানঘৰৰ তলত এটা মানুহকে ধৰি পাৰ্য্যমানে একোটাকৈ জীৱজন্তু হোলোং-ঘৰৰ চাংতলত বান্ধি থোৱা হয়। ৰজা-ৰাণীয়ে স্নান কৰা পানী সিহঁতৰ গাত পৰে। হোলোং ঘৰতে যথাৱৎ স্নান কৰোৱা হ'ল। হোলোঙৰ তলত থকা ৰক্সা আৰু ৰাজ্যৰ অপায়-অমঙ্গল কাঢ়িয়াই লৈ যাবলৈ মানুহজনক এচৰু সোণ আৰু এচৰু ৰূপ দিয়া হ'ল,

ইয়াকে নেওচা-যোৱা বোলে। জীৱ-জন্তুবোৰ মেলি দিলে। হোলোংঘৰতে কৰতলীয়া ৰজাসকলে আৰু ডাঙৰীয়া বিষয়াই ৰীতি অনুসৰি সেৱা কৰি উপহাৰ দিলে। তাতে ৰজাই দৰবাৰ পাতি বহিল আৰু সকলোকে সাজলৈ নিমন্ত্ৰণ জনালে।

হোলোংঘৰৰ কাৰ্য্যসূচী সমাপন কৰি শিঙৰি ঘৰলৈ গ'ল। ই শিঙৰি কাঠেৰে সজা দুমহলীয়া চাংঘৰ। তাত প্ৰকৃত সিংহাসন সজোৱা হ'ল। শিঙৰি ঘৰৰ দুৱাৰ মুখতে মৃত্যুদণ্ডেৰে দণ্ডিত বন্দী এজনক হেংদানেৰে কাটি ৰজা শিঙৰি ঘৰলৈ উঠিলে। সিংহাসনত ডাঙৰীয়া দুজনাই সমুখৰ খুটাত ধৰি আছিল। ৰজাই দুয়োহাত দুয়োজনা ডাঙৰীয়াৰ মূৰত থৈ বৰকুঁৱৰীৰে সৈতে সিংহাসনত বহিল। সিংহাসন ন-খলপীয়া। সিংহাসনত বহাৰ লগে লগে দেওধাই-বাইলুঙে আশীৰ্বাদ দিলে। চিৰিংফুকনে ৰূপালী পাটৰ কাপোৰত সোণালী আখৰেৰে লিখি দিলে চাওফা চুডাংফা। সেই সময়তে সোণাৰিয়ে সোণৰ মোহৰ মাৰিলে। কৰতলীযা ৰজা আৰু ডাঙৰীযা-বিষযাসকলক সোণ, ৰূপ, কাপোৰেৰে বঁটা দিলে। দেওধাই-বাইলুং আদিকো দান দিলে। পুনৰ দুই ডাঙৰীয়াৰ মূৰত হাত থৈ সিংহাসনৰপৰা নামিল। সাদিন জুৰি ৰাজগৃহত ৰং-আনন্দৰ পয়োভৰ। অষ্টমদিনা ৰজা পুনৰ চৰাইদেওলৈ গৈ দেওপূজা কৰি আওবৰ-বাটবৰ বুলে। ৰজাৰ ৰাজ্যাভিষেকে গোটেই ৰাজ্যতে এমুঠি ৰং-আনন্দৰ হাঁহি সিঁচি দিলে।

ৰাজনী কুঁৱৰীৰ পুতেক তাওচুলাই। তেওঁৰে আন নাম চাওপুলাই। চাওপুলায়ে চুখ্ৰামফা ৰজাৰ দিনতো এবাৰ জেঙা লগাইছিল। বৰগোহাইৰ লগ লাগি ৰাজ্য আক্ৰমণ কৰিবলৈ কমতাৰ ৰজাক মাতি আনিছিল। ৰজাই দোষ ক্ষমা কৰি চাও-পুলাইক চাৰিঙীয়া ৰজা পাতি থলে।

চাওপুলাই স্বভাৱত চঞ্চল আৰু দুৰাকাঙ্ক্ষী ৰাজকোঁৱৰ আছিল। ত্যাওখাম্‌থিৰ পিছত তেৱেঁই ৰজা হবলৈ পাব বুলি আশা কৰিছিল। ডাঙৰীয়া-বিষয়াসকলে চাওপুলাইৰ কথা আৰু কামত কিবা বিসঙ্গতি দেখা পাইছিল। যাৰ মূৰত এবাৰ ৰাজ-

নৈতিক ক্ষমতালিপ্সাৰ গজালি মেলিছে, তাৰ প্ৰচেষ্টাই মৃত্যুৰ দুৱাৰদলিলৈকে তাক খেদে। চাওপুলাই ইয়াৰ ব্যতিক্ৰম নাছিল। ডা-ডাঙৰীয়াই মোৰ বুলি সাতসেৰা নকৰিলে ৰাজকোঁৱৰ হলেও তেওঁক কোনে ৰজা বুলি মানে? মনৰ পুঞ্জীভূত আকাঙ্ক্ষাক চাওপুলায়ে গোপনে হেঁচি ৰাখিছিল। সেয়া আছিল কঠোৰ অৱদমন।

চুডাংফা ৰজাৰ এগৰাকী লিগিৰী কুঁৱৰী আছিল। খুনতাই পৰিয়ালৰ থাওবুক খুমচাওৰ জীয়েক। নাম নাংচেং। বিয়াৰ সময়ত দুগছ সোণৰ হাৰ উপহাৰ দিছিল। লাহী কঁকাল, কেতেকী বৰণীয়া দেহ। ভোমোৰাকলীয়া চুলি। জীয়ৰী কালতে আসৈ পাইছিল চাওপুলাই কোঁৱৰে। চাওপুলাই কোঁৱৰক পোনতে চাৰিং ৰজা পাতিছিল। পিছত তিপমীয়া ৰজা পাতিছিল। এদিন নাংচেং কুঁৱৰীয়ে মৰম-আকলুৱা এহাল চকুৰে অপলক চাৱনিৰে চাওপুলায়ে তিপাম ৰজালৈ চাই আছিল। ধৰা পৰিছিল লিগিৰা-লিগিৰীৰ চকুত। কিন্তু কথাটো সদাৰি হোৱা নাছিল। চাও-পুলাইৰ সাঁচতীয়া মৰমখিনি নাংচেং কুঁৱৰীলৈ অতি সন্তৰ্পণে আগবঢ়াই দিছিল। চিন স্বৰূপে লিগিৰা এটিৰ হাতত সোণৰ বাখৰুৱা আঙঠি এটা উপহাৰ পঠাইছিল। যথাসময়ত কুঁৱৰীৰ হাতত পৰিছিল এটি উজ্জ্বল সোণৰ আঙঠি। তাৰ চিক্‌চিক্‌নিয়ে কুঁৱৰীৰ অন্তৰ স্পৰ্শ কৰিছিল। ৰাজ-কাৰেঙৰ বিলাস-বিভূতিযেও প্ৰণয়ৰ গোপন কুঁহিটি ঢাকি ৰাখিব নোৱাৰিছিল। ক্ৰমে ওচৰ চাপি গৈছিল দুটি হৃদয়। ৰজাই ভূ-পোৱা নাছিল এই গুপ্ত প্ৰেমৰ।

বৃন্ধ থাওমুংতাও। বয়সে গৰকা মন। সলিসিযান স্বভাৱ। চাওপুলাই কোঁৱৰৰ গোপন দুৰভিসন্ধিৰ তলা-নলা বুজিছিল থাওমুংতাৱে। ৰজাত গোচৰ দিলে। কুঁৱৰীয়ে সৈ কাঢ়িলে। চাওপুলায়ে লিগিৰাৰ হাতত আঙঠি পঠাইছিল। ৰজাই মতাই আনি চৌথাম কৰি চাওপুলাইক সুধিলে। চাওপুলায়ে আসৈ মাতিলে আৰু পিছদিনাই পলাই গ'ল। ঘৰত নিজৰ কুঁৱৰীক থৈ নাংচেং কুঁৱৰীলৈ গোপনে আঙঠি পঠোৱাৰ বাতৰি পাই তিপমীয়া

কুঁৱৰী জ্বলি-পকি উঠিল। সৌন্দৰ্য্যলোলুপ চাওপুলায়ে নাংচেং কুঁৱৰীক এজনী সতিনী উপহাৰ দিব খোজাৰ বা কুঁৱৰীক প্ৰতাৰণা কৰাৰ বাবে প্ৰতিশোধ লবলৈ কুঁৱৰী সুন্দুৰ তিপামৰ পৰা আহি চৰগুৱাত ওলালহি। তিপমীয়া কুঁৱৰী লান্‌খিলিপৰ জীযেক। ৰজাৰ আগত কথা ক'বলৈ ভয় কৰা তিৰোতা নহয়। ক'লে, 'স্বৰ্গদেও, চাও তিপামে নাংচেং কুঁৱৰী আঙঠি দিয়াটো সঁচা। গোপনে কথা-বতৰা হোৱাটোও সঁচা। তদুপৰি চাও তিপামে বিদ্ৰোহ কৰিবলৈ চান্দি আছে। খামজাং আৰু আইতনো তিপমীযাৰে লগ লাগিছে।'

ৰাজধানীত চাঞ্চল্য সৃষ্টি হ'ল। সন্দেহ আৰু আশঙ্কা ঘনীভূত হৈ উঠিল। এনেতে নাংচেং কুঁৱৰী তিপাম-ৰজা চাওপুলাইৰ লগত পলাই গ'ল। চাওপুলাই, টাই-তিপাম, মোমায়েক তামেৰা, (ৰাজনী কুঁৱৰীৰ ভাযেক) আৰু তিপমীযা কুঁৱৰী তিনিও পলাই গৈ নৰাৰাজ্যত সোমালগৈ।

ডয-কাও-ৰঙৰ সিপাৰে নৰা ৰাজ্য। পৈতৃক সম্পৰ্কৰ এনাজৰী ডাল এতিযাও ছিগা নাই। এক জটিল চৰিত্ৰৰ মানুহ চাওপুলাই। চুখ্ৰাংফা ৰজাৰ দিনত পলাই গৈ কমতাৰ ৰজাক যুদ্ধলৈ মাতি আনিছিল। এইবেলি গৈ নৰাৰজা চুৰুনফাৰ ওচৰ পালেগৈ। চুৰুনফাক ক'লে, 'চুকাফাই পাতি থৈ যোৱা মুং-ডুং-চুন-খামত ৰজা নাই, উদি। তোমাৰ বংশৰ কোঁৱৰো নাই। ৰাজ্যখন ল'ব লাগে। তোমাৰ সৈন্য আগ বাঢ়ি গলে তিপামৰ মানুহে বিদ্ৰোহ কৰি তোমাৰ লগত যোগ দিব।'

লান্‌খিলিপৰ জীযেকৰ মুখেদি বাতৰি পাই তিপামৰ বিদ্ৰোহ দমন কৰিলে। ঘাই ঘাই বিদ্ৰোহীবোৰক বধ কৰি তিপামৰ বৰশিলত মুণ্ডমালা বান্ধিলে। চাওপুলাইৰ টুটকীয়া কথাত বিশ্বাস কৰি চুৰুনফাই তাচিনপো বৰগোঁহাইক সেনাপতি পাতি ৰণলৈ পঠালে। এক শক্তিশালী সৈন্যবাহিনী লৈ ডয়-কাও-ৰং পাৰ হৈ তাচিনপো তিপামৰ কুহিযাৰবাৰী পালেহি। এই বাতৰি পাই চুডাংফাই ত্যাতানবিং বৰগোঁহাইক নৰাসৈন্যক ভেটিবলৈ পঠালে। উভয় পক্ষ কুঁহিয়াৰবাৰীতে মুখামুখি হ'ল।

তাচিনপো বৰগোঁহায়ে ত্যাতানবিঙৰ পৰা জানিবলৈ পালে, তাওচ্‌লাইৰ কথা সঁচা নহয়। এয়া তাওচ্‌লাইৰ এক ৰাজনৈতিক অভিসন্ধি।

যুদ্ধ নহ'ল। উভয় পক্ষই নিজৰ নিজৰ ৰজালৈ বাতৰি দিলে। সন্ধি কৰিবলৈ আদেশ আহিল। ডয়-কাও-ৰঙৰ শিখৰত থকা নং-য়াং সৰোবৰ। দুয়ো বৰগোহাঁয়ে নং-য়াঙৰ পাৰত লগ হৈ একেলগে পানীত হাত জুবুৰিয়াই কুকুৰা কাটি শপত খালে। পাৰত দুটা শিলৰ মূৰ্ত্তি কাটি সন্ধিৰ চৰ্ত্ত যুগমীয়া কৰিলে, 'চন্দ্ৰ-সূৰ্য্য থাকেমানে ভাই ৰজাই ভাই ৰজাৰ ৰাজ্য আক্ৰমণ নকৰিব। প্ৰীতিৰে বসবাস কৰিব আৰু ডয়-কাও-ৰং দুয়ো ৰাজ্যৰ সীমা হ'ব'। ডয়-কাও-ৰং মানে ন-শাৰী পৰ্বত। কুকুৰা কাটি শপত খাই সীমা পতাৰ বাবে নাম হ'ল পাটকাই চেংকান। (পাট — কাট, কাটি, কাই — কুকুৰা, চেং — শপত, কান = লগালে) পিছলৈ জনপ্ৰিয় হ'ল থোৰতে পাটকাই বুলি। পাটকাইত সীমা পাতি সৰা সেনাপতি উলটি যোৱাৰ বাতৰি পাই টুটকীযা তাওচ্‌লাই কমতা ৰাজ্যলৈ পলাই গ'ল। লগত গ'ল তামেৰা, টাই-তিপাম আৰু নাংচেং কুঁৱৰী। চাৰিও গৈ এইবাৰ কমতা ৰাজ্য পালেগৈ। তাওচ্‌লায়ে চুডাংফাৰ ৰাজ্য আক্ৰমণ কৰিবলৈ উচটনি দিলেগৈ। এই বাতৰি আহি চৰ্গুৱা পালেহি।

কমতেশ্বৰৰ জীয়ৰী ৰাজনী কুঁৱৰী তেতিযাও জীৱিত। পুতেক তাওচ্‌লায়ে অকথা কৰি ৰাজ্যৰপৰা খেদা খাই গৈ কমতাৰ ৰজাক যুদ্ধলৈ উচটনি দিয়া শুনি তেওঁৰ ভিতৰ-বিশ্বাসী ৰুপাই লস্কৰক পঠাই কোৱালে, 'মই মাজ-ঘৰতে আছোঁ। এতিয়াও মিত্ৰ-সম্বন্ধ জীয়াই আছে। তত্ৰাচ বিবাদ কৰা উচিত নহয়। আগতে মোক দি মিত্ৰ কৰিছে, এতিয়াও এটি কন্যা দি মিত্ৰতা কৰক। মিত্ৰ-সম্বন্ধ দৃঢ় হওক।' ৰুপাই লস্কৰ গৈ কমতা পালেগৈ আৰু ৰাজনীৰ ককায়েক কমতেশ্বৰ দুৰ্লভনাৰায়ণক সবিশেষ ক'লেগৈ।

কমতা ৰাজ্যত তেতিয়া ঘোৰ সঙ্কট উপস্থিত। পাঠান সেনাপতি গিয়াছুদ্দিন আজম সসৈন্যে কমতা সীমান্তত উপস্থিত। গিয়াছুদ্দিন আজম ছিকন্দৰ ছাহৰ পুতেক। ছিকন্দৰ ছাহ

বিখ্যাত চুফী কবি হাফিজৰ সহযোগী আছিল। কামৰূপ আক্ৰমণকাৰী প্ৰথমজন পাঠান সেনাপতি মহম্মদ ইবন বক্তিয়াৰ খিলজী। উত্তৰ গুৱাহাটীৰ কানাই বৰশী বোৱা শিলত পৰাজয়ৰ গ্লানি এৰি প্ৰাণ লৈ পলাই গ'ল। দ্বিতীয় বাৰ আহিল গিয়াছুদ্দিন বখতিয়াৰ। তৃতীয়তে আহিল নাচিৰুদ্দিন। চতুৰ্থ আক্ৰমণ হ'ল ইখতিয়াৰুদ্দিন মালিক উজবেক তুঘ্ৰুল খাঁ। ইয়াৰ পিছত আহিল চুলতান গিয়াছুদ্দিন। এইবাৰ আহিল ছিকন্দৰ ছাহৰ পুত্ৰ গিয়াছুদ্দিন আজম। নিজৰ ৰাজ্য যেতিয়া বিপদৰ সন্মুখীন, অস্তিত্ব আৰু স্বাধীনতা যেতিয়া বিপদাপন্ন, সেই সময়ত মিত্ৰকো শত্ৰু কৰি লোৱাটো সমীচিন নহয়। ৰূপাই লস্কৰৰ মুখে বাৰ্তাৰ পাই মাণিকৰ জীয়েক ভাজনীক (অন্য এগৰাকী কন্যা, আগৰ গৰাকী নহয়) চুডাংফালে সালঙ্কৃতাকৈ উলিয়াই দিলে। যৌতুকত দিলে—দন্তাল হাতী এটা, মাখুন্দী এজনী, ৰূপোৱালী জিনবন্ধা ঘোঁৰা এটা, অন্য ঘোঁৰা ১২ টা, বেটী ২০ জনী, মানুহ ৪৭ ঘৰ, সোণ-ৰূপ, কাপোৰ-কানি, গৰু-ম'হ বহুতো দিলে।

কমতেশ্বৰে সহায় বিচাৰিলে ৰাজ্য ৰক্ষাৰ অৰ্থে। চুডাংফাই ততালিকে সহায়ৰ হাত আগ বঢ়ালে। ত্যাতানবিং বৰগোহাঁইক সেনাপতি পাতি ক'লে, 'কমতেশ্বৰে যে সহায় বিচাৰিছে। তই যা। বঙালৰ বিৰুদ্ধে থেম কৰগৈ। ভাজনী কুঁৱৰীক যে দিছে আগ বঢ়াই আনিবি।' এয়া, কমতেশ্বৰৰ লগত দ্বিতীয় বাৰৰ বাবে বৈবাহিক মিত্ৰতা গঢ় লৈ উঠিল। কমতা আক্ৰমণ নকৰি গিয়া-ছুদ্দিনৰ সৈন্য আঁতৰি গ'ল।

ব্ৰাহ্মণৰ ঘৰতে সৃষ্টিৰ প্ৰথম পোহৰ দেখা চুডাংফাই দীৰ্ঘদিন ৰাজত্ব কৰিবলৈ নেপালে। ৰাজত্বৰ আৰম্ভণিতে মুং-খামজাং, মুং-আইতন আৰু মুং-তিপাম লগ হৈ বিদ্ৰোহৰ আয়োজন কৰিছিল। তেতিয়াৰেপৰা তিনিও ৰাজ্যই কৰ-কাটল দিয়া নাছিল। ইতিমধ্যে চুৰুনফা নবা ৰজাই ভাই-ৰজা বুলি পাটকাইত শপত খাইছিল। গতিকে চুৰুনফাৰ ওচৰলৈ কটকী পঠাবলৈ সিদ্ধান্ত কৰিলে।

খামজাং, আইতন আৰু তিপাম তিনিখন কৰতলীয়া ৰাজ্য, চুকাফাই খামজাঙত কাংখংমুঙক, তিপামত খুনতঙক আৰু আইতনত নিজৰ বংশৰে এজনক শাসনকৰ্ত্তা পাতি থৈ আহিছিল। অতদিনে কৰ-ভাৰ দি সম্বন্ধ ৰাখি আছিল। চাওপুলাইৰ উচটনিত তিনিও ৰাজ্যই স্বাধীন হবলৈ কুৰুং-কাৰাং কৰিছিল। আঠ বছৰ ধৰি কৰ-কাটল দিয়া নাছিল। চুডাংফাৰ অভিষেকলৈকো অহা নাছিল। চুডাংফাই তিনিও ৰাজ্যৰ অনমনীয়তা সহ্য কৰিব পৰা নাছিল।

চুডাংফাই তাপংমাও নামেৰে টিমক অভিজ্ঞ কটকী এজনক বাছি লৈ নৰা ৰাজ্য মুংকঙলৈ পঠাবলৈ দিহা কৰিলে। সবিশেষ বিবৰি এখন পত্ৰ লিখিলে। তাপংমাৰে যাঠিৰ নালত কাকত ভৰাই ললে আৰু যাত্ৰা কৰিলে। চিঠিত লিখিলে, 'খামজাং, আইতন আৰু তিপাম পুলিন স্বৰ্গদেও চুকাফাই পাতি থৈ গৈছে। গতিকে মোৰহে ৰাজ্য। গত আঠ বছৰে তিনিও ৰাজ্যই মোকো কৰ-খুত দিয়া নাই, নৰা ৰজাকো দিয়া নাই। মই তিনিও ৰাজ্য আক্ৰমণ কৰি অধীনলৈ আনিবৰ ইচ্ছা।'

কটকী তাপংমাও যথাসময়ত চুৰুনফাৰ ৰাজসভাত উপস্থিত হৈ চিঠি দিলে আৰু মুখেৰেও সবিশেষ জনালে। ৰজাই থিতাদহে মুংখুবান নামেৰে কটকীক পঠাই তিপামৰ ৰজাক সোধালে আৰু কৰ দিবনে নিদিযে সৈ কঢ়ালে। দিনচেৰেকৰ পিছত তাপংমাওক বিদায় দিলে আৰু উভতনি স্বৰূপে ত্যাওলুংবান কটকীক লগত পঠালে। নৰাৰজাই সন্দেশ পঠালে—শুকুলা ঘোঁৰা এটা, তাওকাক পীৰা এখন, নৰাপীৰা এখন, ৰূপৰ বনকৰা মুখচাউনি জৰী (লেকাম) এগছ, বনকৰা তলচা এখন আৰু অনেক সম্ভাৰ।

দুযো কটকী আহি থাকোঁতে আদবাটতে বাতৰি পালে, চুডাংফা স্বৰ্গদেও হৰাল, মৃত্যু হ'ল।

সমন্বযৰ সাকোঁ বন্ধা চুডাংফা ভৰ ডেকা বয়সতে গাৰ অঁৰ হ'ল। সদাসহিষ্ণু, বিবেচক চুডাংফাক তাওচুলাই কৌৰবে পদে পদে আমনি দি থকা সত্বেও কঠোৰ ব্যৱস্থা লোৱা নাছিল। কালৰ কুটিল গতি ভৰ বয়সতে চিৰ বিদায় মাগিলে।

## তিনি

চুডাংফাৰ ৰবপুতেক চুজাংফা আৰু পিছত চুফকফা ৰাজপাটত বহিল। সোতৰ বছৰ কাল পিতৃৰাজ্যকে ভোগ কৰি স্বৰ্গী হ'ল। নাছিল সীমান্তত সংঘৰ্ষ, নাছিল আভ্যন্তৰীণ অশান্তি। কমতালৈ পলাই যোৱা তাওচুলাই-তামেৰাঁহত উলটি অহা নাছিল। টাই-তিপামেও নিয়মীয়াকৈ কৰ-খাজনা দিছিল। প্ৰজাই খেতি-বাতি কৰি সুখেৰে খাই-বৈ দিন কটাইছিল।

চুফকফা ৰজাৰ ৰবপুতেক, নাম চুফুক। ৰাজপাটত বহি নাম ললে চাওফা চুচেনফা।

আহাৰ মাহ। ভৰ দুপৰীয়া। আকাশ ডাৱৰে ঢকা। দোক-মোকালিৰে পৰা লেঠেৰি নিছিগা বৰষুণ। তাতে সেইদিনা আছিল অমাবস্যা। লাহে লাহে এন্ধাৰ হৈ আহিছিল আৰু এসময়ত দিন দুপৰতে সাজ লাগি ভাগোতে হোৱাৰ দৰে ঘন এন্ধাৰ হৈছিল। চৰাই-চিৰিকতি বাহলৈ উলটিছিল। গৰু-ম'হ ঘৰমুৱা হৈছিল। প্ৰজাৰ মনত আতংক। মহা অমঙ্গল বুলি কোৱা কুই কৰিছিল। মানুহো দিনতে ঘৰ সোমাইছিল। সন্দেহ কৰিছিল জানোচা প্ৰলয়ৰ সূচনা হয, সেযা সূৰ্য্য-গ্ৰহণ।

মানুহৰ মনৰ আতঙ্ক লাহে লাহে মাৰ গৈছিল। এনেতে টুংচু নগাই ৰাজ্য আক্ৰমণ কৰিবলৈ যো-জা কৰিলে। চুবিনফা ৰজাৰ দিনত থাওমুংতাৰে যে নগাক কাটিছিল, সেই কথা মনতে আছিল। নগাই প্ৰতিশোধৰ সুযোগ বিচাৰি ফুৰিছিল। এই বেলি ৰণৰ সাজেৰে অহা দেখি ৰজা নিজেই ৰণলৈ ওলাল। লগতে গ'ল পুতেক ডেকাৰজা। যেতিয়া মুখামুখি হ'ল, টংচু নগা আগ বাঢ়ি আহি তিনিখন নাকৈ দা উপহাৰ দি চলকৈ ক'লে, 'খাম-পনীয়া নগাৰ উৎপাতত আমি ঠাৰৰিব নোৱৰা হৈছো। আমি স্বৰ্গদেৱৰ সেৱক। আমাক ৰক্ষা কৰক।' সসৈন্য ৰজা আগ বাঢ়ি গ'ল। আগে আগে গ'ল চাওকানবাৰুক আৰু থাওবিক্ত। দা,

খাটি, ফৰ লৈ অনেক নগা হাবিত লুকাই আছিল। আচম্বিতে ওলাই ৰজাৰ সৈন্যক আক্ৰমণ কৰিলে। ১৪০ জন সৈন্য মৰিল। ৰজাকো ঘেৰিয়ালে। চাওকানবাণ্ডুক আৰু থাওঁৰিঙো ৰণত পৰিল। চুচেনফা ৰজাই এইবাৰ সৰহীয়াকৈ সৈন্য গোটাই টংচু নগাৰ গাওঁ গৰকি ৰণত জিনিলে।

জাতি লাউৰ ডিঙি ছিগিলে আহোম মানুহে আজিও নেখায়। তাকে দেখি আন কোনো কোনোৱেও নেখায়। চাওকানবাণ্ডু বৰ-গোহাঁইক বধ কৰি নগাই বৰ মানুহ বুলি মূৰ কাটি লৈ গ'ল। গা-ডোখৰ ৰজাৰ সৈন্যাই লৈ আহিল। মৈদাম বান্ধি গোৰ কৰিবৰ সময়ত জাতি লাও এটা কাটি তাৰে মূৰ দিলে। তেতিয়াৰেপৰা ৰবগোহাঁইপৰীয়াই মূৰছিগা জাতি লাও নেখায়। তাকে দেখি আন আহোমেও মূৰছিগা জাতি লাও খাবলৈ এৰি দিয়ে। চাও-কানবাণ্ডুক মৰিও এটা লোকাচাৰ জীয়াই থৈ গ'ল।

চাওকানবাণ্ডুক মৰিলত সৰু পুতেক লাইৰাংকাকক বৰগোহাঁই পাতি পুনৰ টংচু ৰণলৈ পঠালে। লাইৰাংকক ৰণলৈ নগৈ পলাল। ভতিজাক নাংচুঙে দদায়েকৰ ভীতিগ্ৰস্ততা দেখি ক'লে, 'পৃথিৱী থাকেমানে দুৰ্যশ ৰ'ল। কাললৈকো চাউল-কানি মাৰিলে'। এই বুলি পুংখামেদি দিখৌ পাৰ হৈ নগাক খেদি গ'ল আৰু গাঁৱৰ বিস্তৰ নগাক দমন কৰিলে। অৱশেষত থানা নামেৰে মুখিয়াল নগা এজনে নাংচুঙৰ ওচৰত শৰণে পশিলে আৰু ৰণ বন্ধ কৰিলে। নাংচুঙে থানাক ধৰি আনি ৰজাৰ আগত ভেটালেহি। ডেকা নাংচুঙৰ সাহস, বীৰত্ব আৰু ৰণ-কৌশল দেখি পুথাৰেক চাওকান বাণ্ডুকৰ ঠাইত বৰগোহাঁই পাতিলে। থানা নগাক বুঢ়াগোহাঁইৰ লগত দি বৰগোহাঁইৰ ছোৱালী দি থাপি থলে। তিনিটা নগা পৰিয়াল ঘৰোৱাহীকৈ তুলি আনি দিচাঙৰ বাওঁপাৰে পাতিলে। টংচু এঘৰ, মৌপিয়া এঘৰ, লেফেৰা এঘৰ, তিনিঘৰ। তাৰে যি ঠাইত টংচুৰ পৰিয়াল ৰহিছিল তাকে টংচুৰ সলনি বাঘচু বোলে (টং—বাঘ)।

চ'ত মাহ। গছত ন-কুঁহিপাত মেলিছে, নতুন ফুল ফুলিছে। কুলি-কেতেকীৰ মাতে ডেকা-গাভৰুৰ মন উতলা কৰিছে। মাঘৈ-

মালতী ফুলৰ সুৰভি উৰি আহি গোটেই পৰিবেশটোতে বং আৰু আনন্দৰ পোহাৰ পাতিছে। এনেতে চৰীয়াই আহি বাতৰি দিলেহি হেজাৰ-বাৰশ কছাৰী সৈন্য নগা পৰ্বতৰ কাষে কাষে উজাই আহি টংচু নগাৰ গাঁৱত ওলাইছেহি। কথা শুনি চেলাওচং ৰাজনেওগক গড় মাৰিবলৈ আদেশ দিলে। গড় তৈয়াৰ হৈ ওলাল।

খুনলুং বুঢ়াগোহাঁই আছিল। প্লাইৰিন নামেৰে এটা হাতী দি তেওঁক সেনাপতি পাতি ৰণলৈ পঠালে। লগত গ'ল ভালেমান ভাঙৰীয়া-বিষয়া পালি-সেনাপতি হৈ। কছাৰীয়ে গড় বন্ধাৰ বাতৰি পাই সেই পোনে নাহি কাষেদি বাট কাটি ওলাই আহি খুনলুনক অতৰ্কিতে আক্ৰমণ কৰিলে। ৰণত ঠাৰ্বাৰিব নোৱাৰি খুনলুং হাতীত উঠি দিখৌ পাৰ হৈ আহিল। ১২০ জন মানুহ ৰণত পৰিল। কছাৰী আহি টংচু পাৰ হ'ল। গড়বন্ধা নেওগ চেলাওচেং নিহত হ'ল।

চুহেনফা বিমোৰত পৰিল। বোপা পুলিন-পুথাওৰ দিনতো কছাৰীৰ লগত বিবাদ হোৱা নাছিল। প্ৰায় দুশ বছৰ কাল নীৰৱতাৰে অতিবাহিত হৈছিল। বহু বছৰৰ আগতে দিখৌ পাৰ হৈ গৈছিল যদিও সংঘৰ্ষ হোৱা নাছিল। বৰঞ্চ এই পাৰে বৈ যোৱা বহুতো কছাৰী প্ৰজা খেতি-বাতি কৰি শান্তিৰে বাস কৰিছিল। সমিল মিলেৰে এক হৈ যোৱাৰ উপক্ৰম কৰিছিল। চুহেনফাই কছাৰী ৰজাৰ লগত বৈবাহিক সূত্ৰে মিত্ৰতা কৰিবলৈ প্ৰস্তাৱ আগ বঢ়ালে। লাংজী নামেৰে এটি ৰূপৱতী কন্যা দি লগত এটা দ'তাল হাতী, এজনী মাখুন্দী হাতী আৰু বাৰটা লিকচৌ দিলে। মিত্ৰভাবে কছাৰী ঘূৰি গ'ল। সিমানতে ৰণ ভাগিল।

কাৰেঙৰ মিচাঙৰ চোচু সলাওঁতে এদিন চকুৰ পচাৰতে ৰজাৰ বুকুত ষাঠিৰে খুঁচিলে। খন্তেক পিছতে চুহেনফা মৰিল। লান তুৰবান নামেৰে মানুহ এজনে ধান চুৰ কৰি ধৰা পৰিছিল। তেওঁ ৰজাৰ খাতৰ টেকেলা আছিল। ৰজাই দোষ বিচাৰ কৰি ৰূপ এশ টকা দণ্ড কৰিলে। তুৰবানে দণ্ড দিলে কিন্তু প্ৰতিশোধ-

প্ৰৱলতা অৱদমিত হৈ থাকিল। মিচাং মেৰাৰ্মাত কৰিবলৈ মাতৌঁতে ৰজাক হত্যা কৰিলে।

মাত্ৰ পাঁচ বছৰ ৰাজপাট ভোগ কৰি চুহেনফাৰ মৃত্যু হ'ল। চুপিমফা ৰজা হ'ল। ৰজা হৈয়েই পিতৃবধী লান-তুৰবান, তেওঁৰ পুতেক তাওফ্রং আৰু খুনতাওক প্ৰাণদণ্ড দিলে। খুনলুং বুঢ়া গোহাঁয়ো লান-তুৰবানৰ লগত ভিতৰি যোগ আছিল বুলি বুঢ়া-গোহাঁই পদৰপৰা পদচ্যুত কৰিলে। তদুপৰি অন্যান্য ডাঙৰীয়া বিষয়াৰ বিৰুদ্ধেও অভিযোগ আনি শাস্তি দিবলৈ ধৰিলে। প্ৰজা বিতুষ্ট হৈ উঠিল।

চাওফ্রংডাম বুঢ়াগোহাঁইৰ চাৰিজন পুতেক। তেওঁৰে এক পুতেক লাঙিপুং। চুহেনফা ৰজাৰ এগৰাকী নাগিনী কুঁৱৰী আছিল। এদিনাখন কুঁৱৰী আৰু ডেকা লাঙিপুঙক ঘনিষ্ঠ ভাবে কথা পাতি থাকোঁতে ধৰা পেলাইছিল। এই ঘনিষ্ঠতা কেৱল দৈহিক নাছিল, হৃদয়ৰ ঘনিষ্ঠতা। ৰজা চুহেনফাই কুঁৱৰীক লাঙিপুঙলৈ দি ৰাজধানীৰপৰা আঁতৰকৈ লংকাকত বহুৱালে। লাঙিপুঙৰে পুতেক খুনুলং থামপেং। এওঁৰপৰাই লংককীয়া বুঢ়াগোহাঁই ফৈদ সৃষ্টি হ'ল।

চাওকানবাণ্ডুক বৰগোহাঁই মৰিলত লাংকাকক বৰগোহাঁই পাতি ৰণলৈ পঠাইছিল। লাংকাক ৰণলৈ নগৈ পলাল। ৰণ-পলৰীয়া বুলি পুতেক ভেকোলাক ফৈদৰপৰা ফালি নি চৈয়না হাবিত পাতিলে। কাম দিলে বাংকেক চৰাই মাৰি শুকুৱাবলৈ। ভেকোলা অপুত্ৰক আছিল। পো বুলি মিৰি লৰা এটি তুলি লৈছিল। ডাঙৰ হ'লত মিৰি সন্দিকৈ নাম দিলে। পিছলৈ মিৰি সন্দিকৈ বৰগোহাঁই ফৈদৰ অন্তৰ্ভুক্ত হ'ল।

চুপিমফা ৰজাই এজন নগা খুনবাওৰ লগত সখি পতাইছিল। নাম কাৰেংপা।, নগাৰ গাঁৱৰ কাষতে হাবিত চিকাৰ কৰিবলৈ সোমাই দঁৰিক ধৰিবলৈ জাঙী পাতিছিল। লগত মাত্ৰ দুকুৰিমান মানুহ আছিল। এই বাতৰি পাই এশমান নগাই যাঠি-জোং, দা-বৰ্ছা লৈ ৰজাক হাবিতে ধৰিবলৈ মনস্থ কৰিলে। এই সংবাদ পাই খুনবাৱে হাবিতলীয়া বাটেদি পোনাই গৈ ৰজাক সম্ভাব্য

বিপদৰ যাতৰি দিলে। ৰজাই ঘ'ৰে জাওঁ ত'তে এৰি হাবিৰপৰা ওলাই নগৰলৈ গ'ল। আহোঁতে খুনবাওক মাতি থৈ আহিল।

খুনবাওক সখি-সাজি বুলি ৰজাৰ চমুৰা কুঁৱৰী এগৰাকীক খুনবাওলৈ বিয়া দিলে। খুনবাৰে বোলে, 'তুমি ৰজা, কুঁৱৰী মোৰ মাতৃ তুল্য। মই নিনিওঁ।' ৰজাই বোলে, 'নিয়া।' ৰজাৰ কথা শুনি বৰকুঁৱৰীযে ক'লে, 'তাও'জনৰ জীয়েকৰ ছমহীয়া গৰ্ভ হৈছে। কিয় খুনবাওক দিলা?' কথা শুনি ৰজাই খুনবাওক ক'লে 'মই স্নেহতে দিছোঁ। তুমি নিয়া। পুত্ৰ-সন্তান হ'লে মোক দিবা।' তিনিমাহৰ পিছত এটি পুত্ৰ জন্ম হ'ল। খুনবাৰে সন্তানটি আনি ৰজাক দিলেহি। নাম থলে কনচেং।

মাত্ৰ চাৰি বছৰ ৰাজপাট ভোগ কৰাৰ পিছত ৰহস্যজনক ভাবে চুপিমফা ৰজাৰ মৃত্যু হ'ল। লান-তুৰবানৰ লগত জড়িত বুলি বহুতকে লটি-ঘটি কৰাৰ বাবে ৰাজ্যৰ অনেক মানুহ বিতুষ্ট হৈ উঠিছিল। লান্‌তুৰবানৰ বঙহ পূৰ্বতে চুকাফাৰ লগত আহিছিল। খুন্‌তাইৰ বংশধৰ। ৰজাৰ ঘৰৰ লগত জীয়ৰী দিযা-অনাৰ সম্বন্ধ আছিল। এদিন ৰাজভঁৰালৰপৰা ধান উলিয়াই নিলে। তাকে দেখি খাতোৰাল মৰাণে গোচৰ দি বোলে, 'লান-তুৰবানে ভঁৰালৰ ধান চুৰকৈ নিলে, খাতো তাৰেহে হ'ল।' এই অভিযোগৰ প্ৰমাণ পাই লানতুৰবানক এশ ৰূপ ভাঁবিলে। তাৰে প্ৰতিশোধ ল'বলৈ ৰজাক খুচি মাৰিলে। চুপিমফা ৰজাই লান-তুৰবান আৰু দুই পুতেকক বধ কৰি বংশৰ সকলো মানুহকে ঘৰোৱাহীকৈ তুলি নি দোৰিয়াজানৰ কাষত পাতিলেগৈ। খুনতাইৰ বংশধৰ বাস কৰা বাবে ঠাইৰ নাম হ'ল খুমতাই, খুনতাই।

চুপিমফা ৰজাৰ দিনলৈকে ৰজাই সাজ খাওঁতে কুঁৱৰীসকলে আল ধৰিছিল, চাংমায়ে বান্ধি দিছিল। তেওঁৰ দিনতে চাংমাইৰ আলধৰা পাতিলে। চাংমাইৰ তামুলী ফৈদৰ আলধৰা পাতি তামুলীলিগিৰা নাম দিলে। পোন প্ৰথম তামুলী লিগিৰাৰ নাম লাইমন।

দুশ বছৰ পাৰ হ'ল। লাহে লাহে এই দুশ বছৰৰ ভিতৰতে টাই-আশ্যামসকল আচাম, অসম, অহম, আহোমলৈ সলনি হ'ল

আৰু মুং-জুং-চুং-খাম নামৰ ৰাজ্যখণ্ডও আচাম, আসাম, অহমলৈ ৰূপান্তৰিত হ'ল।

## চাৰি

স্বৰ্গদেৱে কুকুৰা-যুঁজ পাতিছিল। কৈছিল বোলে, 'যুঁজত কুকুৰা জিকিলে গোহাঁইবোৰৰ ছোৱালী মোৰ পোঁহতলৈ দিব। গোহাঁইবোৰৰ কুকুৰা জিকিলে মোৰ ছোৱালী গোহাঁইবোৰৰ লৰা-হঁতলৈ দিম।' স্বৰ্গদেৱৰ কথা শুনি পুতেক চুক্লেন ডেকাৰজাই মুখৰ আগতে ক'লে, 'আপদেৱলৈকে নাটে। আমাৰ কথা কেলেই কয়।' কছাৰী ৰাজ্যৰপৰা তিনি গৰাকী কুঁৱৰী আনিছিল। প্ৰৌঢ়তাৰ সীমা পাৰ হৈ বৃদ্ধত্বত শৰণ লোৱা স্বৰ্গদেৱে তিনিও গৰাকী নিজে ৰাখি থলে। সেই খণ্ডতে ৰজাক তেনেকৈ ক'লে। বোলা-বুলি কৰি ৰজা নগৰলৈ গ'ল। ডেকা-ৰজা চুক্লেন বকতালৈ গ'ল। পিতা-পুত্ৰৰ মতান্তৰ মনান্তৰলৈ ৰূপায়িত হ'ল।

স্বৰ্গদেৱে চুবেং চাৰিং ৰজা আৰু চুথেং তিপাম ৰজাক পঠিয়ালে ডেকা ৰজাক মাতি আনিবলৈ। লগতে বৰগোহাঁইকো আনিবলৈ ক'লে। দুই ভায়েকে চুক্লেনক মাতি আনিব নোৱাৰিলে। এই বেলি ডেকাৰজাৰ মাকক পানীত হাত জোবোৰাই শপত খুৱাই ক'লে, 'পুতেৰক যেনে-তেনে মাতি আনিবা।' পুতেকৰ ওচৰলৈ গৈ মাক উলটি নাহিল। এইবেলি নিজে দিহিঙৰপৰা খেদি গ'ল। খেদি নি ৰ'তে থলে, সেয়ে চেপন। ৰজাক বলে নোৱাৰিব যেন দেখি চুক্লেনে নিজৰ কুঁৱৰী কেইগৰাকীৰ লগতে কিছুমান তিৰোতা মানুহৰ হাতত ঢাল-তৰোৱাল দি ৰণলৈ পঠালে। স্বৰ্গ-দেৱে দেখি বোলে, 'এইবোৰ কোন? কেলেই আহিছে?' ৰজাৰ তামুলী লিগিৰাই বোলে, 'সেইবোৰ স্বৰ্গদেৱৰ বোৱাৰী যুঁজক মনে আহিছে।' ৰজাই তাকে শুনি ক'লে, 'সি বলে নোৱাৰি বোৱাৰীবোৰক ৰণলৈ পঠাইছে। বোৱাৰীহঁতৰ লগত কি ৰণ

কৰিবা ?' এইবুলি দিহিঙলৈ উলটি গ'ল। ৰণ লগা ঠাইডোখৰৰ নাম হ'ল ৰণথাম, ৰণ-চেথাম।

কছাৰী কুঁৰৰীৰ ভায়েক ৰাতমন, ৰাতমাল লেহেতীয়া। তিৰোতাৰ সাজ পিন্ধি ৰাতি কাৰেঙত সোমাল গা-চোৰা জিগিৰীৰ ভাও জুৰি। কুঁৰৰীৰ দিহামতেই ৰাতমনে স্বৰ্গদেৱক মিত্ৰাবে খুঁচি মাৰিলে—ডেকা ৰজাৰ পৰামৰ্শক্ৰমে। এইজনেই স্বৰ্গদেও চুহুংমুং দিহিঙীয়া ৰজা। দুকুৰি দুবছৰ ৰাজত্ব কৰি প্ৰায় তিনি কুৰি দহ বছৰৰো ডেউনা গৰকা এই গৰাকী স্বৰ্গদেও আততায়ীৰ অস্ত্ৰাঘাতত মৃত্যু হ'ল। কাৰেঙত কাঁহ পৰি জীণ গ'ল।

ঘটনাবহুল এই ৰাজত্ব। পূবে পাটকাই অৰ্থাৎ গিৰিকন্যাকাৰ পৰা পশ্চিমে কৰতোয়াৰ পাৰলৈকে আহোম ৰাজ্যৰ সীমা বহল হ'ল। কৰতোয়া শিৱ-পাৰ্বতীৰ সম্প্ৰদানৰ জলধাৰা বৈ আহি সৃষ্টি হোৱা খৰস্ৰোতা নৈ। এওঁৰ দিনতে সাতৰাজ একৰাজ হ'ল। পাঠান সেনাপতি তুৰবকৰ ৰাজ্যলিপ্সা পূৰণ নোহোৱাকৈ ওলোটাই পঠাই কৰতোয়াত খাণ্ডা পখালি পাৰত দ'ল-পুখুৰী স্থাপন কৰিলে। ৰাজ্য বহল হ'ল, বিষয়া বাঢ়িল। পুলিন স্বৰ্গদেও চুকাফাই ভেটি পাতি থৈ যোৱা এচমকা ৰাজ্যখনৰ উত্তৰে পৰ্বতৰপৰা দখিণে পৰ্বত চুলেগৈ। এওঁ আছিল সাহসী, কচামুঠীয়া আৰু আগৰণুৱা। ৰণতো পাৰ্গত, শাসনতো পাৰ্গত।

চুপিমফাৰ পুতেক চুহুংমুং চৰগুৱাৰ শিঙৰি ঘৰত উঠি ৰাজপাটত বহিল। ৰাজপাটত বহিবৰ সময়ত হিন্দু মতে স্বৰ্গ-নাৰায়ণ উপাধি গ্ৰহণ কৰিলে। তেতিয়াৰেপৰা আহোম ৰজাক স্বৰ্গদেও বোলা হ'ল। আগতে টাই ভাষাৰে চাওফা বুলিছিল। স্বৰ্গনাৰায়ণ বুলি এপিঠিত অসমীয়া আখৰেৰে লিখি সিপিঠিত 'অসমাক্ষৰেণ,' আহোম আখৰেৰে চুহুমুং বুলি সোণৰ মোহৰ মৰালে। এয়া পঞ্চদশ শতিকাৰ অন্তিমত বছৰ দুটাৰ কথা। চৰগুৱাৰপৰা ৰজাই ৰাজধানী তুলি আনিলে বকতালৈ। পিছত দিহিঙলৈ গ'ল। তেতিয়াৰেপৰাই ৰজাঘৰীয়া কামত আগৰ আইজেপী লাকলিৰ লগতে শকৰ প্ৰচলন আৰম্ভ হ'ল।

চ্যুপিমফা ৰজাই নগা থুনবাওক দিয়া কুঁৱৰীৰ সন্তান কনচেং পুৰেঠ ডেকা হ'ল। তেওঁক লগলৈ অনালে। বুঢ়াগোহাঁই-ৰবগে হাঁই দুয়ো ডাঙৰীয়াক মতাই আনি ক'লে, 'তোমালোক দুয়ো গোহাঁই দুই ৰূপৰ উধান, মই সোণৰ চৰু। চৰু পাতিবলৈ আৰু এটি উধান লাগে। এতেকে মোৰ বঙহৰ কনচেঙক ৰৰপাত্ৰ কৰি লোৱা।' এই কথাত দুয়ো গোহাঁই ক্ষুণ্ণ হ'ল আৰু উত্তৰ দিলে, 'পূৰ্বে যে তৃতীয় উধান নাছিল, এতিয়ানো কেনেকৈ হ'ব। আমাক উধান নেলাগে আমি লগৰ মানুহ ফালি দিবও নোৱাৰোঁ।' দুই গোহাঁইৰ মনোভাব বুজি ৰজাই ক'লে, 'তোমালোকৰ মানুহ নেলাগে। মই কি কৰিব পাৰোঁ চাওঁ।' এইবুলি কনচেঙক দুই গোহাঁইৰ সমানে ৰৰপাত্ৰগোহাঁই পাতিলে। বুঢ়াগোহাঁই বৰ-গোহাঁইৰো দহ দহ হাতীমুৰীয়া আছিল। ৰৰপাত্ৰ-গোহাঁইৰ দহ হাতীমুৰীযা কৰিলে। তদুপৰি মৰাণ, বৰাহী, চুতীয়া আদি জাতলৈ তুলি লোৱা মানুহৰো এভাগ বঢাকৈ দিলে। এযে পোন প্ৰথমে আহোম শাসন-ব্যৱস্থাত তিনিজনা ডাঙৰীযাৰ বাব সৃষ্টি হ'ল। কনচেঙেই প্ৰথম ৰৰপাত্ৰগোহাঁই।

চুকাফা ৰজা আহোঁতে লগত টাই ভাষাত লিখা বুৰঞ্জী লৈ আহিছিল। বুৰঞ্জী লিখিবলৈ লগত আনিছিল চিৰিং দুজনমান। থাগজাং পাৰ হৈযে বুৰঞ্জী লিখিবলৈ পণ্ডিতক সোঁৱৰাই দিছিল। ইতিমধ্যে আহোম মানুহৰ ভাষা অসমীযা হৈছিল। কিন্তু অসমীয়া ভাষাৰে বুৰঞ্জী-বংশাৱলী লিখিবলৈ আৰম্ভ হোৱা নাছিল।

ষোড়শ শতিকাৰ প্ৰথম দশক। ৰাজকোঁৱৰ আৰু বুঢ়াগোহাঁই-ৰবগোহাঁইৰ সন্তানসকলে একগোট হৈ ৰজাক বিষয়-বাব বিচাৰিলে। চুকাফাৰ দিনৰেপৰা বঢ়া বুঢ়াগোহাঁই-ৰবগোহাঁইৰ সতি-সন্ততিৰ সংখ্যা এলাপেচা নাছিল। সকলোৱেই ৰাজকীয় মৰ্য্যাদা আৰু বিষয়-ৱাব বিচাৰিছিল। ৰজা নিৰুপায় হৈছিল। কিন্তু তেওঁ এটা উপায় বিচাৰি উলিয়াইছিল। মৰ্য্যাদা বিচাৰি অহা লোক-সকলক দৃঢ়তাৰে ক'লে, 'যিয়ে বুৰঞ্জী-বংশাৱলী দেখুৱাই বংশ-পৰিচয দিব পাৰিব, সিয়েই বংশ-মৰ্য্যাদা পাব, বাকীবোৰক বংশৰ-পৰা উঘালি বেলেগাই পতা হ'ব।' কথামতে কাম হ'ল। যাৰ যাৰ

ঘৰত বুৰঞ্জী-বংশাৱলী আছিল ৰজাৰ আগত দিলেহি , ৰজাই চাই প্ৰমাণ পালে মৰ্য্যাদা দিলে। বাকী সকলোকে বিনৈগুটি কৰিলে। অৰ্থাৎ আহুধানৰ লগতে মিলি থকা বিনৈ বন বাছি বাছি উঘালি পেলোৱাৰ দৰে খেল-মেলৰপৰা উচ্ছেদ কৰি নতুন নাম দি ঠায়ে ঠায়ে পাতিলে।

এইবোৰ আছিল কোঁৱৰ। বৰকুঁৱৰীৰ বাহিৰেও অন্যান্য কুঁৱৰীসকলৰ সন্তানো আছিল। সংখ্যাও আছিল ডাঙৰ। পালি কুঁৱৰীসকলৰ সতি-সন্ততি বহুতেৰে চিনাকি হেৰাই গৈছিল। বহুতে নিজকে কোঁৱৰ বুলি দাবী কৰিছিল কিন্তু ৰাজকীয় কাৰণত পিতৃ-পৰিচয দিব পৰা নাছিল। চুহুংমুং স্বৰ্গদেৱে বিচাৰ কৰি কোনোক বাজুৱাল কোঁৱৰ, কোনোক ভিতৰুৱাল কোঁৱৰ নাম দি বাকীসকলক সন্দিকৈৰ মৰ্য্যাদা দি ঘোষণা কৰিলে, 'দন্দে-বাদে কোনেও কাৰো বংশ-পুৰুষ নুঘালিব। যি উঘালে তাক কাটিম।' আৰু ক'লে, 'দুজনা গোহাঁইৰ জীয়ৰী ৰজাৰ ঘৰলৈ দিব আৰু ৰজাৰ ঘৰৰপৰাও নিব কিন্তু বৰপাত্ৰগোহাঁইৰ জীয়ৰী ৰজাযো নানিব , নিদিবও।'

আহোমৰ একে বংশৰ ছোৱালী একে বংশৰ মানুহে বিয়া কৰাব নোৱাৰে। তেনে ঘটনা ঘটিলে মৰ্য্যাদা স্খলন হয়। বুঢ়াগোহাঁয়ে বুঢ়াগোহাঁইৰ ছোৱালী বিয়া কৰালে সন্তানক ভেবা বোলে। বৰগোহাঁয়ে বৰগোহাঁইৰ ছোৱালী বিয়া কৰালে পাপং বা পাপঙীয়া গোহাঁই বোলে। সন্দিকৈয়ে সন্দিকৈৰ হ'লে মিৰি আৰু লাহনে লাহনৰ হ'লে লেজু বোলে। তদুপৰি বুঢ়াগোহাঁই-দেওধাই, বৰগোহাঁই-মহন, সন্দিকৈ-বৰপাত্ৰগোহাঁই-ৰাজকোঁৱৰৰ মাজতো বিবাহ নিষিদ্ধ কৰিলে।

চুহুংমুং স্বৰ্গদেৱেই কোঁৱৰ, গোঁহাই, সন্দিকৈ, চেতিয়া আদিক খেল-বন্ধনীয়াকৈ ঠায়ে ঠায়ে পাতিলে।

ৰাজপাটত বহিবৰ সময়ত তেওঁৰ চাৰি কোঁৱৰ আছিল। দিহিং, চাৰিং, তিপাম আৰু তুংখাঙত চাৰিখন নগৰ পাতি তাত চাৰিওজন কোঁৱৰক থাপি ৰজাৰ মৰ্য্যাদা দিলে। তাৰে পৰাই কোঁৱৰৰ চাৰি ফৈদ হ'ল—দিহিঙীয়া, চাৰিঙীয়া, তিপমীয়া আৰু তুংখুঙীয়া।

পিছত বৰকুঁৱৰীৰ আৰু এটি কোঁৱৰ জন্ম হ'ল। তেওঁক পৰ্বতৰ নগৰত থলে আৰু তাৰেপৰাই পৰ্বতীয়া ফৈদ সৃষ্টি হ'ল। দিহিঙত নগৰ পাতি বিখ্যাত হোৱা বাবে সততে তেওঁক দিহিঙীয়া ৰজা বোলে। পিছলৈ কেইবাজনো দিহিঙীয়া ফৈদৰ ৰজা হোৱা হেতুকে এওঁক ওপৰজনা দিহিঙীয়া ৰজাও বুলিছিল।

ৰজা হোৱাৰ ছবছৰৰ পিছৰ কথা। পাটকাইৰ সিপাৰে থকা খামজাং আৰু আইতন লগ লাগি বিদ্ৰোহ তুলিলে। আগতেও সিবিলাকৰ মন বিধাৰণ আছিল। স্বৰ্গদেৱে ফুনলুং খাম্পেং আৰু চাওক্লাচেং মুং বৰগোহাঁইৰ অধীনত এদল সৈন্য পঠালে। পাটকাই পাৰ হৈ খামজাঙত উপস্থিত হ'লত দুয়ো ৰাজ্য সৈমান হৈ অধীনতা স্বীকাৰ কৰিলে আৰু তাৰ চিন স্বৰূপে এগৰাকী কুঁৱৰী, চাৰিটা হাতী, বৰকাঁহ, নৰা-দা আৰু নৰা-জাংফাই দি নিয়মীয়াকৈ পালসেৱা কৰি থাকিবলৈ নিবন্ধ কৰিলে। তেতিযাৰে-পৰা ৰজাৰ নগৰত পৰে প্ৰতি বৰকাঁহ কোবায়। কুকুৰাচোৱা চাউ-ডাঙে কুকুৰাৰ ডাক বুজি পৰৰ জাননী দিয়ে। এইদৰেই এদিন কাঁহ-কোবোৱা নিয়ম নামঘৰ-গোঁসাইঘৰতো সোমাল।

চুহুংমুং উচ্চাকাঙ্ক্ষী ৰজা আছিল। ৰাজ্যৰ সীমা বহল কৰাৰ হেপাহ আছিল অপৰিসীম। সীমা বহলাই লৈয়েই ক্ষান্ত নাছিল, শাসন-ব্যৱস্থাকো সু-শৃংখলিত আৰু সু-সংগঠিত কৰিছিল। জনসংখ্যাৰ গণনা কৰি খেল-মেল-ফৈদ সৃষ্টিৰ পাতনি তৰিছিল। ৰাজ্যৰ সীমা বহল কৰিবলৈ ওলাই লুইত পাৰ হৈ হাবুং আৰু পাণবাৰী জয় কৰিছিল। কলং উপত্যকাৰ অঞ্চল বিশেষত আৰু লুইতৰ উত্তৰপাৰৰ প্ৰায় সমগ্ৰ অঞ্চল বাৰজন ভূঞাৰ অধীনত আছিল। তেওঁবিলাক হ'ল—উতৈ, তমাই, ৰাই, শংকাই, কৌশিক, উজিৰ, লস্কৰ, চোমদাৰ, সনাতন, কেহোঁ, ৰাম আৰু ভকত। এওঁবিলাকে সৰু সৰু ৰাজ্য পাতি বাস কৰিছিল আৰু এজনক শিৰোমণি ভূঞা পাতি লৈছিল।

এই ভূঞাসকল আছিল গোঁসানীপূজক। ধাতুতাম্ৰাক্ষৰী নামেৰে এখন কালিকালগা পুথি আছিল। তেওঁবিলাকে শদিয়াৰ তাম্ৰেশ্বৰী গোঁসানীকো মানিছিল।

আদ্যশক্তি পূর্ণদেৱী তাম্ৰমন্দিৰবাসিনী।
তস্যাং মাতা জগতহৰ্তা স্বৰ্ণমস্তু নমস্তুতে॥

চুতীয়াৰ ধীৰনাৰায়ণ ৰজাৰ লগত বাৰেভূঞাৰ মাতৃ লক্ষ্মী আইৰ পুত্ৰ সুমন্ত যুৱৰাজৰ বন্ধুত্ব হৈছিল।

লক্ষ্মী আয়ে লক্ষীমপুৰ নগৰ পাতি ৰাজ্য ললে। তেওঁৰে বংশধৰসকলে পাণপুৰ, হেঙুলপুৰ, ধলপুৰ, হাবুংপুৰ, গোপালপুৰ, গালপুৰ, মণিপুৰ, ৰতনপুৰ, নাৰেংপুৰ (নাৰায়ণপুৰ), গহপুৰ, কলংপুৰ, প্ৰতাপপুৰ, বিহিমপুৰ আদি নগৰ পাতি ভূঞা ৰাজ্য কৰিলে। লক্ষ্মী আইৰ দুই পুত্ৰ সুমন্ত আৰু শান্তনু। শান্তনু বুঢ়ীগোঁসানীৰ উপাসক, সুমন্ত বিষ্ণুৰ উপাসক, বৈষ্ণৱ। বাৰেভূঞাসকলে নিজৰ ভিতৰত ঐক্যবন্ধ হৈ ৰাজ্য ভূঞ্জিছিল। বয়সত এদিন মাঘী সপ্তমীৰ দিনা পিছলা নৈয়েদি উজাই গৈ মাঘনোৱা সৰোবৰত স্নান কৰি, পাৰৰ কুণ্ডলী শিলাত বহি সূৰ্য্যমন্ত্ৰ স্মৰণ কৰি লোকান্তৰ হ'ল।

চুহুংমুঙৰ সৈন্যবাহিনীয়ে ভূঞা ৰাজ্য দখল কৰি ললে আৰু বছৰি চাৰিটা হাতী কৰ দিবলৈ নিবন্ধ কৰিলে। ভূঞাসকলক আনি আহোমৰাজ্যৰ অনেক ঠাইত খাত-পাম দি পাতিলে আৰু বিষয়-বাব দিলে। ৰেৌটা টেমনিৰপৰা এজন ভূঞাক ঘৰোৱাহীকৈ তুলি আনিলে। দিখৌমুখৰ সোণাৰি নৈৰ পাৰত বসতি কৰিবলৈ দিলে। সোণাৰি নৈৰ পাৰত বাস কৰা বাবে সোণাৰি চৌতিয়া নাম দি খেলকৈ তুলিলে। প্ৰথম ঘৰ ভূঞা আহোমৰ বুকুত সোমাল।

চুহুংমুং স্বৰ্গদেৱে এই যাত্ৰাতে এটি ডেকাক লগ পালে। জাতত হীন। বাঢ়ৈ-খনিকৰ কামত অতি পাৰ্গত। চেহেৰা-পাতিও সুন্দৰ। মোহনীয় ব্যক্তিত্ব। জন্মই মানুহৰ ব্যক্তিত্ব নগঢ়ে, কৃতিত্বইহে ব্যক্তিত্ব গঢ়ে। ডেকাটিক এটি দোল সাজিবলৈ নিবৃত্তি দিলে। যথাসময়ত এটি সুন্দৰ দোল সাজি উলিয়ালে। ৰজাই ভাল বুলি শলাগিলে। 'ৰজাই ভাল বোলে যাক, দোলা-ৰোঁৱাও নেলাগে তাক।' স্বৰ্গদেৱে সমুচিত বটা-বাহন দি ডেকাক দোল চৌতিয়া নাম দিলে। তেওঁৰে বংশ-পৰিয়ালেই পিছলৈ দোল চৌতিয়া খেল হ'ল।

দিহং-দিবং উপত্যকাৰ পৰ্বতে-ভৈয়ামে সমানে চুতীয়াসকল বাস কৰিছিল। এসময়ত চুতীয়া ৰাজ্য অৰাজক হৈছিল। সেই সময়তে কমতা ৰাজবংশৰ বীৰনাৰায়ণ ৰজাৰ পুতেক ধীৰনাৰায়ণে চুতীয়া ৰাজ্যত ৰজা হৈ শদিয়াত পাট স্থাপন কৰিছিল। পুৰণি নাম সধয়াপুৰী। তাৰ পিছত সিন্ধুক্ষেত্ৰত ৰাজধানী পাতিবলৈ যো-জা কৰিছিল। এনেতে এটা ঘটনা ঘটিল। ধীৰনাৰায়ণৰ লগত গৌড় ৰজাৰ মিত্ৰতা আছিল। তালৈ ৰজাৰ পুতেকক পঠাইছিল। গৌড়ৰ ৰজাৰ পুতেকো আহিছিল। গৌড় দেশতে চুতীয়া ৰাজকোঁৱৰ মৰিল। ৰজাই মনৰ বিষাদতে কোঁৱৰৰ মৰা-শ সধয়াপুৰীলৈ পঠিয়াই দিলে। সিন্ধুক্ষেত্ৰত ৰাজধানী নবৰ সময়ত শ আহি পোৱাত তাতে শৱ সংস্কাৰ কৰি মৈদাম বান্ধিলে। সেয়েহে নগৰৰ নাম শ-দিযা, শদিয়া হ'ল।

তেতিয়া দিহিং গৈ ধনশিৰী মুখত লুইতত পৰিছিল। দিখৌ লুইতত পৰিছিল। দিহিঙৰ উত্তৰে চুতীযা ৰাজ্য। দিখৌমুখৰ ওচৰত দিহিঙেদি এটা কলগছীয়া বৰালি উটি গৈছিল। আহোমে নাৱেৰে গৈ মাছটো ধৰি আনিলে। চুতীযাৰ মানিকচান্দ বৰুৱাই দেখি লগৰ মানুহক ক'লে, 'ক'ৰ মানুহে আমাৰ পানীৰ মাছ ধৰি নিযে। ধৰ।' লগৰ মানুহে গৈ জোটাপোটা লগালে। পৰিণতি স্বৰূপে মাছো কাঢ়ি নিলে, মানুহো দুটা ধৰি নিলে। বাকী মানুহকো লণ্ডভণ্ড কৰিলে। এযে আহোম-চুতীয়া সংঘৰ্ষৰ সূত্ৰপাত।

মানিকচান্দ বৰুৱাই ৰজাৰ জোঁৱায়েকৰ ওচৰত গোচৰ দিলেগৈ, 'লণ্ডা-মুণ্ডা মানুহবোৰ। গাত ক'লা কাপোৰ। দেখিবলৈকো আচাৰিত ধৰণৰ। মাছো কাঢ়ি নিলে। মানুহ দুটাও ধৰি নিলে। মাৰ-ধৰো কৰিলে।' জোঁৱায়েকে ৰজাক গোচৰ দিলে। ৰজাই আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ আদেশ দিলে। চেৰুৱাকটাইদি গৈ দিখৌমুখত আক্ৰমণ কৰিলে।

আঘোণ মাহ। পথাৰত সোণ বৰণীয়া পকা ধান। সৰিয়হ ফুল ফুলিছে। গাত মিঠা জাৰ। ৰ'দৰ তাপো মিঠা মিঠা। তেনে এটি দিনতে দিখৌমুখৰ বালি-চাপৰিত ঘোৰতৰ যুদ্ধ

হ'ল। দিহিঙীয়া ৰজাৰ অতি মৰমৰ নাতিয়েক, ডেকাৰজাৰ পুতেক ৰণত পৰিল। স্বৰ্গদেৱে থকুত টানকৈ ৰণ নধৰাৰ অভিযোগ আনি বহুতকে শাস্তি বিহিলে। পাটকাইৰ এইপাৰে এয়েই প্ৰথম পৰাজয়ৰ গ্লানি। স্বৰ্গদেও ক্ষোভ আৰু ক্ৰোধত অধিক দৃঢ়মনা, অধিক উত্তেজিত হৈ উঠিল কিন্তু অধিক সতৰ্কভাৱে।

বৰমেল বহিল। হৈ যোৱা যুঁজখনৰ বিষয়ে সমালোচনা হ'ল। ৰজাই ক'লে, 'কুকুৰা কাটি মঙল চাই যাৰ যাৰ নাম আহে, তাকেই ৰণলৈ পঠিয়াব লাগে।' কথামতে কাম। লাপিত ফাংত্যাং আৰু মোহন দুযো ককাই-ভায়েকক মাতি আনি ৰজাই কুকুৰা-ঠেঙৰ মঙল মাৰিবলৈ দিলে। দুয়ো দেওধায়ে মঙলত নাম পালে ফ্ৰাচেংমুং বৰগোহাঁই আৰু ঘৰসন্দিকৈৰ।

ফ্ৰাচেংমুং চুহুংমুং স্বৰ্গদেৱৰ ভনী-জোঁৱায়েক। ভাৰ্য্যাৰ নাম মুলা। চুপিমফা স্বৰ্গদেৱৰ কন্যা। ফ্ৰাচেংমুং ৰণলৈ ওলাল। পিছে পিছে গ'ল ডেকা বৰপাত্ৰগোঁহাই কনচেং আৰু বহুতো। আহোম সৈন্যৰ ৰণৰ সমাবেশ দেখি চুতীয়া ৰজাই মানিকচান্দ বৰুৱা, বৰহলৌ বৰুৱা আৰু ঢেলাৰজাক খেদি ধৰিবলৈ পঠালে। দিখৌমুখৰ উজনিৰ তিনিমুনিত ঘোৰতৰ যুদ্ধ লাগিল। পাঁচদিনৰ যুদ্ধত ৪000 সৈন্য মৃত্যুৰ মুখত পৰিল। ১000 সৈন্য বন্দী হ'ল। শত্ৰুৰ বল বঢ়াই থোৱা উচিত নহয় বুলি বন্দী কৰি থোৱা ১000 লোকক মৃত্যুদণ্ড দিলে। জুগুধি দেওঘৰত মূৰবোৰ উচৰ্গা কৰিলে।

ফ্ৰাচেংমুং বৰগোহাঁই, কনচেং বৰপাত্ৰগোহাঁই আৰু ঘৰসন্দিকৈৰ নেতৃত্বত সৈন্যবাহিনীয়ে চুতীয়া সৈন্যক পিছে পিছে খেদি গ'ল। নিতৌ এশ-ডেৰশ সৈন্য মৰা পৰে। সেইমতে আহোম সৈন্যৰ সাহস বাঢ়ি যায়। ক্ৰমে আগবাঢ়ি গৈ শদিয়া পালেগৈ।

তেতিয়া চুতীয়া ৰাজ্যৰ ৰজা নীতিপাল। নিতাই নামেৰে এটা গৰখীয়া লৰাই পণ ৰাখি একে কাঁড়ে কেৰ্কেটুৱা এটা মাৰি ৰাজপদ লাভ কৰিলে। ফ্ৰাচেংমুঙৰ সৈন্য গৈ শদিয়া দখল কৰাত চুতীয়া ৰজাই সোণৰ হাৰ এগছ, সোণৰ কঁঠীয়া এযোৰ, পাটী ৪ খন সন্দেশ দি কটকী পঠাই কোৱালে বোলে, 'আমাক খেদা-কোৱা

নকৰিব, উলটি যক। বছৰি কৰ-কাটল যি লাগে দিম।' এই প্ৰস্তাৱ পাই স্বৰ্গদেৱে ক'লে, 'ভাল, চুতীয়া ৰজাই যে বীৰৰ খুজিছে, তেওঁৰ সোণৰ দণ্ড-খাট, সোণৰ মেকুৰী আৰু সোণৰ জাপিৰে সৈতে এগৰাকী কুঁৱৰী আৰু ৰজাৰ মাখুন্দী হাতীজনীকে ধৰি দহোটা হাতী দিয়ক।'

নীতিপাল বিমোৰত পৰিল। এপিনে যুদ্ধ, আনপিনে শান্তি। দুদিনমানৰ পিছত সমিধান পঠালে, 'এগৰাকী কুঁৱৰী, মাখুন্দী হাতীৰে সৈতে দহোটা হাতী দিম। কিন্তু মোৰ বোপা-ককাৰ সম্পত্তি সোণৰ দণ্ড, খাট, মেকুৰী আৰু জাপি দিব নোৱাৰোঁ। এমাহ সময় দিলে নতুনকৈ গঢ়াই দিব পাৰোঁ।' এইবুলি এগৰাকী ৰূপৱতী কুঁৱৰী স্বৰ্গদেৱলৈ দিলে। লগত দিলে দুযোৰ সোণৰ টাৰ, এযোৰ খাৰু, এটা হাতী, দুটা ঘোঁৰা, পাটী দুখন, সোণো-ৱালী পয়জাৰ দুযোৰ। ফ্ৰাচেংমুং আৰু কনচেং দুই গোহাঁইলৈ একোযোৰ সোণৰ খাৰু, একোগছ সুণীয়া খাপৰ, একোটা সুণীয়া জাপি, একোটা ঘোঁৰা আৰু একোটা পাটী দিলে।' এখন যুদ্ধৰ সামৰণি পৰাৰ চিন ফুটি ওলাল।

সোৱণশিৰী, দিহং, দিবঙৰ বালিত বালিচন্দা। হেঙুলীয়া বেলিৰ চিটিকনি পৰি চিকমিকাই উঠে বালি-চাপৰি। সোণচহকী এইখন ৰাজ্য। সোণাৰি, কমাৰ, কুমাৰ, বাঢৈ, তাঁতীৰে ভৰপূৰ গাওঁ। অনেক দিন ধৰি শান্তিৰে বাস কৰিছিল। হঠাতে উটি আহিছিল সেই বৰালি মাছটো। যিটোৰ বাবে লগা কঢ়া-আঁজো-ৰাই পূৰ্ণপৰ্য্যায়ৰ ৰণ এখনৰ হেতু হৈ উঠিছিল, ঐশ্বৰ্য্যশালী ৰাজ্য এখন অধিকাৰ কৰি লবলৈ সুযোগ পাইছিল।

চুতীয়াসকল কেচাইখাতীৰ উপাসক। কুণ্ডিমামা বা গিৰা-গিৰাচীৰ দুটি সন্তান—বলিয়া বাবা, পিশাডেমা আৰু কেচাইখাতী, পিশাচীডেমা। একালত ৰাজ্যৰ সীমা লৈ কাজিয়া হোৱাত বলিয়া-বাবা লুইতৰ দক্ষিণপাৰলৈ আহে। কেচাইখাতীয়ে নৰ বলি খায়। কেচাইখাতীকে তাম্ৰেশ্বৰী বা তামাই গোঁসানীও বোলে। মঙ্গোলীয়-কিৰাট বংশোদ্ভৱ চুতীয়াসকল এসময়ত নীতি-কাৰবীয়া মানুহৰ লগত মিহলি হবলৈ আৰম্ভ কৰিছিল।

এগৰাকী ৰূপৱতী কুঁৱৰী আছিল আহোম ৰাজকাৰেঙত সোমালহি। আটায়ে ভাবিছিল, এইবেলি দুয়োঘৰ ৰজা মিত্রতা সূত্ৰত আবদ্ধ হ'ল। শান্তিৰ জুৰ বতাহ বৰলৈ সৰহ পৰ নাই। কিন্তু হঠাতে গতি সলনি হ'ল। নতুন কুঁৱৰীৰ লগত দিয়া পাটী-গাৰুৰ ভিতৰত এখনি চোকা ছুৰী কটাৰী ওলাল। পূৰ্বতেও চুতুফা ৰজাক বন্ধুভাবে মাতি নি বিশ্বাসঘাতকতা কৰি মাৰিছিল। এতিয়াও লগত শাণিত অস্ত্ৰ লৈ ৰাজকুঁৱৰী অহা দেখি চুহুংমুং খং, ক্ষোভ আৰু প্রতিশোধ পৰাযণতাৰে উতলি উঠিল। শদিয়া আক্ৰমণ কৰিবলৈ আদেশ দিলে। স্বৰ্গদেও নিজেও ক'লা ঘোঁৰাত উঠি শদিয়ালৈ গ'ল। যথাসময়ত নগৰ অধিকাৰ কৰিলে।

তেতিয়া ৰাণী গৰ্ভৱতী। ৰজা নীতিপালৰ ৰাজ্য-সংগঠনৰ দক্ষতাৰ অভাৱ। দৈৱই টানি আনিছিল সিংহাসনলৈ। সিংহাসনত উঠাৰ পিছতে আৰম্ভ হৈছিল ৰণ। এদিন লগত ২০০ মান মানুহ লৈ ৰজা চন্দনগিৰি পৰ্বতত উঠিলগৈ। বাকী প্ৰজা হাবিয়ে-হুচঙে সোমালগৈ। কনচেং বৰপাত্ৰগোহাঁইক শদিযাত থৈ ফ্ৰাচেংমুং আৰু ঘৰসন্দিকৈ দুয়ো পৰ্বতলৈকে খেদি গ'ল।

চুতীয়া ৰজাৰ তামুলী, নাম গজৰায় বৰুৱা। সপৰিয়ালে হাবিত লুকাই আছিল। কিবা কাৰণত কেচুৱাই ডাঙৰকৈ কান্দিলে। তাৰে উমান লৈ ঘৰসন্দিকৈয়ে বেঢ়ি ধৰিলে। গজৰায় বৰুৱা বন্দী হ'ল। তেওঁৰ লৰা-তিৰোতাক বন্দী কৰি ৰজাক বিচাৰি উলিযাবলৈ আদেশ দিলে। গজৰায়ে হাবিত জুইৰ ধোঁৱা দেখি, সেই নিচানে গৈ ৰজা-ৰাণীক বিচাৰি পালে। কিন্তু তালৈ আগবাঢ়োঁতে পৰ্বতৰপৰা শিল বগৰাই বহুতো মানুহ মাৰিলে। উভয়পক্ষৰে মানুহ হানি হ'ল।

যুদ্ধই মানৱতা নেমানে, ৰাজ্যলিপ্সাৰ কোনো সীমা নাই। এসময়ত ৰজা নীতিপালক ৰণথলীতে চুৰেং কোঁৱৰে বধ কৰিলে। জংমুখং হাতীবৰুৱাই ৰজাৰ কোঁৰৰ এটিক কাটিলে। চেৰচেং চেতিয়াই ৰজাৰ মুৰটো কাটি লগত ললে। মন্ত্ৰী কাচিতৰাও ৰণত পৰিল। সাধনী ৰাণীকো বধ কৰিলে। কোনোৱে কয় বোলে, সগৰ্ভা ৰাণীয়ে চন্দনগিৰিৰ টিঙৰপৰা তলৰ নৈৰ বুকুলৈ জাঁপিয়াই

প্ৰাণ ত্যাগ কৰিলে কিন্তু নাৰীৰ অমূল্য সম্পদ সতীত্ব ৰক্ষা কৰিলে। ৰজাৰ আৰু মন্ত্ৰীবো মূৰ দুটা নি চৰাইদেওৰ দেও-শালৰ দুৱাৰমুখত পুতিলেগৈ।

শদিয়া ৰাজ্য দখল কৰাৰ বাতৰি চুহুংমুং দিহিঙীয়া ৰজাৰ কাণত পৰিলগৈ। হৰ্ষোৎফুল্ল হৈ নিজে গৈ শদিয়া পালেগৈ। শদিয়াত অজস্ৰ সম্পত্তি লাভ কৰিলে। সোণৰ হাতী, সোণৰ মেকুৰী, সোণৰ খাট, সোণৰ দণ্ড, তিনিচুকীয়া সিংহাসন, ৩০টা হাতী, ৬০টা ঘোঁৰা, কেঁকোৰা-দোলা, আৰোৱান, পিকদান, ভোগ-জৰা, বেলা, মাইহাং আদি অনেক বস্তু পালে। বন্দী হোৱা মানুহ-খিনি যাতে ঐক্যবদ্ধ হৈ পুনৰ ৰাজ্য উদ্ধাৰ কৰিব নোৱাৰে, সেই-বাবে ঘৰোৱাহীকৈ আনি ডিবৰু নৈৰ পাৰৰ পৰা কলং-কপিলীৰ পাৰলৈকে সিঁচৰতিকৈ বহুৱালে। এই সময়তে মিহলি হৈ হিন্দু চুতীয়া, আহোম চুতীয়া, মিৰি চুতীয়া, মৰাণ-চুতীয়া, বৰাহী চুতীয়া, বৰুক চুতীয়া আদি ভাগত ভাগ হ'ল। পুৰণি পূজা-পাতল ৰক্ষা কৰি থকাসকল হ'ল দেউৰী, দেউৰী চুতীয়া।

চুহুংমুং ৰজাই ভনী-জোঁৱায়েক ফ্ৰাচেংমুং বৰগোঁহাই আৰু থাওমুং-বঙন এই দুইক শদিয়াত থলে। হাতী দিলে তিনিটা, ঘোঁৰা দুটা আৰু মানুহ ৩০০। শদিয়াখোৱা গোহাঁই বিষয়-বাব সৃষ্টি কৰি ফ্ৰাচেংমুঙক শদিয়াখোৱা গোহাঁই পাতিলে। ৰজা ৰাজধানীলৈ উলটি আহিল। সময় বাগৰি গ'ল। ফ্ৰাচেংমুঙে শদিয়া ৰাজ্য সংগঠন কৰিলে। ৰজাই দিয়া বাৰঘৰ চিৰিঙক একে ঠাইতে বহুৱালে। সেয়ে শদিয়াৰ বাৰেচিৰিং।

শদিয়া ৰাজ্য সংগঠন কৰোঁতে ফ্ৰাচেংমুঙৰ সময় লাগিল। পৰ্বতে-পাষাণে লুকাই ছেদেলি-ভেদেলি হৈ থকা মানুহবিলাক বিচাৰি আনি পূৰ্বৰ ঠায়ে ঠায়ে বহুৱালে। এনেতে বৰগোহাঁই ডাঙৰীয়াক ৰাজধানীলৈ মাতি পঠালে। বৰগোহাঁই যথাসময়ত নগ'ল। নগৰত সন্দেহৰ অৱকাশ ৰৈ গ'ল। বৰগোহাঁই নাহিল। কোনোৱে অৰ্থ কৰিলে, ফ্ৰাচেংমুং শদিয়াত স্বয়ং হ'ল। ৰজাৰ জীয়ৰী, বৰগোহাঁইৰ ভাৰ্য্যা মূলাগাভৰু নিজেও দোমোজাত পৰিল। সৰ্বাতোকৈ সঙ্কটত পৰিল স্বৰ্গদেও চুহুংমুং। এহাতে

মহামিত্ৰ ভনীজোঁৱাই, আনহাতে ক্ষমতাশালী জ্ঞানবৃদ্ধ, পৰিপক্ক ৰাজনীতিক। তেওঁক বিতুষ্ট কৰা বা অসম্মান কৰাটোও টান। অৱশেষত নিজৰ পুতেক তিপাম ৰজা চুখেং, চাৰিৰজা চুৱেং আৰু আন এজন ভনীজোঁৱায়েক চুংহনক পঠিয়াই ক'লে, ফ্ৰাচেংমুং বৰগোহাঁই যে শদিয়াৰপৰা নাহে, তহ'ত তিনিও গৈ বঢ়াই-বুজাই আনগৈ।

তিনিও গৈ লুইতৰ এইপাৰে কাংখাম পালেগৈ। তাৰেপৰা বৰগোহাঁইলৈ বাৰ্তাৰ পঠালে। থাওমুং-বঙন ততালিকে আহি চাৰিংৰজা আৰু তিপাম ৰজাক সেৱা কৰিলেহি। তাতে চাৰিও গোট খাই শদিয়ালৈ গ'ল। শদিয়াত আগৰ ৰজাৰ নগৰৰ দুৱাৰ-মুখতে ফ্ৰাচেংমুং আহি লগ ধৰিলেহি। তেওঁৰে শালপতিয়েক চুংহনে বৰগোহাঁইক ৰজাৰ আদেশ শুনালে, 'তোমাক স্বৰ্গদেৱে নগৰলৈ যাবলৈ দিছে। লৰা-লুৰিকো কাম-কথা শিকাব লাগে।' লগতে পৰামৰ্শ হিচাপে ক'লে, 'তুমি ৰজাৰ আদেশ মানি ৰাজধানীলৈ যোৱা নাই। ৰজাৰ আদেশ উলংঘা কৰাৰ অপৰাধত যদি প্ৰাণদণ্ড হয়। তেতিয়া কি হ'ব?' বৰগোহাঁয়ে থোৰতে উত্তৰ দিলে, 'স্বৰ্গদেৱৰ আদেশ মানিবলৈহে শদিয়ালৈ আহিছিলোঁ। এতিয়া যাবলৈ কৈছে যাম।'

ফ্ৰাচেংমুং নগৰলৈ উলটি আহিল। লগতে আহিল তিপাম ৰজা, চাৰিং-ৰজা, চুংহন আৰু থাওমুং-বঙন। ৰজাক সেৱা জনালে। ৰজাই বোলে, 'মই মাতিলেও নাহ। শদিয়াত ৰজা হ'ব খুজিলি। এতিয়াও ৰাজসভাত থাকিব নেলাগে। ঘৰতে ভাত খাই থাকগৈ।' এইবুলি বৰগোহাঁই ভাঙি ঘৰলৈ খেদিলে। বুঢ়াগোহাঁই ফৈদৰ ত্যাওচেংমুঙক শদিয়ালৈ শদিয়াখোৱা পাতি পঠালে। তেতিয়াৰেপৰা শদিয়াখোৱা গোহাঁইৰ পদত বুঢ়াগোহাঁই অধিষ্ঠিত হ'ল। বুঢ়াগোহাঁইৰ সকলো ঠালৰ ভিতৰত শদিয়লীয়া বুঢ়াগোহাঁইৰ ঘৰেই সবাতোকৈ ডাঙৰ।

ৰিক্‌ভান, বিংখন-মুংখম্ আহোমৰ এটা ডাঙৰ পূজা। এই পূজা কাৰ ৰজাই ৰাজত্ব কামনা কৰে, শত্ৰুৱে দেশ, ৰাজ্য আক্ৰমণ কৰিলে প্ৰতিৰোধ কৰিবলৈ শক্তি বিচাৰি আৰু যুদ্ধত জয়

হোৱা লোকৰ আত্মাৰ মুক্তি কামনা কৰি এই পূজা-উৎসৱৰ আয়োজন কৰে। ৰজা এখন চাঙত বহে। গাত অয়-অলঙ্কাৰ আৰু ৰাজসাজ। ৰজাক মন্ত্রপূত পানীৰে নোওৱা হয়। দেওধাই-বাইলুঙে মন্ত্র পঢ়ি পঢ়ি শিৰত পানী ঢালে। সেই পানী গাইদি বাগৰি গৈ চাঙৰ তলত থকা দেওধাই বা বাইলুং পুৰোহিতৰ গাত পৰে। পিছত স্বৰ্গদেৱে পিন্ধি থকা ৰাজ-সাজ আৰু সমস্ত অয়-অলঙ্কাৰ চাঙৰ-তলত থকা পুৰোহিতক দান দিয়ে। এই-বেলিৰ ৰিংখন মুংখন উৎসৱত স্বৰ্গদেও চুহুংমুং দিহিঙীয়া ৰজাই নিৰ্বিঘ্নে শতায়ু হ'বলৈ প্ৰাৰ্থনা জনালে, শদিয়াৰ যুদ্ধত অপমৃত্যু হোৱা সৈন্যসকলৰ আত্মাৰ সদ্গতি কামনা কৰাৰ উপৰিও ৰাজ্যৰ সীমা বিস্তাৰ কৰাৰ মানসেৰে যুদ্ধক্ষেত্ৰলৈ ওলাবলৈ আশীৰ্বাদ বিচাৰিলে।

এইবেলি ওলাল কছাৰী ৰাজ্য আক্ৰমণ কৰিবলৈ। চুকাফা ৰজা আহোঁতে বিচাৰপতিফাক লগ পাইছিল। বিচাৰপতিফাৰ পিছত বিক্ৰমাদিত্যফা ৰজা হৈ নগাপৰ্বতৰ কাষে কাষে দিখৌলৈকে ৰাজ্য বিস্তাৰ কৰি সোণাপুৰ নগৰ স্থাপন কৰি সোণৰ দশভূজা মূৰ্ত্তিৰে মন্দিৰ সাজিলে। বাণেশ্বৰ নামে সোণৰ শিৱৰ মূৰ্ত্তি স্থাপন কৰি বাণপুৰ নগৰ পাতিলে। সেযে পিছলৈ সোণাৰি আৰু বাণফেৰা নামে জনাজাত হ'ল। বিক্ৰমাদিত্যফাৰে পুতেক মহামাণিক্য। এওঁৱেই সোণাপুৰ অৰ্থাৎ বৰাহীবাৰীৰ নগৰত মাধৱকন্দলিক ৰামায়ণ অনুবাদ কৰিবলৈ পৃষ্ঠপোষকতা কৰিছিল।

চুকাফাই চৰাইদেওত নগৰ পাতিবৰ সময়ত কছাৰী ৰজাই নামচাং-বৰহাটৰপৰা দিখৌমুখলৈকে ৰাজত্ব কৰিছিল। কিন্তু চুতেওফা ৰজাৰ দিনত এটা অংশ দিখৌ পাৰ কৰি পঠায়। লক্ষীন্দ্ৰপুৰ বৰ্তমান লাখিমীজানত নগৰ পাতে। মহামাণিফাক তেতিয়াও সোণাপুৰ নগৰত ৰজা পাতি বিক্ৰমাদিত্যফা লক্ষীন্দ্ৰ-পুৰলৈ গ'ল। বিক্ৰমাদিত্যফাৰ মৃত্যুৰ পিছত মহামাণিফাই মাণি-ফাক লক্ষীন্দ্ৰপুৰত থৈ নিজে পাটহেড়ম্ব, হিড়িম্বাপুৰ অৰ্থাৎ ডিমাপুৰত ৰজা হ'লগৈ।

চ্হ্ংম্ং দিহিঙীয়া ৰজাই চাৰিং-নামডাঙত থকা কছাৰী-সকলক শিলপুখুৰীলৈ খেদি পঠালে। শিলপুখৰী বৰ্তমান জাজী অঞ্চলৰে কোনোবাখিনিত। শিলপুখুৰীৰপৰা দক্ষিণলৈ নাংদৈ অৰ্থাৎ গাভৰু পৰ্বতত থাকিলগৈ। আহোমৰ আক্ৰমণাত্মক অভিপ্ৰায় বুজি বুজি কছাৰী গৈ শীতল-নেঘেৰি পালেগৈ। শীতল-নেঘেৰিতে কিছুদিন থাকি দেৰগাঁৱৰ মন্দিৰত কছাৰী-নিয়মে বাথৌ বুলি বুঢ়াগোসাঁইক পূজা কৰিলে। তেতিয়া ৰজা ডেৰচোংফা, ডেংচুং, নেওচুং। শীতল-নেঘেৰিতো আহোমে ফেপেৰি পাতি ধৰিলেগৈ। কছাৰী ৰজাই ধনশিৰীৰ সিপাৰলৈ হুহুকি গ'ল। আহোমে শীতল-নেঘেৰী অধিকাৰ কৰি খুটি পুতি বহি ললে। শীতল-নেঘেৰি বৰ্ত্তমানৰ শীতলাপথাৰ আৰু নেঘেৰিটিং।

আৰম্ভ হ'ল এখন দীঘলীয়া যুদ্ধ। কেতিয়াবা সন্ধিৰ প্ৰস্তাৱ আহে, শান্তিৰ বা বলে, থিতাতে অশান্তিৰ জুই জ্বলি উঠে, কটা-মৰা হয়। এই সময়ছোৱাৰ বুৰঞ্জী ঘটনাবহুল।

শীতলা পথাৰ এক বিস্তীৰ্ণ প্ৰান্তৰ। শান্ত, শীতল তাৰ ৰূপ। কাষতে নেঘেৰিটিং। সেয়ে শীতল-নেঘেৰি। অদূৰত লুইতৰ গতিপ্ৰবাহ। ডি-লাও, তিলাও। সেই লুইতৰ বুকু-লৈকে ঢাপলি মেলিছে এখন নৈ। ধীৰ তাৰ গতি। দৈয়াং আৰু ধনশিৰীয়ে বিয়া পাতি হাতত ধৰা-ধৰিকৈ বৈ আহিছে। সেইখন নৈকে কছাৰীয়ে বোলে ডি-মা, বৰ নৈ। আহোমে বোলে নাম-টি-মা। পুৰণি নাম ধনশিৰী। ধনশিৰীৰ পাৰতে মহামাণিফাই নগৰ পাতি ইটাৰে গড় মাৰিলে। সেয়েহে নাম হ'ল ইটাগড়, ইটানগৰ। আহোমে বুলিলে চে-মুন। কছাৰীযে নাম দিলে ডিমাপুৰ। বৰ নৈৰ পাৰৰ নগৰ। মানুহেও চিনাকি দিলে ডিমা-ফিচা, ডিমা নৈৰ সন্তান। ডিমাৰ পাৰৰপৰা যোৱা মানুহেই ডিমাছা। ডিমাছাসকলে আহোমক বোলে হা-ছাম-ছা। দেশখনক বোলে হা-ছাম<আসাম।

দেৰগাওঁ-শীতল-নেঘেৰি অধিকাৰ কৰিলত কছাৰী গৈ নাহ-ৰণি পালেগৈ, নাহৰণিৰপৰা মণিপথাৰলৈ গ'ল।

নেঘেৰিটিঙৰ কাষত থকা চোকা বৰচেঁতিয়াই কছাৰীৰ চাৰিজন দলৈক ধৰি আনি ক'লে 'তোমালোকে গৰু-মানুহ ধৰি নিয়া, মাছ-কাছ কাঢ়ি নিয়া। আমি যুদ্ধ নকৰোঁ, কিন্তু ৰণ কৰিবলৈ বল টুটা নাই। এনে বচন-কথাৰে জেঙা লগাই চুতীয়া ৰাজ্য, বজা, সবংশে বুৰ গ'ল। এতিয়াও তোমালোকে ডিঙিত শিল বান্ধি সাগৰত সাঁতুৰিব খুজিছানেকি ? স্বৰ্গমহাৰাজাৰ হেংদানৰ ধাৰ দেখা নাইনে ? দূত অবধ্য। মানোৱা আৰু বাঘেখোৱা দলৈক এৰি দিলোঁ। লগৰ আন দুজনকো এৰি দিলোঁ।' চাৰিও দলৈয়ে অনা কছাৰী ৰজাৰ পত্ৰত দাবী কৰিছিল, 'দিখৌ সীমা কৰি আমাৰহে ৰাজ্য।'

কনচেং বৰপাত্ৰ আৰু কছাৰী ৰজাৰ বিষয়া খুনখৰা দুয়ে কথা পাতি বোলে, 'আমি দুয়ে দুটা পুখুৰী খান্দো। ৰাতিৰ ভিতৰতে যি পুখুৰীত পানী উলিয়াব পাৰিব, তাৰেই ৰাজ্য। পুখুৰী খান্দিলে কিন্তু পানী নোলাল। কনচেং বৰপাত্ৰ গোহাঁয়ে কুমাৰৰ হতুৱাই মাটিৰ কৰাল দি পানী নোশোহা কৰি গৰঙেৰে পানী আনি পুখুৰীৰ পানী পাৰ উপচাই পেলালে। কছাৰীৰ পুখুৰীত পানী নোলাল। ৰাতিপুৱা কছাৰীক পুখুৰীৰ পানী দেখুৱাই অনেক বাদ্য বজালে। জয়ঢোলো বজালে। জৰী গছৰ খোন্দত লুকাই থকা মানুহে দেৱতাৰ ভাও জুৰি বাদ্যৰ সুৰত সুৰ মিলাই ক'লে, 'এইখন স্বৰ্গমহাৰাজাৰ ৰাজ্য, কছাৰীৰ নহয়।' কছাৰীৰ খুনখৰা বৰুৱাক বোলে, 'আকাশৰ দেৱতায়ো কৈছে, পুখুৰীতো পানী নোলাল। আমাৰ স্বৰ্গমহাৰাজাৰহে ৰাজ্য।' এই বুলি অনেক ৰং-আনন্দ কৰিলে।

কছাৰী ৰাজ্য আক্ৰমণ কৰাৰ আগতে ৰাজ্যৰ সবিশেষ বুজিবলৈ ভিক্ষুকৰ বেশেৰে চাৰিটা মানুহ পঠাইছিল। সিহঁতক ধৰি নি কছাৰী ৰজাই ক'লে, 'তহঁতক নাকটি-নামাৰি ৰক্ষা কৰিম। তহঁতৰ ৰজাই কি বুদ্ধি কৰিছে ক।' কুঁজৰ মূৰত কিল দিব জনা ছদ্মবেশী আহোমে ক'লে, 'জোনাকী পৰুৱাই জানো ৰাতিক দিন কৰিব পাৰে ? আমাৰ কথা শুনি স্বৰ্গমহাৰাজাই কাহানি তোমাৰ ৰাজ্য দখল কৰিছে। ইন্দুৰৰ মুখত জানো হাতীৰ দাঁত

গজে? ইন্দুৰৰ বাটৌদনো কাহানি হাতী অহা-যোৱা কৰা দেখিছা? বান্দৰৰ মুখত জানো নাৰিকল ভাগে। স্বৰ্গমহাৰাজা আমাৰ কথা শুনি কেলেই চলিব? আমাৰ কথামতেই তোমাৰ ৰাজ্য ভাঙিবনে? আমি ভিক্ষুক, ভিক্ষা কৰি পেট প্ৰবৰ্ত্তাওঁ, তোমাৰ ৰাজ্যতো ভিক্ষা কৰিবলৈহে আহিছোঁ। এতিয়া তুমি যি কৰা, তোমাৰ ইচ্ছা।'

চাৰিও ভিক্ষুক উলটি আহিল। স্বৰ্গদেৱৰ আগত কছাৰী ৰজাৰ কথা বিবৰি ক'লে। এইবেলি এখন পত্ৰ দিলে, 'দেৱৰগাঁৱত মহাদেৱ গোসাঁইৰ মন্দিৰ আছে। তাত দুয়োঘৰ ৰজাই বলি দিওঁ। যাৰে বলি একে কোবে ছিগিব, ৰাজ্যও তাৰেই।' দুয়ো ৰজাঘৰৰ পৰা বলি দিবলৈ দিহা কৰা হ'ল। যথাসময়ত বলিকটীয়াই শালত বলি থৈ ডিঙিত ঘাপ মাৰিলে। আহোমৰ বলি একে ঘাপে ছিগিল, কছাৰীৰ বলি চাৰি ঘাপতহে ছিগিল। খট-বান্ধ অনুসৰি ধনশিৰী সীমা কৰি ৰাজ্য আহোমে ললে। আহোমে মৰঙী অধিকাৰ কৰিলে। এই অভিযানৰ সেনাপতিত্ব কৰিছিল বুঢ়াগোহাঁইৰ পুতেক থাওমুংকিংলুঙে।

মৰঙী, দিহিঙৰপৰা বহুত দূৰৈত। দক্ষিণ-পশ্চিমৰ সীমা সুৰক্ষিত কৰিবলৈ মৰঙীত এজন শাসনকৰ্ত্তা নিয়োগ কৰিবলৈ ইচ্ছা কৰি উত্তৰ-পূব সীমাত শদিয়াখোৱা গোহাঁই পতাৰ দৰে মৰঙীতো মৰঙীখোৱা গোহাঁই পাতিলে। আগলৈকো বুঢ়া-গোহাঁইৰ ঘৰৰে এজনে এই বিষয়-বাব খাব বুলি, আদেশ বান্ধি দিলে। ইয়াৰ আগতে মৰঙীৰ শাসনকৰ্ত্তা আছিল টুৰ্পাক বৰ-চেতিয়া।

ৰৌটাত ভূঞাক বশ কৰিবৰ সময়ত বৰ বাৰভূঞাৰ অধীনত থকা চাৰি সৰু ভূঞা অৰ্থাৎ সৰুভূঞাক ঘৰোৱাহীকৈ তুলি আনি বাঁহবাৰীত পাতিলে। তাৰে এঘৰক নি সোণাবিজানৰ পাৰত পাতিলে। এঘৰক খঙীয়া নাম দিলে। খঙীয়াৰ ঘৰৰে লেচাম বা চামকলীয়াক টুৰ্পাক নাম দি মৰঙীৰ অধিকাৰ পাতিলে। নাম দিলে বৰচেতিয়া। পিছলৈ এইঘৰকে বাঁহবৰীয়া চেতিয়া বোলে। এদিন অভিজাত আহোমৰ মাজত এঘৰ এঘৰকৈ সোমাই পৰিল।

এদিন ভুঞাৰ ৰৰধেন্‌, বচোৱাল, টঙালি, হাঁচতিৰ আহি‌ লৈ ভিৰৱাসকলক দিলে।

ফ্ৰাচেংমুং বৰগোহাঁই শদিয়া এৰি অহাৰ পিছত হাবিয়ে-হুচঙে আঁতৰি থকা চুতীয়া গোট খাই বিদ্ৰোহ তুলিলে। শদিয়াখোৱাক মাৰি শদিয়া অধিকাৰ কৰিব, এই অভিপ্ৰায়। শদিয়াৰ চিৰিঙে আহি স্বৰ্গদেৱক বাতৰি দিলেহি। বাতৰি পাই স্বৰ্গদেৱে বৰ-গোহাঁইৰ থাওমুংক্লাঙক শদিয়ালৈ পঠালে। শদিয়াখোৱাৰ লগত লগ হৈ মুৰ দাঙি উঠা চুতীয়াক দমন কৰিলে। বহুতো মানুহ গৈ পৰ্বতত উঠিলগৈ। বহুতো মানুহ ধৰি আনিলে। ৰজাৰ আগত ভেটালেগৈ। ৰজাই চুতীয়াসকলক ডিবৰু নৈৰ কাষত বহুৱাই ডিবৰুৱাল কাঁড়ী নাম দিলে আৰু থাওমুংক্লাঙক তাৰ অধিকাৰ পাতিলে।

কনচেং বৰপাত্ৰ আছিল নগা খুনবাওৰ ঘৰত জন্ম হোৱা চুপিমফা স্বৰ্গদেৱৰ সন্তান। এইবেলি আৰু এঘৰ নগাপাতৰ যোগ হ'ল। ৰাজপাটত বহাৰ আগতে দিহিঙীয়া স্বৰ্গদেও কিছু-কাল পৰ্বতত আছিল। পৰ্বতত থাকোঁতে নগা খুনবাওৰ জীয়ৰী চাংকুৰ লগত সম্ভাৰ হৈছিল। হালধিৰ গাঁথি যেন গাৰ বৰণ ভোমোৰাকলীয়া দীঘল চুলি আৰু তেজে গাল ফুটোঁ ফুটোঁ কৰা মুখত সদাস্মিত হাঁহি। পৰ্বতীয়া জুৰিৰ দৰে চঞ্চলা চাংকুৰে এদিন ডেকা ৰাজকোঁৱৰক জিভা দেখুৱাই জোকাই খিল্‌ খিল্‌কৈ হাঁহি ঢাপলি মেলিছিল। ডেকা মনত কথাষাৰে সাঁচ বহুৱাইছিল। যেতিয়া স্বৰ্গদেও হৈ পাটত বহিল, তেতিয়া চাংকুক কাৰেঙলৈ লৈ আহিল। সম্মানে গা-চোৱা লিগিৰী পাতিলে। গা-চোৱা লিগিৰী আগতেই মন-পোৱা। কুঁৱৰী হ'বলৈ সৰহদিন নেলাগিল। চাওঁতে চাওঁতে গা-জিলিকিল। যথাসময়ত এটি পুত্ৰ-সন্তান জন্ম হ'ল। যিহেতু ৰজাৰ বীৰ্য্য, সেইবাবে ৰাজকোঁৱৰৰ মৰ্য্যাদাৰে নগাপাতৰ নাম দিলে।

মৰঙীত খোপানি পুতি লৈ সেই খণ্ড ৰাজ্য সু-সংগঠিত কৰিবলৈ আযোজন কৰা দেখি কছাৰী ৰজাই মিত্ৰতা কৰিবলৈ প্ৰস্তাৱ কৰিলে। কটকীৰ হাতত ৰূপ ২০০ আৰু ঘোঁৰা ২ টা

সন্দেশ পঠাই কোৱালে, 'আমি বন্ধ এৰিলোঁ। ধনশিৰী সীমা কৰি ৰাজ্য দিয়ক। মোৰ ভনীক দি স্বৰ্গদেৱৰ লগত মিত্ৰতা কৰিম।' স্বৰ্গদেৱে শুনি বোলে, 'ভাল, বছৰি ২000 ৰূপ আৰু তিনিটাকৈ হাতী দিব।' কছাৰী ৰজা আহি স্বৰ্গদেৱক সেৱা কৰি ক'লেহি, 'বছৰি ৰূপ ১000 টকা, তাও কাপোৰ ৫00, উকা কাপোৰ ৫৫0, নাকৈ দা ১000 খন, লোৰ সজুলি ১00 ভাৰ দিম।' ৰজাৰ বচন শুনি স্বৰ্গদেৱে সোণৰ বাখৰপতা আঙুঠি এটা উপহাৰ দি ক'লে, 'সোণ সীহ-ৰাং নহয় মানে মোলৈ অহিত নিচিন্তিবা।' হাতী এটা, ঘোঁৰা দুটা, হেংদান এখন দিলে। ৰজাৰ লগত অহা বৰুৱা খুকডাঙকো ঘোঁৰা এটা আৰু ৰূপীয়া দা এখন দিলে আৰু ক'লে, 'ভনীয়েৰক দি মিত্ৰতা কৰিবি আৰু মণিপুৰৰ পৰা অনা যি তিনি গৰাকী কুঁৱৰী আছে, তাকো দিবি।' এই যাত্ৰাৰ লাভ হ'ল ঘোঁৰা ৫0 টা আৰু হাতী এটা।

এই সময় ছোৱা ঘটনাবহুল। বুৰঞ্জীৰ ঘটনাৰ সমান্তৰাল ভাৱে আগ বাঢ়িছিল এখনি বাস্তৱ উপন্যাস। উপন্যাসৰ নায়িকা আছিল এগৰাকী কুহকিনী নাৰী যাৰ ৰূপ-যৌৱনৰ তুলনা নাছিল। কমতা, গৌড়, কছাৰী, আহোম চাৰিও ৰজাৰ ৰাজ-কাৰেঙত চাঞ্চল্য সৃষ্টি কৰিছিল। অনিন্দ্য সুন্দৰ ৰূপৰ অন্তৰালত জ্বলিছিল কামনাৰ শিখা আৰু সি দহিছিল ৰজা-প্ৰজা সকলোকে। এই গৰাকী নাৰীও আহি কছাৰী ৰাজকাৰেঙত সোমাইছিলহি। জন্ম দিছিল এটি পুত্ৰ-সন্তান, নাম মদনকুমাৰ। এদিন কুঁৱৰী আৰু কোঁৱৰ দুয়ো আহোম-কছাৰী সংঘৰ্ষৰ মাজত দেখা দি বুৰঞ্জীৰ গতি অধিক জটিল কৰি তুলিছিল।

দিন ভাল আছিল। গৌড় আৰু কমতাৰ মাজত অসীম মিলাপ্ৰীতি। সেই সম্প্ৰীতি অধিক বৃদ্ধি কৰিবলৈ কমতাৰ ৰজালৈ এটি সুন্দৰী কন্যা যাচিছিল গৌড়ৰ ৰজাই। কমতাৰ ৰজাৰ পাটমাদৈ, নাম সুলোচনা। হৰিণীৰ চকুৰ সৌন্দৰ্য্য সানি সজাই তুলিছিল সুলোচনাক। আৰু আঠ গৰাকী সাধাৰণ ৰাণী, তেওঁবিলাকৰো ৰূপ-যৌৱনৰ খতি-খুন নাই। তালৈকে আহিল

গৌড়ৰ সুন্দৰী কুঁৱৰী সুশুম্মি। ৰূপ আৰু যৌবনে কমতেশ্বৰক মোহিত কৰিছিল। সুলোচনাক একাষৰীয়াকৈ থৈ সুশুম্মিক পাটমাদৈ পাতিছিল।

সুশুম্মিয়ে গৌড়ৰপৰা আনিছিল এখন পুৰণি পুথি। নাম 'হৰ-গৌৰী-সংবাদ।' শিৱ-পাৰ্বতীৰ নিবিড় প্ৰেমৰ বৰ্ণনাৰে ভৰপূৰ এই পুথি। পুথিৰ বিষয়-বস্তুৱে এদিন সুশুম্মি ৰাণীৰ হৃদয় স্পৰ্শ কৰিছিল আৰু কমতাৰ ৰাজকাৰেঙত বা-মাৰলী বতাহ বলিছিল।

কমতেশ্বৰৰ পুৰোহিত নীলাম্বৰ। নীলাম্বৰ ব্ৰাহ্মণৰ তিনি পুত্ৰ দীননাথ, চন্দ্ৰভাল আৰু চন্দ্ৰশেখৰ। চন্দ্ৰশেখৰ কাব্য-সাহিত্যত বিশ্বান আছিল। ৰজাই অন্তেষপুৰলৈ মাতি নি চন্দ্ৰশেখৰৰ মুখে 'হৰ-গৌৰী-সংবাদ' শুনিছিল। শুদ্ধ সংস্কৃত লয়ত পাঠ কৰি চন্দ্ৰশেখৰে শিৱ-পাৰ্বতীৰ মধুৰ প্ৰণয়ৰ আদি-ৰসাত্মক কথাখিনি ব্যাখ্যা কৰিছিল। ৰজা, সুলোচনা আৰু সুশুম্মিয়ে আপোন-পাহৰা হৈ চন্দ্ৰশেখৰৰ ব্যাখ্যা শ্ৰৱণ কৰিছিল। ৰজা-ৰাণী আনন্দিত আৰু সন্তুষ্ট হৈ চন্দ্ৰশেখৰক মনৰ জোখাৰে বঁটাবাহন দিছিল। দিনকদিনে ৰজা-ৰাণীৰ সান্নিধ্যলৈ চন্দ্ৰশেখৰ অধিক ওচৰ চাপি আহিছিল। সেই সান্নিধ্যই এদিন হৃদয় স্পৰ্শ কৰিছিল।

এদিন 'হৰ-গৌৰী সংবাদ'ৰ সুললিত ব্যাখ্যাই সুশুম্মিৰ মনত অস্বাভাৱিক কামনাৰ লেলিহান শিখাৰ সৃষ্টি কৰিছিল। অস্থিৰা, চঞ্চলা কৰি তুলিছিল সুশুম্মিক। পটেশ্বৰীৰ কৃত্ৰিম গাম্ভীৰ্য খহাই থৈ, চন্দ্ৰশেখৰৰ চকুত চকু থৈ, আকুল আকুতিৰে আত্ম-নিবেদন জনাইছিল। চন্দ্ৰশেখৰেও সমান গভীৰতাৰে তাক গ্ৰহণ কৰিছিল।

বিশ্বদাসী ৰাণীৰ হাতধৰী লিগিৰী। গৌড়ৰ ৰাজকাৰেঙৰ পৰা লৈ আহিছিল। অতি বিশ্বাসী, অন্তৰঙ্গ এইজনী লিগিৰী। বিশ্বদাসীয়ে সুশুম্মিৰ মনৰ বাতৰি পাইছিল। কামনাৰ তাড়নাত বহুতো উজাগৰী নিশা অতিবাহিত কৰিছিল। মন ওচৰ চাপি গৈছিল কিন্তু দেহৰ দূৰত্ব আছিল বিস্তৃত। এদিন নিশা বিশ্ব-

দাসীক পঠাই ৰাণীৰ মনৰ বাসনাৰ কথা চন্দ্ৰশেখৰক জনাইছিল। চন্দ্ৰশেখৰ উদ্যত হৈ উঠিছিল সেই বাসনাৰ বেদনা দূৰ কৰিবলৈ। বিশ্বদাসীয়ে নিশাৰ আন্ধাৰ আৰু নীৰৱতাৰ মাজেদি চন্দ্ৰশেখৰক গোপন পথ দেখুৱাই লৈ আহিছিল। আৰম্ভ হৈছিল এখন গোপন নাটক-গভীৰ প্ৰণয়ৰ, যুৱতীয়া হৃদয়ৰ। প্ৰশমিত হৈছিল কামনাৰ তাড়না।

গভীৰ ৰাতিৰ গোপন অভিসাৰ এদিন সমাপ্তিৰ পথেদি আগ বাঢ়িছিল। পুৰতী নিশা কাৰেঙৰপৰা ওলাই যাওঁতে চন্দ্ৰশেখৰক দেখিছিল ৰজাৰ হাতধৰা লিগিৰা সন্তুষিয়ে। সন্তুষি দোধোৰ মোধোৰত পৰিছিল। বিশ্বস্ততা আৰু কৰ্ত্তব্য-নিষ্ঠাত নিৰ্ভৰ-শীল সন্তুষিয়ে কি কৰিব, ঠাৱৰ কৰিব নোৱাৰি মানসিক যন্ত্ৰণাত ছটফটাই, দেই-পুৰি মৰিছিল। এদিন কিন্তু ঘটনাটো ৰজাত নিবেদন কৰিলে। ঘটনা শুনি ৰজা ক্ষুণ্ণ হ'ল।

শাওনা চলিহা, ভোগাই আৰু ধনেশ্বৰ গুৱাকটা এই তিনিজন বিষয়াক যথাবিহিত ব্যৱস্থা কৰিবলৈ নিয়োগ কৰিলে। তিনিও পৰামৰ্শ কৰি চন্দ্ৰশেখৰ অন্তেষপুৰত প্ৰবেশ কৰাৰ পিছত গোপন পথৰ মুখত লোৰ ডিঙৰা পাতি থলে। পুৰতী নিশা ওলাই যোৱাৰ সময়ত ধৰা পৰিল। ডিঙৰাৰে সৈতে দাঙি নি ৰজাৰ আগত চন্দ্ৰশেখৰক হাজিৰ কৰিলে। সমগ্ৰ ৰাজ্যতে বিৰাট চাঞ্চল্যৰ ঢৌ বাগৰি গ'ল।

ক্ষোভ, খং আৰু লাজত ৰজা উত্তেজিত হৈ উঠিল। চন্দ্ৰ শেখৰৰ মূৰ খুৰাই, তাত চুণ ঢালি ভৰিত লোৱা লগাই বন্দী কৰি থলে। পুৰোহিতে এই কাৰ্য্যত অসন্তুষ্টি প্ৰকাশ কৰিলে। ৰজাই সেই কথা জানি ক'লে, 'শতপদীৰ এক পদ ছিগিল, তথাপি সি চলিব পাৰে। কপালত যি ঘটিব লগা আছিল, ঘটিল। মই চন্দ্ৰভালক বিষয়-বাসনা দি ভাল কৰিম।'

ৰূপ-সৌন্দৰ্য্যগৰ্বিতা সুশ্ৰীধিক ৰজাই ক'লে, 'তোকে সকলোৰে অধিকাৰ দি বৰকুঁৱৰী পাতিলোঁ, তই নিজৰো নাক-কাণ কাটিলি, মোৰো দুৰ্যশ আনিলি। তই ৰাণী হবৰ যোগ্য নহয়।' এইবুলি নগৰৰ বাহিৰে এটা সৰু ঘৰ সাজি তাতে

থাকিবলৈ দিলে। লগত সামান্য যোজ-বাজে সৈতে এজনী বেটী দিলে।

তেতিয়াও গৌড়-কমতাৰ বন্ধুত্ব অটুট আছিল। দেশত ভাল ব্ৰাহ্মণ নাই বুলি কেইঘৰমান ব্ৰাহ্মণ বিচাৰি ধনেশ্বৰ গুৰাকটাক পঠাইছিল। কমতাৰ ৰজাই সাতঘৰ ব্ৰাহ্মণ দিলে, নাম ভবানীনাথ, গোবিন্দ মিশ্ৰ, জনাৰ্দন চক্ৰৱৰ্তী, ৰমাপতি, কবিভাৰতী, গৌৰীকান্ত আৰু কেশৱ মিশ্ৰ। এইদৰে গৌড় আৰু কমতাৰ মাজত যোগাযোগ চলি থাকোঁতে সুশুন্ধিয়ে সম্প্ৰীতিৰ এনাজৰী ছিঙিবলৈ দিহা কৰিলে।

কুহকিনী সুশুন্ধি ক্ষান্ত হোৱা নাছিল। নীলাম্বৰ পুৰোহিতৰ সৰু পুতেক দীননাথকে পঠিয়াই গৌড়ৰ ৰজাক কোৱালে, 'পিতৃ জীয়াই থাকোঁতে মোৰ ইমান দুৰৱস্থা। অপূৰ্ব 'হৰ-গৌৰী-সংবাদ' পুৰোহিতৰ পুতেকে পঢ়ে, মই শুনো। তাৰে গইনা লৈ চন্দ্ৰশেখৰক মিছা কলঙ্ক দি বন্দীকৈ থলে। মই কৈছিলোঁ, 'হৰ-গৌৰী-সংবাদ'ৰ নিচিনা পুথি গৌড় দেশতহে থাকিবৰ যোগ্য। এই বুলি কোৱাত অপৰাধ ধৰি মোকো অপবাদ দিলে।' নগৰৰ বাহিৰত বন্দীকৈ থৈছে।

বাসনা চৰিতাৰ্থ কৰিবলৈ সুযোগ নোপোৱাৰ ক্ষোভত সুশুন্ধিয়ে গৌড় আৰু কমতাৰ মাজত সংঘৰ্ষ সৃষ্টিৰ হেতু উলিয়াবলৈ চক্ৰান্ত আৰম্ভ কৰিলে। নীলাম্বৰ পুৰোহিতৰ ওচৰলৈ মালতী নামেৰে দাসীক পঠিযাই 'হৰ-গৌৰী-সংবাদ', পুথিখন লুকুৱাই থবলৈ ক'লে। আৰু যদি বিচাৰে ক'ব, পুথিখন সুশুন্ধি ৰাণীৰ ওচৰত আছে। নীলাম্বৰ পুৰোহিতে এটা কাঠৰ পেৰাত পুথিখন ভৰাই পুখুৰীত পেলাই থলে।

গৌড়ৰ ৰজাই জুমলা খাঁ নামেৰে সেনাপতি এজন পঠিযাই 'হৰ-গৌৰী-সংবাদ' পুথিখন আৰু পুথিপঢ়া ব্ৰাহ্মণজন তেওঁৰ ৰাজ্যলৈ পঠাবলৈ জোৰায়েক কমতেশ্বৰলৈ বাতৰি দিলে। কমতেশ্বৰে বাতৰি পাই জুমলাখাঁক সমিধান দি ক'লে, 'যি ব্ৰাহ্মণক বিচাৰি পঠাইছে, সি ব্ৰাহ্মণ নহয়, চণ্ডাল, চণ্ডালতো অধিক। চণ্ডালৰ মুখে শাস্ত্ৰ শুনিলে মহাপাতক সিজে। তদুপৰি পৰম্পৰা

অপহৰণ কৰিলে ব্ৰহ্মবধো উচিত। তাতে ৰজাৰ মহিষী, মাতৃ-সদৃশ। ব্ৰাহ্মণ পুৰোহিতৰ বেটা হৈ এনে অপকৰ্ম কৰে।' 'হৰ-গৌৰী-সংবাদ' পুথিৰ কথা উনুকিয়াই দিয়াত ৰজাই নীলাম্বৰ পুৰোহিতক সুধিলে। পুৰোহিতে সুশৃংখি ৰাণীয়ে ইতিমধ্যে দিয়া শিকনি অনুসৰি উত্তৰ দিলে, 'পুথিখন আমাৰ ওচৰত নাই, সুশৃংখি ৰাণীৰ ওচৰত আছে।' সুশৃংখিক সোধাত ক'লে, 'মই কাৰেং এৰি অহা তিনি মাহ হ'ল। মোক খেদিবৰ সময়ত অনেক খেলি-মেলি হৈছিল। কেতিয়া, কোনে নিলে, ক'ব নোৱাৰোঁ। মোৰ হাতত নাই'।

জুমলা খাঁ বিমুখ হৈ উভতি গ'ল। ব্ৰাহ্মণকো নেপালে, শাস্ত্ৰও লুপ্ত হ'ল। তদুপৰি সুশৃংখি ৰাণীৰ কেলেংকাৰী ঘটিল। গৌড়ৰ পাটছাহ ক্ষুব্ধ হৈ উঠিল। তেওঁ হালাল খাঁ আৰু বাজিত খাঁ নামেৰে দুই কটকীক পঠাই সবিশেষ জনালে আৰু শেষ লক্ষ্য যে কমতা ৰাজ্য অধিকাৰ কৰি সুশৃংখি কুঁৱৰীক উদ্ধাৰ কৰা সেই কথাও জনালে।

কমতা ৰাজ্য ধ্বংসৰ কাৰণ এটি এটিকৈ ফুটি ওলাল। কমতা ৰজাৰ বিষয়া আছিল শতানন্দ, শচীৰায়, সেয়ে শচীপাত্ৰ। শচী-পাত্ৰৰ পুত্ৰ কেশৱৰায়। কেশৱৰায় চন্দ্ৰশেখৰৰ অতি অন্তৰঙ্গ বন্ধু আছিল। সেই অপৰাধতে গোপনে পুত্ৰক বধ কৰি তাৰ মাংস ৰান্ধি আমাৰ দুই ভাইক খুৱাই প্ৰতিশোধ ললে। পিতৃ হৈ পুত্ৰৰ মাংস খাই দেশ এৰি আহিছোঁ। সুশৃংখিকো বন্দী কৰি থৈ তোমাকো গৰ্ব কৰে। আমাক সহায় কৰক, আমি কমতেশ্বৰক ধৰি দিম। তোমাৰ জোঁৱাই দেখিছে ক'বলৈ আহিছোঁ।'

শতানন্দ, শচীপাত্ৰৰ উচটনি পাই গৌড়ৰ পাটছাহ উত্তলি উঠিল। হালাল খাঁ, বাজিত খাঁক শিকাই বুজাই পত্ৰ দিলে, আৰু ক'লে 'মোৰ জীৰ চৰিত্ৰ ভাল নহয়, বুজিলোঁ। তেওঁনো অত্তদিনে একেঘৰ হৈ কেনেকৈ খাই আছিল? গৰ গুচি এতিয়া বন হ'ল সেই বনক যিদিনা বনপোৰা জুয়ে পুৰিব, সেইদিনা হৰিণীয়ে ঘৰ বিচাৰি পাব।' কমতেশ্বৰে তাৰ উত্তৰত জনালে, 'ৰজা দশৰথৰ মৃত্যুৰ কাৰণ ভাৰ্য্যা, শ্ৰীৰামৰ সন্তাপৰ কাৰণো ভাৰ্য্যা

সীতা। ক'ৰবাত জানো সোণৰ হৰিণা আছে? তদুপৰি যেতিয়া দাবাগ্নিয়ে অৰণ্য দাহ কৰে, ভস্মসাৎ কৰে, তথাপি জানো পশু পক্ষীয়ে সমস্ত অৰণ্য ত্যাগ কৰে?' গৌড় আৰু কমতাৰ প্ৰীতি আজিৰ নহয়, যুগজয়ী। তথাপি যদি ৰাজ্য ভাঙিবলৈ ইচ্ছা কৰে, সেয়ো দৈৱৰ কথা।' এই বুলি বুদ্ধ সৰস্বতীৰ পুতেক ৰামদেউ ভট্টাচাৰ্য্য, নিতাই চাউলীয়া এই দুইক কটকী কৰি পঠালে।

গৌড় আৰু কমতাৰ সম্প্ৰীতিৰ এনাজৰীডালত আউল লাগিল। এক কামাতুৰা নাৰীয়ে জীৱনৰ বাটত উজটি খালে, এক উদভ্ৰান্ত যুৱকে বাটত লগ পালে সেই নাৰীক। এই এটি ঘটনাই ৰাজ্যৰ ভেটি উচ্ছন্ন কৰিবলৈ উপক্ৰম কৰিলে। গৌড়ৰ পাটছাহৰ বংশধৰ তুৰ্কক সেনাপতি পাতি কমতা আক্ৰমণ কৰিবলৈ আদেশ দিলে। উজবেক নামৰ এক উজীৰক মাতি আনি পুনৰ পত্ৰ লিখিলে, 'উত্তম লোকৰ বাক্য হাতীদাঁতৰ দৰে, এবাৰ ওলালে, হেঁচুকিলে নোসোমায়। সিংহৰ পোৱালি হৈ যে ছাগলীৰ আচৰণ কৰিলি, সেই ছাগলীৰ ডিঙি মোৰ তৰোৱালৰ আগত যাব।' পত্ৰ সন্দেশৰ লগত এখন ছুৰীও দি পঠালে। টানকৈ আদেশ দি ক'লে, 'কমতেশ্বৰকো ধৰি আনিবি, সুশৰ্দ্ধিকো আনিবি।'

কমতাৰ সীমান্তত ৰণশিঙা বাজি উঠিল। কমতেশ্বৰে গৌড়ৰ সৈন্যবাহিনীৰ সন্মুখীন হ'বলৈ সাহস নকৰি স্বৰ্গদেও চুহুং মুং দিহিঙীয়া ৰজাৰ শৰণাপন্ন হৈ নিজৰ দুখ-দুৰ্গতিৰ কথা অৱগত কৰিলে। ৰাণী সুলোচনাই পুত্ৰ দুৰ্লভেন্দ্ৰক লৈ ৰাজ্য ৰখি থাকিল।

গৌড়ৰ ৰজাই সুশৰ্দ্ধিক লৈ যাবলৈ আদেশ দিয়াৰ বাতৰি পাই ক'লে, 'মই পিতৃৰ মুখ নেচাওঁ, গৌড়লৈ উলটিও নেযাওঁ। এই বুলি কছাৰী ৰজা ডেৰচোংফালৈ গোপনে বাতৰি পঠালে, 'মই ৰজাক স্বামী বৰিছোঁ। কমতাৰ ৰজা ৰাজ্যত নাই। এই সময়তে আহি মোক নিয়কাহ।' অপৰূপা সুন্দৰী সুশৰ্দ্ধিৰ কথা চাৰিওপিনে বৈ-বৈ গৈছিল। ৰাণীয়ে নিজে আত্মসমৰ্পণ কৰাত ডেৰচোংফা হৰষিত হ'ল আৰু দোলা এখন পঠিয়াই দিলে। আগ বঢ়াই আনিবলৈ সদল-বলে মানুহ গ'ল। মানুহ গৈ ডিমৰুৱাৰ

খেৰ্মনিচকী পাই তাৰে পৰাই বাতৰি দিলে। বাতৰি পাই সুশুদ্ধি আগ বাঢ়ি গৈ দোলাত উঠি আহিল। এদিন আহি কছাৰীৰ ৰাজধানী ডিমাপুৰ পালেহি। কামকলাত নিপুণা সুশুদ্ধিয়ে দুদিনতে ৰজাক আপোন কৰি ললে। আনন্দ-আহলাদত আপোন পাহৰা হৈ ৰজাই দিন অতিবাহিত কৰিলে। হৃদয়ৰ পটেশ্বৰীক ডেৰচোংফাই মুখ্য পটেশ্বৰী পাতি সিংহাসনত বহিবলৈ দিলে। মানুহে গৌড়ৰ পাটশাহৰ জীয়েক বুলি সুশুদ্ধি ৰাণীক গড়মা কুঁৱৰী নাম দিলে।

গড়মাই জুই বৰষা ৰূপ লৈ কমতাৰ ৰাজকাৰেঙত সোমাইছিল। সেই ৰূপৰ জুয়ে দহিছিল পুৰোহিতৰ পুত্ৰক, আনমনা কৰি তুলিছিল ৰজাক। পৰিণতি স্বৰূপে ৰাজ্য উচ্ছন্ন হ'বলৈ ওলাইছিল। সেই অনাবিল ৰূপ আৰু অফুৰন্ত যৌৱন লৈ ডিমাপুৰৰ ৰাজ-কাৰেঙত প্ৰৱেশ কৰি ডেৰচোংফাৰ জীৱনলৈকো এচাটি ধুমুহা বোৱাই আনিছিল এইটি নাৰী চৰিত্ৰই।

তুৰ্বক আহি কমতেশ্বৰক নেপালে। গড়মাও গৈ ডিমাপুৰ পালেগৈ। গতিকে দিকৰাই, দক্ষিণে ডিমৰুৱা পৰ্যন্ত অধিকাৰ কৰি ললে। কছাৰীৰ লগত দুখনমান চুচুৰীয়া ৰণো হৈছিল। কমতাৰ সবিশেষ বাতৰি পাই মিতমণি আৰু খুং থাং এই দুই নবাবক সসৈন্যে পঠিয়াই ক'লে, 'কমতেশ্বৰ পলাই গ'ল বুলি শুনিছোঁ। সুশুদ্ধিক কান্ধত তুলি আনিবি। মোৰ জীক ধ'লৈ খেদিছে, ত'ৰে পৰা আনিবি।' সিহঁত আহি আহোম ৰাজ্যত আশ্ৰয় লৈ থকা কমতেশ্বৰক ক'লে, 'সুশুদ্ধিক ঘুৰাই দিয়ক, নহ'লে যুদ্ধ দিয়ক।' কমতেশ্বৰে উত্তৰ দিলে, 'সুশুদ্ধি হাৰামজাদী মোৰ লগত নাই। কছাৰী ৰজালৈ পলাই গ'ল। যদি লাগে, তালৈকে যাওক।' মিতমণি আৰু খুং থাং দুয়ো কছাৰী ৰাজ্য আক্ৰমণ কৰিবলৈ আগ বাঢি গ'ল।

বিপদ অকলে নাহে। দুৰ্য্যোগ লগেৰে আহে। গৌড় সেনানীৰ ভাবুকিয়ে কছাৰীক বিমোৰ কৰি তোলাৰ সময়তে আহোমৰপৰাও বিপদ ওচৰ চাপি আহিল। ডেৰচোংফা ৰজাই লেমেলা আৰু কপ্পাই নামেৰে দুজন বিষয়াক কটকী পঠাই সম্প্ৰীতিৰ প্ৰস্তাৱ

আগ বঢ়াইছিল। স্বৰ্গদেৱে সম্প্ৰীতিৰ হাত আগবঢ়াই কৈছিল, 'খুনখৰাক ধৰি দিয়ক।' খুনখৰা শীতল-নেমেৰিৰ শাসনকৰ্ত্তা আছিল। পিছে খুনখৰাক ধৰি নিদিলে। কবুল ৰক্ষা নকৰিলে। এই খণ্ডতে স্বৰ্গদেৱে ঘৰসন্দিকৈক পঠাই খুনখৰাক আগচি ধৰিবলৈ আদেশ দি হুনল, থাওমুং, কনচেং আদিকো সন্টম হবলৈ ক'লে। তিনি মাহ ৰণ হ'ল। ৰণত উভয় পক্ষৰ অনেক সৈন্য মৰিল। জয়-পৰাজয় নহ'ল।

এইবেলি ৰজাই কুকুৰা ঠেং পাতি মঙল চাবলৈ দিলে, কোন সেনাপতি হলে ৰণত জয় হ'ব। দেওধাই-বাইলুং দুয়ো কুকুৰা কাটি ঠেং পাতি মঙল চালে। ৰজাই সুধিলে, 'বোপাইহঁত, কোনে কি পালি ক।' দেওধাই-বাইলুঙে ক'লে, 'স্বৰ্গদেও ঈশ্বৰ, আমি ক'বৰ কোন? দেৱে যি কৈছে, তাকেহে ক'ব পাৰোঁ। স্বৰ্গদেৱে যদি খং নকৰে, কওঁ।' স্বৰ্গদেৱৰ কাৰ্য্য-কাম কেনেকৈ চলিব, তাকেহে চাইছোঁ। কাৰো নামে ভাল নেপালোঁ, ফ্ৰাচেংমুঙৰ নামেহে ভাল পালোঁ। কছাৰী হ'ল মাছ, গোহাঁই হ'ল জাল, কছাৰী হ'ল পহু, গোহাঁই হ'ল বাঘ।' স্বৰ্গদেৱে শুনি ক'লে, 'যাৰ নাম শুনিব নোখোজোঁ, তাৰহে নাম ওলায়।' এই বুলি মুখৰ তামোল মোকোৰা থুতকুৰিয়াই পেলাই ভিতৰ সোমালগৈ। শদিয়াত শদিয়াখোৱা গোহাঁই পতাৰ পিছত নগৰলৈ উলটি নহাৰ অপৰাধত বৰগোহাঁই পদৰপৰা অব্যহতি দিছিল। তেওঁ কোনো কাৰ নোহোৱাকৈ ঘৰতে আছিল।

বানচেং-কুকুৰা-ঠেং চাই ভূত-ভৱিষ্যত কোৱা দেওধাই-বাইলুঙৰ সিদ্ধান্ত উলাই কৰিব পৰা শক্তি ৰজাৰ নাছিল। ফ্ৰাচেংমুঙক নিবলৈ মানুহ পঠালে। ৰজাৰ আদেশ উলঙ্ঘা কৰিব পৰা শক্তি গোহাঁইৰ নাছিল। পূৰ্বতে কৰা পদচ্যুতিৰ কথা সুঁৱৰি ৰণলৈ যাব নুখুজিছিল। শাহুৱেক অৰ্থাৎ দিহিঙীয়া ৰজাৰ মাকে বুজনি দিয়াত মৰঙীলৈ গ'ল। যথাৰত স্বৰ্গদেৱক সেৱা কৰি ক'লে, 'আজিহে মোৰ দুখৰ ৰাতি পুৱাল।' তাকে শুনি স্বৰ্গদেৱে ক'লে, 'গোহাঁই তোক সেনাপতি পাতিলোঁ। উপায়-দিহা কৰি কছাৰীক ঘটুৱাই ৰাজ্য বুদ্ধি কৰ। ৰাজ্যৰ

কাৰ্য্য-কাম তহঁতৰহে। মই নিমিত্ত মাত্ৰ। কেতিয়াবা কোনো কথাত মুখৰ আবাৰ টান কথা কৈছোঁ, তাক ধৰিবৰ নেলাগে। কাৰ্য্য যিৰূপে চলে, তাক চিন্তা কৰিবি। দেশ-দেশান্তৰলৈ যাতে যশস্যা-কীৰ্ত্তি বিয়পি যায় তাৰ ব্যৱস্থা কৰিবি। এইহে চিৰন্তন কাৰ্য্য।' দায়িত্ব অৰ্পণৰ চিন স্বৰূপে হাঁচতি ভৰাই এশৰাই তামোল-পাণ দিলে। গোঁহায়ে সাত-সেৱা কৰি দায়িত্ব-ভাৰ মূৰ পাতি ললে।

তেতিয়ালৈকে আহোম কছাৰীৰ সীমা আছিল ধনশিৰী। ফ্ৰাচেংমুঙে ধনশিৰীত দলং বান্ধি পাৰ হ'ল। সিপাৰে শিবিৰ পাতি স্বৰ্গদেৱক থাকিবলৈ দিলে। সেনাপতিয়ে সৈন্যবাহিনী তিনি ভাগ কৰি তিনি ফালৰপৰা দৃঢ়তাৰে আক্ৰমণ কৰিলে। প্ৰথম দিনাই মহং দিজোৱাৰ কছাৰী-শিবিৰ দখল কৰিলে। তমোময় যুদ্ধ হ'ল। কছাৰীৰ সেনাপতি বৰখুমডাং ৰণত পৰিল। কছাৰী সৈন্যৰ মাজত সন্ত্ৰাস সৃষ্টি হ'ল।

ফ্ৰাচেংমুং বৰগোহাঁইৰ কৃতিত্ব, সাহস আৰু কৌশল দেখি কছাৰীৰ বিষয়াই আহোমৰ চকীয়ালক সুধিলে, 'ইনো কোন? অতদিনে ক'ত আছিল?' চকীয়ালে বোলে, 'এওঁৱেই ফ্ৰাচেংমুং বৰগোহাঁই, বৰসেনাপতি। চুতীয়া দেশ জয় কৰিবলৈ গৈছিল। দেশ জয় কৰি নতুনকৈ পাতি ধন-বস্তু লৈ আহোঁতে দুদিনমান পলম হ'ল। এওঁ যি মুখে যায়, ৰক্ষা নাই। স্বৰ্গদেৱে বঁটা-বাহন দি এইবেলি কছাৰীৰ বিপক্ষে পঠাইছে। এইবেলি নিস্তাৰ নাই।'

দ্বিতীয় পৰ্য্যায়ৰ যুদ্ধ সাদিন জুৰি চলিল। বহুতো কছাৰী সৈন্য মৰা পৰিল। তৃতীয় পৰ্য্যায়ৰ যুদ্ধ চাৰি দিন ব্যাপি হ'ল। তথাপি জয়-পৰাজয় ঘটা নাই। পঞ্চম দিনা পাছ ভেটা দি যুদ্ধ কৰিলে পোনপটীয়াকৈ ডেৰচোংফা ৰজাৰ লগত। আত্ম-ৰক্ষা কৰি ৰজা হাবিত সোমালগৈ। হাবিত পাই আহোম সৈন্যই খুচি মাৰিলে। এই সময়তে গৌড়ৰ সৈন্যবাহিনীয়েও কছাৰী ৰাজ্য আক্ৰমণ কৰিলে।

গড়মা কুঁৱৰী, যাৰ ৰূপৰ যশ বৰলুইতৰ দুয়ো পাৰ বিয়পি

পৰিহিল, সেই কুঁৱৰীক ফত্ৰচেংমুঙে ধৰি বান্ধি স্বৰ্গদেৱক জনালে। স্বৰ্গদেৱে কুঁৱৰীক আনিবলৈ আদেশ দিলে। কুঁৱৰী-য়েও স্বৰ্গদেৱৰ অভিপ্ৰায় বুজি প্ৰণয় যাচিলে। খোৱা কুকুৰাচোৱা গৈ কুঁৱৰীক দোলাত তুলি আগবঢ়াই আনিলে। লগতে কোঁৱৰটিও লৈ আহিল, নাম মদন, মদনকুমাৰ। দিহিঙীয়া স্বৰ্গদেৱৰ শিবিৰত সোমালহি সুশুন্ধি, গড়মা কুঁৱৰী।

কমতাৰ ৰাজকাৰেং ছাৰখাৰ কৰি অহা ৰূপ-যৌৱনেৰে গৰ্বিতা, দৰ্পিতা নাৰীয়ে এই বেলি মোহিত কৰিলে প্ৰৌঢ় চুহুং মুং স্বৰ্গদেৱক। ৰূপৰ চমকনিৰে চকু চাট মাৰিলে। শয্যাশায়িনী হ'ল চহুংমুঙৰ। আত্মবিস্মৃত কৰিলে ৰজাক। এদিন সিংহা-সনৰ কাষত বহি কুঁৱৰী হ'ল।

ৰূপ আৰু যৌৱনৰ উপচাৰ যাচি স্বৰ্গদেৱক বন্দী কৰি ৰাখিলে। ৰাজ কাৰ্য্যলৈ পিঠি দি স্বৰ্গদেৱ বন্দী হৈ ৰ'ল শয়ন কক্ষত। কুঁৱৰীক লগত লৈ মাছ-পহু মাৰি ৰং-আনন্দ কৰি ফুৰে, ৰাজকাৰ্য্যও নকৰে, নগৰলৈকো পিঠি দিলে। হাবিতলীয়া ঠাইত সৈন্যসকলো নৰিয়াত পৰিল, সমলবো অভাৱ হ'ল। তথাপি কাৱৰী কুঁৱৰীৰ আলিঙ্গনাবদ্ধ হৈ ৰ'ল স্বৰ্গদেও ঈশ্বৰ।

পূৰ্বৰ স্বামী ডেৰচোংফাক নিজে পতি বৰণ কৰিছিল। চেনেহৰ পাশত বান্ধি থৈছিল গড়মা কুঁৱৰীক। এটি পুত্ৰ সন্তান জন্ম হৈছিল ডেৰচোংফাৰ। সন্তানটিৰ মুখ দেখিলেই চেৰেং কৈ মনত পৰিছিল ডেৰচোংফালৈ। ডেৰচোংফাৰ মৃত্যুৰ পিছত গড়মা কুঁৱৰীৰ প্ৰয়োজন আছিল চুহুংমুঙৰ। কেৱল জৈৱিক বাসনা পূৰণৰ অৰ্থেই নহয় নিৰাপত্তাৰ খাটিৰতো। চহুং-মুং স্বৰ্গদেৱৰ বাহু পাশত আৱদ্ধ হৈ গড়মা কুঁৱৰীয়ে চিন্তা কৰিছিল এটা উপায়—অতি সংগোপনে, অকলশৰে। নিষ্ক্ৰিয় কৰি পেলাইছিল ৰজাৰ ৰাজকীয় চিন্তা, কাৰ্য্য আৰু দূৰদৰ্শিতা।

কছাৰী ৰাজ্য অধিকাৰ কৰা হ'ল। মৰঙীখোৱা গোহাঁইক দায়িত্বভাৰ গতাই দিয়া হ'ল। তথাপি স্বৰ্গদেৱ ধনশিৰীৰ সিপাৰৰ বাহৰ এৰি নাহে। ৰাজধানী এৰি থৈ যোৱা দুবছৰ হ'ল। গড়মা কুঁৱৰীয়ে যাবলৈ নিদিয়ে। ৰজাৰ অপাৰসীম চেনেহত আপ্লুত

হৈ কুঁৱৰীৰে ভাবিছিল, ৰাজধানীলৈ গৈ জানোচা তাৰপৰা বঞ্চিত হয়। যাই কাৰণটো আছিল মদনকুমাৰক কছাৰী ৰাজ্যৰ ৰজা পাতিবই লাগিব। ধনশিৰীৰ পাৰৰ শিবিৰতে থাকি নৈতিক ভাবেই হওক বা অনৈতিক ভাবেই হওক চুহুংমুঙক নিঃশেষ কৰিব পাৰিলে আহোম ৰাজশক্তিৰ পতন ঘটিব আৰু চুহুমুঙৰ কৱলৰপৰা মুক্তি লাভ কৰি এদিন মদনকুমাৰক ৰাজ-পাটত বহুৱাই ৰাজমাও ৰূপে যশ-সম্মান লাভ কৰিব। শস্য পকিবলৈ বতৰ লাগে। গড়মা কুঁৱৰীয়ে বতৰলৈ বাট চাই আছিল। নিজৰ ৰূপ আৰু যৌৱনক তুলি দিছিল ৰাজাৰ হাতত। ৰজা আত্মবিস্মৃতিৰ কুঁৱলীৰ মাজত সোমাই পৰিছিল। আত্ম-চেতনা জড় হৈ পৰিছিল।

চুহুংমুং স্বৰ্গদেৱ ৰাজ্য আৰু প্ৰজাৰ অধীশ্বৰ। তেওঁৰ এই স্খলন দেখি ডাঙৰীয়া-বিষয়া সকলো সচকিত হৈ উঠিছিল। ফ্ৰাচেংমং বৰগোহাঁই, খাম্প্ৰত বুঢ়াগোহাঁই আৰু কনচেং বৰপাত্ৰ-গোহাঁই তিনিও একেঠাই হৈ আলোচনা কৰিলে, বোলে, 'চাৰিও-পিনে শত্ৰু। এপৰীযা ঠাই। তাতে পৰচিত্ত অন্ধকাৰ। কাৰ মনত বা কি আছে। গতিকে ইয়াত থাকিবলৈ ভাল নহয়।'

ৰজাই মাননি শৰাই দি নেমাতিলে তিনিজনা গোহাঁই একে ঠাই হোৱাটো ৰীতিমতে নিষেধ। কিন্তু তিনিও একমত হলে ৰজাকো-ভঙা-পতা কৰিব পাৰে। ৰজাৰ অলক্ষিতে গোপনে ভাব দিলে সবিশেষ জনাবলৈ। বৰপাত্ৰই অশেষ চেষ্টা কৰিও ৰজাক দেখা কৰিব নোৱাৰিলে। শয়নকক্ষত ৰতি ৰঙত আপোন পাহৰা ৰজাৰ মন্ত্ৰীক লগ পাবলৈ আজৰি নাই।

কনচেং বৰপাত্ৰ নিৰুপায় হৈ ডাঙৰীযা দুজনাক ক'লে, 'এটা উপায় চিন্তা কৰিছোঁ। মাছ-পহু মৰাৰ ছলেৰে আহিলা-পাতি, বয়-বস্তু লৈ কিছুমান মানুহ আগতে ধনশিৰী পাৰ হ'বা। কাইলৈ মই বলিয়া ভাও জুৰি চাৰিওদিশে শিবিৰৰ ঘৰত জুই দিম। জুই দেখি স্বৰ্গদেও ওলাই আহিলে দোলাত তুলি নি ততালিকে ধনশিৰী পাৰ কৰিবা।' এই বুলি দুলীয়া চাৰিটাক শিকাই-

ৰুজাই সন্তুষ্ট কৰি থলে। লগতে ক'লে, 'মোক যদি থং-ৰাগ কৰে, তোমালোকে মাতি-বুলি ৰাখিবা।'

পাছদিনা পুৰা কথা মতে কাম হ'ল। কনচেং বৰপাত্ৰই এমুৰৰ পৰা শিবিৰৰ বহাত জুই দি গ'ল। চাৰিও পিনে উমি' উঠিল, 'পাত্ৰ বলিয়া হৈ ঘৰত জুই দিছে, জুই-জুই-জুই।' চিঞৰ-বাখৰ শুনি স্বৰ্গদেৱ আপুনি ওলাই আহিল, সুধিলে, 'কি হ'ল, কিহৰ জুই?' মানুহে ক'লে, 'বৰপাত্ৰ বলিয়া হৈ ঘৰত জুই দিছে। ইয়াত থাকিবলৈ ভাল নহয়।' ৰজা আহি দোলাত উঠা মাত্ৰকে দুলীয়াই নি নাৱত তুলি ধনশিৰী পাৰ কৰিলে।

ধনশিৰী পাৰ হৈ আহি এইপাৰে বৰগোহাঁই-বুঢ়াগোহাঁই, দুয়ো স্বৰ্গদেৱৰ আগত আঁঠু কাঢ়ি কাপোৰ পাৰি জনালে, 'স্বৰ্গদেৱ ঈশ্বৰ, বৰপাত্ৰও বলিয়া হ'ল। পৰদেশত অধিক দিন থকা উচিত নহয়। মৰঙীখোৱা গোহাঁই ইয়াত আছে, তেওঁকে অধিকাৰী পাতি ৰাজধানীলৈ উলটি যোৱাহে ভাল। তথাপি স্বৰ্গদেওহে ভাল-মন্দ বিচাৰ কৰোঁতা।' স্বৰ্গদেৱে 'ভাল' বুলি শলাগিলে।

ধনশিৰীৰ সিপাৰৰ শিবিৰ তুলি আনিলে। নগৰলৈ ৰাওনা কৰিবলৈ সকলোটি সাজু হৈ ওলাল। এনেতে আহি ওলাল কনচেং বৰপাত্ৰ গোহাঁই। স্বৰ্গদেৱৰ সমুখত আঁঠু কাঢ়ি হাত যোৰকৈ ভাৰস্তিৰে ক'লে, 'সৰগৰদেৱ, তুমি সবাৰো ধৰণী, আমাৰো শিৰোমণি, নাংকুৰি নাথাম। তোমাৰ প্ৰতাপে শত্ৰুক কাটি-মাৰি ৰাজ্য লোৱা হৈছে। এতিয়া প্ৰবাসত থাকি দুখ-কষ্ট কেলেই ভুঞ্জিব লাগিছে। এই ঠাইত বন্ধ-নিবন্ধ কৰি নিজৰ নগৰলৈ যোৱাহে উচিত। দুষ্টমনৰ চিত্ত-বৃত্তি বুজা টান। কেতিয়া কি খান হয়? এই সকলো কথা বিমৰিষি এই অনুগুত কৰ্ম কৰিলোঁ। মই বলিয়া হোৱা নাই। ডাঙৰ দোষ কৰিলোঁ। গুণ-দোষৰ বিচাৰ কৰোঁতা আপুনি। মোক সমুচিত দণ্ড দিয়ক।'

চুহুংমুং স্বৰ্গদেৱে কনচেং বৰপাত্ৰৰ মুখলৈ একেথৰে চাই থাকি এটা হাঁহি মাৰিলে। মুখমণ্ডল উজলি উঠিল। সম্বন্ধতো ভাই, চুপিমফা স্বৰ্গদেৱৰ সন্তান। তেওঁ সন্তোষ প্ৰকাশ কৰি বস্ত্ৰাভৰণ, অন্ন-অলঙ্কাৰ দি আশীৰ্বাদ কৰিলে, 'তোৰ এনে শুদ্ধ

সেৱা পুত্ৰ নাতি, বংশ-পৰিয়াল সকলোৱে ভাগ্যত ঘটক। আয়ু-শ্ৰী বৃদ্ধি পাওক। অবিচ্ছিন্ন সেৱা-ধৰ্মৰে ৰাজ্যক সেৱা কৰক।'

দীঘলীয়া এক ঘটনাবহুল অভিযানৰ সামৰণি পৰিল। কনচেং বৰপাত্ৰৰ এই সন্ধিৰ বাহু বুদ্ধিৰে কটা ব্যৱস্থাই ৰাজ্য এখনৰ বুৰঞ্জীৰ গতি অব্যাহত ৰাখিলে। নহলে কুহকিনী গড়মা কুঁৱৰীৰ হাতৰ পৰশত ষোড়শ শতিকাৰ আৰম্ভণিতে এই ঘটনাৰ গতি কেনিবাদি ঢাল খালেহেঁতেন।

গড়মা কুঁৱৰীক বিচাৰি আহি গৌড়ৰ সেনাপতি মিতমাণিক আৰু খুনখাঙে কছাৰী ৰাজ্য আক্ৰমণ কৰিছিল ডিমৰুৱাৰ পোনে। তাতে গম পালে, কছাৰী ৰজা ডেৰচোংফাক ৰাতিৰে খুচি হত্যা কৰিলে আৰু সুশৃঙ্খ আহোম স্বৰ্গদেও চুহুংমুঙৰ শয্যাশায়িনী। এই বাতৰি পাই মিতমাণিক আৰু খুনখাং সসৈন্যে মৰঙীত ওলালহি। তাতে মৰঙীৰ গড়ত তুমুল যুদ্ধ হ'ল। যুদ্ধত ঠাৰিৰব নোৱাৰি দুয়ো সেনাপতি বিমুখ হৈ উলটি গ'ল। ইতিমধ্যে গড়মা কুঁৱৰী আহি স্বৰ্গদেৱৰ ৰাজ কাৰেঙত ঠাই লৈছিল। হয়তোবা কাৰেঙৰ বৰকুঁৱৰী, ৰাইডঙীয়া কুঁৱৰীৰ ক্ষমতাৰ প্ৰভাৱত পূৰ্বৰ প্ৰতাপ নিষ্প্ৰভ হৈ পৰিছিল।

গৌড়ৰ সেনাপতি তুৰ্বক লুইতৰ উত্তৰেদি উজাই গৈছিল দিকৰাই, দিক্ৰং নৈৰ মুখলৈকে। তুৰ্বকৰ লক্ষ্য আছিল আহোম ৰাজ্য। চৰীয়া-পৰীয়া পঠিয়াই শত্ৰুপক্ষৰ বুজ-বাজ লৈ থাকোঁতেই চুহুংমুং স্বৰ্গদেৱে এদিন বৰমেল পাতি ডাঙৰীয়াসকলৰ সাক্ষাতে ক'লে, 'চুতীয়া আৰু কছাৰী ৰাজ্য জয় কৰা হ'ল। মিত্ৰ ৰাজ্য কমতেশ্বৰক খেদাই, ৰাজ্য গৰকি তুৰ্বক আহি দিকৰাই পালেহি। তাক কেনেকৈ ধৰিব পাৰি উপায়-দিহা কৰাহঁক।' এই বুলি চুৰেং চাৰিংৰজা, চুক্লেন গড়গঞা ৰজা, চুখেং তিপাম ৰজা তিনিওজনা গোহাঁইৰ সাক্ষাতে ফ্ৰাচেংমুঙক ঘাই সেনাপতি পাতিলে।

অসম আৰু বঙ্গালৰ সংঘৰ্ষ আৰম্ভ হৈছিল অন্য ধৰণে। খুনখৰা শীতল-নেঘেৰিৰপৰা গৈ বঙ্গালৰ সহায় বিচাৰিছিল। লুপুত নামেৰে বঙাল এটা আঢ়েকুৰি নাও লৈ লুইতে উজাই বুৰৈ

নৈৰ মুখত-ওলালহি। তাৰেপৰা আহি ৰোটা টেমনিত লুপুত উজীৰৰ সৈতে যুদ্ধ লাগিল। যুদ্ধত ঠাৰিব নোৱাৰি নাও এৰি ঘোঁৰাৰে পলাল। ৰজাৰ ভনীজোঁৱায়েক চুংহুননে সোণ-ৰূপৰ অলংকাৰ, দেওঘৰৰ সোণৰ দণ্ড, কলচী, মাখুন্দী হাতী এইবোৰ পালে। দ্বিতীয়তে সংঘৰ্ষ লাগিল মিতমাণিক নবাবৰ সৈতে। মৰণীত বলে নোৱাৰি ভৰলীমুখত ওলালহি। আহোম সেনাই মিতমাণিকক পৰাজিত কৰি অনেক ধন-বস্তু, ঘোঁৰা আৰু হিলৈ পালে।

এইবাৰ আহিল তুৰ্বক। গৌড়ৰ পাটছাহৰ বংশধৰ আৰু ঘাই সেনাপতি। তেতিয়াও তুৰ্বকৰ লগত পোনপটীয়াকৈ মুখামুখি হোৱা নাই। লুপুত উজীৰৰ আক্ৰমণৰ পিছত মিতমাণিকো আহিছিল। এই দুই আক্ৰমণৰ পৰিণতি স্বৰূপে পশ্চিম ফালেও ৰাজ্যৰ সীমা বাঢ়িল। বুৰৈৰ যুদ্ধত জয়ী হোৱাৰ বাতৰি পাই স্বৰ্গদেও নিজে আগবাঢ়ি গৈ সলাত উপস্থিত হৈ দুইমুনিশিলা অধিকাৰ কৰিবলৈ আদেশ দিলে। সৈন্যবাহিনীয়ে বুৰৈমুখত এটা গড় বান্ধি ফুলবাৰীত কোঠ কৰি থাকিল। পিছত নাৰায়ণ-পুৰত এজন বিষয়া থৈ স্বৰ্গদেও দিহিঙৰ নগৰলৈ উলটি আহিল।

মিতমাণিকৰ সৈন্যবাহিনীকে সেনাপতি কনচেং বৰপাত্ৰই খেদি নি খাগৰিজান পোৱালেগৈ। মিতমাণিক ৰণত পৰিল। এই বাৰ্ত্তা পাই ৰজাই বৰপাত্ৰগোহাঁই প্ৰমুক্ষে সবাকো বঁটা-প্ৰসাদ দিলে। তদুপৰি কনচেঙক এজনী ৰূপৱতী-গুণৱতী কন্যা দি দক্ষতাৰ প্ৰশংসা কৰিলে। অতি আড়ম্বৰকৈ ৰাজধানীত বিংখন-মুংখন উৎসৱ পাতিলে।

বহাগৰ বিহুৰ ঢোল-পেঁপা-গগণাৰ মধুৰ ঝংকাৰ তেতিয়াও মাৰ যোৱা নাই। ৩০ টা হাতী, ১০০০ ঘোঁৰা আৰু অসংখ্য পদাতিক সৈন্য লৈ তুৰ্বকে আহি ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে শিবিৰ পাতিলে। ইয়াৰ বিপৰীতে সিপাৰত আহোমৰ শিঙৰি কোঠ। চুহুংমুং স্বৰ্গদেৱে পুতেক ডেকাৰজা চুক্লেনক সেনাপতি পাতি শিঙৰিলৈ পঠাই নিজে সলালৈ গ'ল। ডেকা ৰজা, ডেকা তেজ। ডেকা তেজৰ পিৰাপিৰণিত ৰব নোৱাৰি দেওধাই-বাইলুঙৰ

ভৱিষ্যত-বাণীলৈ অপেক্ষা নকৰিব লগীয়া পাৰ হৈ দমিকলে তুৰ্বকৰ শিবিৰ আক্ৰমণ কৰিলে। বহুতো আহোম সৈন্য পানীত পৰিল। ডেকা ৰজাও ঘা-খাই পানীত পৰিল। পিছে এজন বৰাহী সৈন্যই তুলি আনিলে। ৰণত আঠখন হেংদানে সৈতে আঠজন বিষয়া-সেনাপতি পৰিল। আহোম সৈন্য পিছ হুহুঁকি সলালৈ আহিল। তুৰ্বক উজাই আহি কলিয়াবৰত কৌঠ দি ৰ'লহি।

বাৰিষা আহিল। খাল-বিল পানীৰে উপচি পৰিল। তুৰ্বকৰ সৈন্যবাহিনী সন্তম হৈ শিবিৰত থাকিল। অধিক সৈন্যৰ বাবে গৌড়লৈ বাতৰি পঠালে। এই কেইমাহতো তুৰ্বকৰ বাহিনীয়ে খোঁৱা মেলি চোৰাংকৈ দুই-চাৰি মানুহক ঘাইল কৰে, হিলৈ-কাঁড় মাৰিও ঘালি থৈ যায়। মুকলি ৰণ এখনৰ বাবে তুৰ্বকে বাৰে বাৰে প্ৰৰোচিত কৰিছিল।

এগৰাকী নাৰীৰ অসীম সাহস আৰু আত্মত্যাগে অসম বুৰঞ্জীৰ পাত উজ্বল কৰি তুলিছিল। তেঁৱেই হ'ল মূলা গাভৰু। চুপিমফা ৰজাৰ জীয়েক, চুহুংমুং ৰজাৰ ভনীয়েক আৰু ফ্ৰাচেংমুং বৰগোহাঁইৰ প্ৰাণসমা ভাৰ্য্যা। কিবা জেওাত লাগি ফ্ৰাচেংমুঙক ভাঙি কিলিংথামক বৰগোহাঁই পাতিছিল। শিঙৰিৰ যুদ্ধত পৰাজিত হোৱা দেখি বিচক্ষণ মন্ত্ৰী, সুদক্ষ সেনাধ্যক্ষ, দূৰদৰ্শী ৰাজনীতিক ফ্ৰাচেংমুঙক পুনৰ বৰগোহাঁই পদে সৈতে মুখ্য সেনাপতি পাতিবৰ মন কৰিলে। ৰজাই মাতি পঠালে, নাহিল। এবাৰ-দুবাৰকৈ তিনিবাৰ মাতিলে। কছাৰী-ৰণত পাৰদৰ্শিতা দেখুৱাই ৰ'টা-বাহন লাভ কৰিছিল কিন্তু সামান্য কথাতে দ্বিতীয়বাৰ পদচ্যুত কৰিলে। সেয়েহে খং আৰু ক্ষোভ। এইবেলি ৰজাৰ মাকে মাতি পঠালে, আহিল। ৰাজমাৱে ক'লে, ৰাজ্য নহলে ৰজা কোন? ডা-ডাঙৰীয়ানো ক'ত ৰয়। ৰাজ্য এখন শত্ৰুৰ হাতত পৰিছে, ৰজাৰ কথাত লাগি ৰণলৈ নগলে কাৰ হানি? ৰাজ্য নেথাকিলে পুত্ৰ-ভাৰ্য্যা, ধন-বস্তুনো নিৰাপদ হয় কেনেকৈ? জীৱনৰেইবা থান-থিত ক'ত?' শাহুৱেকৰ বয়সে-গৰকা বুজনিয়ে ফ্ৰাচেংমুঙক সৈমান কৰিলে। পূৰ্বতেও এবাৰ শাহুৱেকেই বঢ়াই-বুজাই কছাৰী-ৰণলৈ পঠাইছিল।

ফ্ৰাচেংমুং গৈ স্বৰ্গদেৱৰ আগত উঠি পালেগৈ। স্বৰ্গদেৱে শিকাই-বুজাই পদৰ বৰগোহাঁইৰ মৰ্য্যাদা দি সেনাপতি পাতিলে। পিতাদেহে ফ্ৰাচেংমুং ৰণলৈ যাবলৈ সাজু হ'ল। কৰ্ত্তব্যপৰায়ণ সেনাপতিৰ কাম যুদ্ধক্ষেত্ৰত। যুদ্ধক্ষেত্ৰৰ প্ৰতিটো ক্ষণ, প্ৰতিটো মুহূৰ্ত্তৰ মূল্য সুকীয়া।

ফ্ৰাচেংমুঙৰ ভাৰ্য্যা মূলা গাভৰুৰ এক মানসিক সংকট উপস্থিত হ'ল। ৰণুৱা স্বামীৰ যাত্ৰাপথত থিয় হৈ বাধাও দিব নোৱাৰে আৰু লগত লৈ যাবলৈ কৱচ-কাপোৰো দিব নোৱাৰে। বৈ থোৱা কাপোৰ পেৰাত নাই, বৈ দিবও নোৱাৰে। পা-বিধুতি। অজানিত আশংকাত মূলা গাভৰুৰ হৃদয়ত কঁপনি উঠিল।

কৱচ-কাপোৰ আহোম সৈন্যৰ আত্মৰক্ষাৰ কৱচ। বিয়াৰ চকলং কৰোঁতে কন্যাই দৰাৰ হাতত হেংদান তুলি দি কয়, 'এই অস্ত্ৰৰে নিজৰ দেশ, নিজৰ পুত্ৰ-ভাৰ্য্যা, ঐশ্বৰ্য্য আৰু আত্মৰক্ষা কৰিবলৈ সমৰ্থ হওক। এইখনি কৱচ-কাপোৰ দিলোঁ, ইয়াক পিন্ধি অজেয় হওক।' দৰাই আগত এশ এগছ জ্বলন্ত চাকিক সাক্ষী কৰি দেশ, জাতি, পুত্ৰ-ভাৰ্য্যা আৰু আত্মৰক্ষা কৰিবলৈ হাতত হেংদান লৈ সংকল্প গ্ৰহণ কৰে।

একে ৰাতিৰ ভিতৰতে কপাহ নেওঠি, পাঁজি বাটি, সূতা কাটি, তাঁত লগাই, বৈ উলিয়াব লাগে। এই অনাকটা কাপোৰখন লেংডন দেৱতা আৰু উপাৰি পুৰুষক সুঁৱৰি ল'ব লাগে। এই কাপোৰখন টঙালি স্বৰূপে ব্যৱহাৰ কৰে। কৱচ-কাপোৰ গাত থাকিলে আহোম সৈন্যই নিজকে অজেয় বুলি ভাবে। এই গভীৰ বিশ্বাস আৰু দৃঢ়তাৰেই থনে থনে ৰণত বিজয়ী হৈ ৰাজ্যৰ সমৃদ্ধি বৃদ্ধি কৰিছিল।

মূলা গাভৰুৱে ৰণমুৱা বঙহৰদেউক লগত কৱচ-কাপোৰ দি পঠিয়াব নোৱাৰিলে। দিন আগ বাঢ়িল। বাওঁ বাহুৰ মঙহ এডোখৰ ঘনে ঘনে কঁপি উঠে। এইদৰে কঁপিলেই মনটো আতংক আৰু আশংকাই আৱৰি ধৰে। ৰণৰ বাতৰি ৰজাৰ নগৰলৈ এতিয়াও অহা নাই। মূলাই নিজকে প্ৰবোধ দিয়ে, চণ্ডীয়া আৰু

কছাৰী-ৰণত জয়ী হৈ উলটি অহা স্বামীয়ে তুৰ্বকক পৰাস্ত কৰি হুঁহি মুখে উলটি আহিব। বঁটা-প্ৰসাদ লাভ কৰিব।

দিহিঙীয়া স্বৰ্গদেৱে ফ্ৰাচেংমুঙক সেনাপতি পাতিবৰ সময়ত এজন বিচক্ষণ দেওধাই দিছিল, নাম মবাওলা। মবাওলা মহুং অৰ্থাৎ মোহন ফৈদৰ। শাস্ত্ৰতো পাৰ্গত, জ্যোতিষতো বিচক্ষণ। ৰজাই ফ্ৰাচেংমুঙক কৈছিল, 'লগত মবাওলা দেওধাইক দিলোঁ। দেওধাইৰ পৰামৰ্শ অনুসৰি ডেকাৰজা চুক্লেনৰ লগত আলোচনা কৰি কাম কৰিবা।' মবাওলা দেওধায়ে কুকুৰা-ঠেং, বানচেং মঙল চাই ক'লে, 'বঙালে যদি নৈ পাৰ হৈ আমাক ধৰেহি, আমি জিকিম। যদি নৈ পাৰ হৈ শত্ৰুক ধৰোঁগৈ আমি হাৰিম।' দেওধাইৰ ভৱিষ্যত-বাণী মানি ফ্ৰাচেংমুঙে কেইবামাহো অপেক্ষা কৰিলে। তুৰ্বকে আক্ৰমণ নকৰিলে। বৰঞ্চ দুই-চাৰিটা সৈন্যই লুইত পাৰ হৈ গৈ অসমৰ সৈন্যক আক্ৰমণ কৰি যুদ্ধৰ বাবে প্ৰৰোচিত কৰিলে। এসময়ত প্ৰৰোচনাই কাম দিলে। ডেকাৰজা চুক্লেনে লুইত পাৰ হৈ দক্ষিণলৈ আহি কলঙৰ দক্ষিণে তুৰ্বকৰ কোঁঠ আক্ৰমণ কৰিলে। তুৰ্বকৰ সৈন্যবাহিনী সন্টম হৈ আছিল। খেদি আনি কলঙত পেলালেহি। প্ৰতিৰক্ষাৰ অৰ্থে খোপনি লবলৈ সুবিধা নোপোৱাত হুহুঁকি আহিল। কেইবাখনো সুণীয়া হেংদান পৰিল। এই ৰণতে ফ্ৰাচেংমুং বৰগোহাঁয়ো পৰিল। আহোম সৈন্য সলাৰ কোঠলৈ উলটি আহিল।

ৰণৰ বাতৰি আহি যেতিয়া নগৰ পালেহি, তেতিয়া ৰজাঘৰ-প্ৰজাঘৰ উভয়তে হাহাকাৰ লাগিল। ঘনে ঘনে অমঙ্গলৰ চিন দেখা মূলা গাভৰু শোকে-দুখে জৰ্জৰিতা হৈ উঠিল। ৰণলৈ ওলোৱাৰ সময়ত কৱচ-কাপোৰ দিব নোৱৰাৰ বাবেই স্বামীৰ এনে দুৰ্ভাগ্য হ'ল বুলি অনুশোচনাত উতলি উঠিল। প্ৰতিশোধ বিচাৰি ৰণথলীলৈ যাবলৈ ওলাল। 'সাগৰত পৰোঁ বুলি ওলায় যেতিয়া নদী পৰ্বত বিদাৰি, কাৰ সাধ্য ৰোধে তাৰ গতি?' ৰাজকন্যা মূলা গাভৰু গৈ সলাৰ শিবিৰ পালেগৈ।

ফ্ৰাচেংমুঙৰ মৃত্যুৰ পিছতো কেইবাখনো চুচুৰীয়া ৰণ লাগিছিল। কিন্তু তুৰ্বকৰ তেজী অশ্বাৰোহী সৈন্যবিলাকৰ

হাতত পদাতিক অসমীয়া সৈন্যই ঠাঁৱাৰৰ নোৱাৰিছিল। হাতী-ঘোৰাকে ক'ড়িয়াই-গুলীয়াই আঘাত কৰিছিল। তথাপি দৃঢ়তাৰে তুৰ্কক পৰাস্ত কৰাৰ আশা পুহি আছিল। মুলা গাভৰুৰ হাতত মুকলি হেংদান। ক'কালত টঙালি। চকুত জুইৰ আগুনি। গাভৰুক দেখি শিবিৰত চাঞ্চল্যৰ সৃষ্টি হ'ল। উত্তেজিত হৈ উঠিল সদৌ সৈন্যবাহিনী। সৈন্যই কনচেং বৰপাত্ৰ গোহাইৰ নেতৃত্বত তুৰ্কক আক্ৰমণ কৰিবলৈ উদ্যত হ'ল। তুৰ্ক কলিয়াবৰৰ পৰা দুইমুনিশিলালৈ আগ বাঢ়ি আহিল। তাতে ত'ঁয়াময়া ৰণ হ'ল। মুলা গাভৰুৱে উন্মত্ত অসুৰে ৰণচণ্ডিনী মূৰ্ত্তি ধৰি তুৰ্কৰ পালি সেনাপতি তাজু খাঁক নিজ হাতেৰে দুছোৱাকৈ কাটিলে। শ্যামনাথ প্ৰঙালকো কাটিলে। সমুখত যাকে ব'তে পালে অনেকক ঘৈয়ালে। মুলা গাভৰুৰ এই অদম্য প্ৰেৰণাত অনুপ্ৰেৰিত হৈ অসমীয়া সেনাই ধুমুহাৰ গতিৰে আগ বাঢ়ি গ'ল। ৰণত মুলা গাভৰুৰো মৃত্যু হ'ল। সেই আদৰ্শ, সেই ত্যাগ আৰু দেশপ্ৰেমৰ অনন্য প্ৰেৰণাই সৈন্যবাহিনীক সঞ্জীৱনী শক্তি দিলে। প্ৰায় ২৫০০ তুৰ্কৰ সৈন্যই জীৱন দিলে আৰু একুৰি দুখন যুদ্ধৰ বৰনাও সৈতে অনেক হিলৈ-বৰতোপ হেৰুৱাই পিছ হুহুঁকিবলৈ বাধ্য হ'ল। কিন্তু পিছদিনা ছটা হাতী, ১০০ ঘোঁৰা আৰু ৫০০ পদাতিক সৈন্য লৈ হুছন খাঁ নৱ্যবে তুৰ্কক সহায়তা কৰিবলৈ আহিছিল কিন্তু তুৰ্কে এনে এশিকনি পাইছিল যে পুনৰ জোকাই সবলৈ সাহস কৰাৰ মানসিক প্ৰস্তুতি নাছিল।

অসমৰ সাহস বাঢ়িল। তুৰ্ক ভটীয়াই দিকৰাই মুখ পালেগৈ। স্বৰ্গদেও নিজে দুইমুনিশিলাত বৈ তুৰ্কক আগচি ধৰিবলৈ চুংহনক পঠালে। চুংহনে গৈ দিকৰাইমুখ অধিকাৰ কৰিলে। আহাৰৰ মাহটো আৰু শাওণৰ এপষ তাতে থাকি এদিন আহি স্বৰ্গদেৱক সবিশেষ জনালেহি। তুৰ্ক নিৰাশ হৈ ভটীয়াই যোৱাৰ বাতৰি পাই এদিন দোকমোকালিতে সলাৰ বাহৰ তুলি দিকৰাইমুখত কোঠ দিলে গৈ। তাৰো আগ বাঢ়ি গৈ সুবিধাজনক ঠাইত শিবিৰ পাতিবলৈ চুংহনক আদেশ দিলে আৰু ভাণ্ডৰীয়া-সকল পিছে পিছে গ'ল। তুৰ্কৰ সেনাই খেদি আহিল আৰু

ৰবাহিলৈ মাৰিবলৈ ধৰিলে। অসমীয়া সৈন্য পিছ হুহঁকি আহি গড়ৰ ভিতৰ সোমাল। শলাইখাং, শলাইলিক আৰু শলাইচু এই তিনি হাতীয়ে ৰণত পাৰদৰ্শিতা দেখুৱালে।

ভাৰতসিংহ নামেৰে পালি-সেনাপতিয়ে লগত কোচৰ কটোৱাল এটা লৈ মাখুন্দী হাতী এজনীত উঠি খেদি আহিল। লগৰ মানুহ নাহিল। অসমৰ তিনি হাজৰিকাই লগ পাই সমুখা-সমুখিকৈ আগচি ধৰিলে। সিহঁত দুয়ো পলাল। চুংহনন, থাওমুং, তাওপিমু আৰু জয়পতি হাজৰিকা এই চাৰিয়ে কঢ়া-মুঠীয়াকৈ ধৰি তুৰ্কৰ সেনানীক কাটি, মাৰি, খুচি, খেদি নি দিকৰাই নৈত পেলালে। চুক্লেন ডেকাৰজাই তাইমুঙক নামনি-ফালে আৰু থাওমুঙক উজনি ফালে বেৰি ধৰি, ধৰিবলৈ আদেশ দিলে। তুৰ্কে হাতী এৰি ভাটীলৈ ভটীয়াই গ'ল। হাতী দুটা বিলৰ দোপনিত পৰিলগৈ। চুক্লেনৰ সৈন্যই হাতী-মাউত দুয়োকে খুচি-কাটি মাৰিলে।

দিকৰাইৰ নামনিত ভৰলীৰ ওচৰত আৰু এখন ৰণ হ'ল। এইখন ৰণে তুৰ্কৰ ভৱিষ্যতৰ ইঙ্গিত দিলে। চুৰেং চাৰিংৰজাই লগত যাঠিধৰা শইকীয়া আৰু আবিয়ৈ কোঁৱৰ এই দুইক লৈ হাতীত উঠি তুৰ্কৰ সৈন্য বাহিনীক বেৰি ধৰিলেগৈ। দাচু নামেৰে পালি-সেনাপতি এটাই সসৈন্যে খেদি আহিল। পিছে অসমৰ সৈন্যই ঘোৰ মূৰ্ত্তি ধৰি তুৰ্কৰ সৈন্যক আক্ৰমণ কৰিলে কাটি, মাৰি, খুচি অশ্বাৰোহী সৈন্যৰ অৱস্থা কাহিল কৰিলে। হুছন খাঁ নবাবক দুছোৱাকৈ কাটিলে। তুৰ্কৰ সোঁ-হাতখন ছিগিল। ভৰলীৰ যুদ্ধত পালে হাতী ২৮ টা, ঘোঁৰা ৮৫০ টা,। ৰবাহিলৈ-খোকা হিলৈ বহুত। দীঘে এহাত, পথালিয়ে এবেগত দুআঙুল জোখৰ পেৰাৰে এপেৰা সোণ, ৰূপ ৪০ চলা। সকলো ডা-ডাঙৰীয়া উজাই আহি বিশ্বনাথৰ শিবিৰত ৰণজয়ৰ বাৰ্তাৰ দি সেৱা কৰিলেহি। স্বৰ্গদেৱে হাতী-ঘোঁৰাবোৰ ডাঙৰীয়া-বিষয়া সকলক ভগাই দিলে।

ভৰলীৰ যুদ্ধত হুছন খাঁ পৰাৰ পিছত ক্ষান্ত নহৈ কনচেং বৰপাত্ৰই এদল সৈন্য লৈ তুৰ্কক খেদি গ'ল। শ্ৰান্ত, ক্লান্ত তুৰ্ক।

পৰাজয়ৰ গ্লানি বুকুত বান্ধি উলটি গৈছিল। হাজোৰ শিবিৰৰ পৰা তুৰ্বক উঠি গ'ল। কনচেং বৰপাত্ৰই পিছে পিছে খেদি গ'ল। এই বেলি ঘোঁৰাঘাট পৰ্বত পালেগৈ। তাতে শিবিৰ পাতি তুৰ্বকে উলটি ধৰিলে। সাদিন-সাত ৰাতি ত'য়ামৰ্য়া ৰণ লাগিল। চন্দ্ৰকেন ভেকাৰজাৰ বুধিমতে গুটীয়া নাৱেৰে মাৰ বান্ধি পানীতো যুদ্ধ কৰিলে। তুৰ্বকে ৰণ-পলৰীয়া এই অপবাদৰ হাত-সাৰিবলৈ মৰি-মুজি যুদ্ধ দিলে। কিন্তু কনচেং বৰপাত্ৰৰ যাঠিৰ খোঁচত তুৰ্বকে প্ৰাণ দিলে। সৈন্যবাহিনী ছেদেলি-ভেদেলি হৈ বিভঙ্গে পলাল। কৰতোয়া পাৰ হ'ল।

কৰতোয়া পবিত্ৰ নৈ। হৰ-পাৰ্বতীৰ বিয়াৰ সময়ত যুৰীয়া হাতত ঢালি দিয়া পানীৰ পূতসলিলা এই নৈ খন। প্ৰাচীন কামৰূপ ৰাজ্যৰ পশ্চিম সীমা। বিদেশী আক্ৰমণকাৰীক খিতাৰণ কৰি অসমৰ সীমা পাতি পাৰত দ'ল সজালে, পুখুৰী খনালে, আলি বন্ধালে। কৰতোয়াৰ পানীত শত্ৰুৰ ৰক্ত-কণিকা পখালি হেংদান চিক্‌চিকীয়া কৰিলে। তাতে এটি ৰণজয়ৰ অনুষ্টুপীয়া উৎসৱ পাতি ৰাজধানীলৈ উলটি আহিল।

তুৰ্বকৰ যুদ্ধত বহুতো সৈন্য বন্দী হ'ল। যুদ্ধ-বন্দীবোৰক সংস্থাপন কৰিবৰ বাবে পোনতে হাতী ঘাঁহী পাতিলে। সৈন্যবিলাকো আছিল নেগুৰকটা বাঘ। সিহঁতে হাতীৰ নেজৰ তলেদি ঘাঁহ গুজি হাতীক ঘাঁহ খুৱায়। এনে অপুৰ্বাত কথা দেখি তাৰপৰা এৰুৱাই আনি ঘৰ সাজিবলৈ নিয়োগ কৰিলে। এই বেলি অমিতা গছৰ খুটাৰে ঘৰ সাজিলে। সোধাত ক'লে, 'স্বৰ্গদেও, ছালে ছবছৰ, আঠাই বাৰ বছৰ, সাৰৰ লেখ জোখেই নাই।' ঘৰ-সজা কামৰপৰা অব্যাহতি দিয়া হ'ল।

ধনশিৰীৰ পশ্চিমপাৰে মুকলি পথাৰত ধান খেতি কৰিবলৈ দিয়া হ'ল। পথাৰ চহাই বোকা নকৰি আনৰ পথাৰৰপৰা বোকা কাঢ়িয়াই আনি বটানি হাবিত থৈ খেতি কৰিলে। মানুহ ন-শ। ডাঙৰী পালে ছ-শ। ৰজাই সোধ কৰিলত ক'লে, 'নশ মানুহে ছশ ধান পালোঁ, হয় স্বৰ্গদেও গুণ হ'ব, নহয় স্বৰ্গদেও ধৰম হেন বস্তু ক'লৈ যাব ?'

অৱশেষত ৰজাই পিতলৰ কাম কৰিবলৈ নিয়োগ কৰিলে। নাম দিলে মৰীয়া। কোনোৱে কয়, গৌড়ৰ তুৰ্কৰ বাহিনীৰ মানুহ বাবে গৰীয়া বোলে। গ আখৰটো মৰ নিচিনাকৈ উচ্চাৰণ কৰি সময়ত গৰীয়াই মৰীয়া হ'ল। এয়ে অসমত প্ৰথম মুছলমান বসতি।

কনচেং বৰপাত্ৰ আহি যুদ্ধৰ সবিশেষ জনালেহি। স্বৰ্গদেৱে দিহিঙত অতি ধুমধামকৈ ৰণজয়ৰ উৎসৱ পাতিলে। ৰণত পৰা ৰণুৱাসকলক মৃতকৰ সঙ্গলৈ নিবলৈ প্ৰাৰ্থনা জনালে। অপমৃত্যু বা অপঘাত মৃত্যুৰ মৃতকৰ সদ্গতি কামনা কৰি ৰঙা-ৰাঙলী কুকুৰা কাটি গৃহস্থই নিজৰ ঘৰতো সকাম পাতে।

পাটকাই পৰ্বতৰ ইপাৰে-সিপাৰে নগাৰ গাওঁ। এইপাৰে মান, পাঙ্গু, লুকনা, তাৰু, সিপাৰে পাপুক, খামতেন, চিতু আৰু চিৰু। দুয়ো লগ হৈ অধীনতা অস্বীকাৰ কৰিবৰ মনেৰে আয়োজন কৰিলে। যোগ হ'ল নামচঙীয়া, টাবলুঙীয়া, জাকতুঙ্গীয়া ইত্যাদি। খামজঙীয়া নগাই পাংকু গাঁৱলৈ আহি চুৰেং চাৰিং-ৰজাক চুকাফা ৰজাই পাতি থৈ অহা খামজাঙৰ সিংহাসন শোধাই দিলে।

ইফালে ৰণ লাগিবৰ শুনি জাকতুং, চাঙ্গন, জুনফান, চান্তাই এই কেইখন নগা গাওঁ লগ হৈ টাবলুঙীয়া নগাৰ গাঁৱত সোমালগৈ। তিপমীয়া ৰজাই যুদ্ধ কৰি পৰাস্ত কৰিলে। পাছে বৰহিলৈ এটা ভেটি দি চৌখাম কৰিলে।

তুৰ্ক মৰিল। তুৰ্কৰ সৈন্যবাহিনী ছেদেলি-ভেদেলি হৈ পলাল। কৰতোয়াত খাণ্ডা পখালি কমতেশ্বৰৰ ৰাজ্য মিত্ৰভাৱে শোধাই দিলে। গৌড়ৰ ভয়ত আহোম ৰাজ্যত আশ্ৰয় লৈ থকা কমতেশ্বৰ নিজ ৰাজ্যলৈ উলটি গ'ল।

অপূৰ্ব বস্তু-সম্ভাৰ দি গৌড়দেশলৈ কটকী পঠালে দুজন চেতিয়াক। চুক্লেন গভগঞা ৰজাই কোৱালে, 'মই শুনিছোঁ, গৌড়েশ্বৰ ডাঙৰ ৰজা। এতিয়া যুদ্ধকে কৰেনে, মিত্ৰতাকে কৰে?' গৌড়েশ্বৰে দকৈ চিন্তা কৰি ক'লে, 'শাস্ত্ৰত কৈছে, যুদ্ধতকৈ প্ৰীতি শ্ৰেষ্ঠ। যদি সম্প্ৰীতি ৰক্ষা কৰা টান হয়, তেতিয়াহে যুদ্ধ কৰিব

লাগে। তোমালোকৰ স্বৰ্গদেৱেনো কেনে ধৰণৰ মিত্ৰতা বাঞ্ছা কৰে।' দুই চোতিয়াই বোলে, 'স্বৰ্গদেৱে কন্যাৰ কথাহে কৈছে।' গৌড়েশ্বৰে কথা শুনি মিচিককৈ হাঁহি সমিধান দিলে, 'কন্যা হলে সম্প্ৰদান দিবই লাগিব। বিশেষকৈ সৌমাৰেশ্বৰ স্বৰ্গদেৱক যদি মই জোঁৱাই পাওঁ, ইয়াতকৈ ডাঙৰ আনন্দ কি আছে? এই বুলি হাতী, ঘোঁৰা, বস্ত্ৰসম্ভাৰ, অন্ন-অলঙ্কাৰ যৌতুক দি ৰজাৰ দুই জীয়েকক উলিয়াই দিলে। নাম হাৰমতী, দাৰমতী। লগত দিলে সেৰপুৰ, পাতিলাজহা, এঘাৰসেন্দুৰী, কামৰূপ আৰু বাহিৰবন্ধ এই পাঁচখন জাগিৰ।

ৰাজ্যৰ সীমা বঢ়াবৰ অৰ্থে ৰণ কৰাটো স্বৰ্গদেৱৰ নীতি নাছিল। তুৰ্বকৰ আক্ৰমণ প্ৰতিহত কৰিবলৈহে কৰতোয়ালৈকে খেদি গৈছিল। দ্বিতীয়তে মিত্ৰৰজা কমতেশ্বৰৰ সহায় হৈ ৰাজ্যত সংস্থাপন কৰিবলৈহে আগবাঢ়ি গৈছিল। গৌড়ৰ লগত মিত্ৰতা স্থাপন হোৱাৰ পিছত কমতাৰ ৰজাক পুনৰ সিংহাসনত বহুৱালে। কমতেশ্বৰেও পুনৰ এক কন্যা দি মিত্ৰতা দৃঢ় কৰিলে।

সমসাময়িক যুগৰ কথা। খুটাঘাট পৰগণাত হাৰিয়া মণ্ডল নামৰ এজন মেচ দলপতি আছিল। তেওঁৰে পুত্ৰ শিশু আৰু বিশু। বিশুৱে বিশ্বসিংহ নাম লৈ চিকনাগ্ৰাম বা শ্ৰীকোণাত সদৰ পাতি ৰাজ্য স্থাপন কৰিছিল। কনচেং বৰপাত্ৰই কৰতোয়া গঙ্গালৈকে ৰাজ্য-বিস্তাৰ কৰাৰ কথা শুনি বিশ্বসিংহই সসৈন্যে খেদি গ'ল। পিছে কনচেঙৰ পৰাক্ৰমৰ কথা শুনি আৰু স্বৰ্গদেৱৰ মহাপ্ৰতাপৰ কথা জানি নিজেই সন্ধিৰ প্ৰস্তাৱ দিলে। বিশ্বসিংহই সোণ এচৰু, ৰূপ এচৰু, শুকুলা ঘোঁৰা এটা, পৰলা ঘোঁৰা এটা, মুক্তা এধাৰ, পোৱালমণি এধাৰ, সোণৰ ক'কালী এগছ, শুকুলা চামৰ একুৰি, গৰ্ভচামৰ দি কোৱালে, 'আমাক আপদে-বিপদে ৰক্ষা কৰিলে, বছৰি কৰ-ভাৰ দি সেৱা জনাই থাকিম।' এই প্ৰস্তাৱত মান্তি হৈ শুকুলা গৰু-ম'হ এহাল সন্দেশ হিচাপে দি সমিধান দিলে। গৌড়ৰপৰা পোৱা পাঁচখন পৰগণা বিশ্বসিংহক উপহাৰ স্বৰূপে দি সংস্থাপন কৰিলে। কনচেং, ডেকাৰজা দুয়ো মানাহা সীমা কৰি দিহিঙৰ নগৰলৈ উলটি আহিল।

কছাৰী ৰাজ্যৰ দক্ষিণে মণিপুৰ, আহোমে মগলো বোলে। মগলো সম্ভৱতঃ মাও-লুং শব্দৰপৰাই ওলাইছে। মাও-লুং ৰাজ্যৰ মাও-টাই সকলেই সময়ত ম্যেই-টাই, মেই-ট্যেই নামে জনাজাত হৈছে। তংপলোম আৰু ফুলুং নামেৰে দুজন কটকী পঠাই ত্যাওমেত ৰজাই চুক্রেন ডেকা-ৰজালৈ বাতৰি পঠাই নিজৰ জীয়ৰী নামাব্রক, নাম-ব্রকক, নাম-স্লাকক উলিয়াই দিলে। ৰিংৰাই কটকীৰ হাতত সোণ-ৰূপৰ ছিৰী দুগছ সন্দেশ পঠাইছিল, তাকো ঘূৰাই, লগত ১৫টা ঘোঁৰা, ১টা হাতী আৰু সোণ-ৰূপৰ যৌতুক দিলে। খুনখৰাক জিনি তিনি গৰাকী কছাৰী কুঁৱৰী পাইছিল, আৰু এগৰাকী কুঁৱৰী পালে সন্তোষ পাব বুলি জনালে। মণিপুৰৰ লগত মিত্রতা স্থাপন হ'ল। যি যি ৰাজ্য অধিকাৰ কৰিলে প্ৰত্যেকৰে কুঁৱৰী আনি মিত্রতাও স্থাপন কৰিলে।

গৌড়ৰ ৰাজ্যৰ সীমাৰ সিপাৰে আছিল জগন্নাথ ক্ষেত্ৰ। মিত্রতা স্থাপন হোৱাৰ পিছত কোনো কোনোৱে জগন্নাথ ক্ষেত্ৰ দৰ্শন কৰিবলৈ ইচ্ছা কৰিলে। ৰাজ্যৰ মাজেদি যাবলৈ অনুমতি বিচৰাত হেলাৰঙে যাবলৈ অনুমতি দিলে। নিৰঞ্জন, সতাই, হাবুঙীয়া, চোমদাৰ, চপা, সোণাবৰ, ভেদাই, ধনাই আৰু ভাল ভাল বাছি লগত একুৰি সোতৰটা মানুহ দি জগন্নাথলৈ পঠালে। লগত দিলে ২০০ সোণৰ মোহৰ। তাৰে এটা পুখুৰী খন্দাই জগন্নাথৰ নামত উচৰ্গা কৰিবলৈ। এই যাত্ৰাৰ উদ্যোক্তা আছিল চনথাম ঘৰ-সন্দিকৈ।

জগন্নাথ দৰ্শন কৰিবলৈ উৰিষ্যাৰ ৰজা বিক্ৰমসেনে অনুমতি দিলে। সৰুকৈ পুখুৰী এটা খান্দি ইটাৰে পাৰ বন্ধাবলৈকো অনুমতি পালে। পুখুৰী খান্দি উচৰ্গা কৰি ৪০টা সোণৰ মোহৰ মাননি দিলে। ৬০টা মোহৰ যাত্ৰী, সন্ন্যাসী আৰু ব্ৰাহ্মণক বিলাই দিলে। ৬০টা মোহৰ জগন্নাথলৈ দিলে আৰু ৪০টা ৰজা বিক্ৰম-সেনক উপহাৰ দিলে। জগন্নাথৰ নামত মণি-মুকুতা আৰু কাপোৰ দান দিলে। বিক্ৰমসেন ৰজাই স্বৰ্গদেৱলৈ বুলি সোণোৱালী জামা এটা, পাগ এটা, কমৰবন্ধ, টঙালি এখন, পয়জাৰ এযোৰ, মাতকচা

ভাঙটো এটা, শালিকী এজনী দিলে। কনচেং বৰপাত্ৰ, ডেকাৰজা আৰু চনখাম ঘৰসন্দিকৈলৈ বুলি পাঞ্চৰু ওখন, চিট কাপোৰ ওখন দি তীৰ্থলৈ যোৱা মানুহৰ মুখ্য ছজনক বঁটা-বকচিচ দিলে। যথাসময়ত তীৰ্থৰপৰা উলটি আহিল আৰু গৌৰেশ্বৰক জনাই ৰাজধানীলৈ আহিল।

দিহিঙীয়া স্বৰ্গদেৱে সাতৰাজ মাৰি একৰাজ কৰিলে—মৰাণ, বৰাহী, কছাৰী, চুতীয়া, ভূঞা, কমতা আৰু তুৰ্বক। প্ৰবল প্ৰতাপ আৰু বীৰত্বৰে ৰাজ্য ভোগ কৰিলে দুকুৰি দুবছৰ। এনেতে জেঙা লাগিল। চুহুংমুং স্বৰ্গদেৱৰ বয়স বাগৰি গৈছিল যদিও যৌৱন ভাগৰি পৰা নাছিল। কছাৰী, মণিপুৰ ৰাজ্যৰ কুঁৱৰী কেই-গৰাকী স্বৰ্গদেৱে কাৰেঙত ঠাই দিছিল। গৌড়ৰ কুঁৱৰী দুগৰাকীৰ প্ৰতি চুক্লেন ডেকাৰজাৰ আকৰ্ষণ আছিল। পূৰ্বতে পাই অনা তুৰ্বকৰ জীয়ৰী চাৰা কুঁৱৰীকো স্বৰ্গদেৱেই গ্ৰহণ কৰিছিল।

হাৰমতী-দাৰমতী বয়সতো আছিল কুমলীয়া, ৰূপতো জাকত-জিলিকা। তাতে দীঘলীয়া শ্ৰম আৰু কঠোৰ সংঘৰ্ষৰ অন্তত লাভ কৰিছিল এই দুটি কুঁৱৰী। ইয়াৰ অন্তৰালত আছিল ডেকা-ৰজাৰ শক্তি, সাহস আৰু ৰণোদ্যম। কিন্তু চনখাম ঘৰসন্দিকৈয়ে যেতিয়া তুৰ্বকৰ পৰাজয়, গৌড়ৰ লগত মিত্ৰতা, বিশ্বসিংহৰ সংস্থাপন, কমতাৰ ৰাজ্যলাভ আৰু জগন্নাথ দৰ্শনৰ কথা বিবৰি কৈ কন্যা দুটি আগবঢ়ালে, তেতিয়া বৃদ্ধ স্বৰ্গদেৱে ডেকাৰজাৰ আশা-আকাঙ্ক্ষাৰ কথা পাহৰি গ'ল। কন্যা দুটিক নিজৰ অন্তেষপুৰত ঠাই দিলে। ক্ষুব্ধ হৈ উঠিল ডেকাৰজা চুক্লেন। নগৰৰপৰা আঁতৰি গৈ বকতাত থাকিলগৈ। ৰজাই মতালেও নাহে।

বুঢ়া বয়সত চুহুংমুঙে সোণাৰী এজনৰ জীয়েকক কুঁৱৰী পাতিছিল। কেতেকী বৰণীয়া গা, কেতেকীসঁজীয়া কঁকাল, লাহী গা, মিঠামুখ দেখি সোণাৰীৰ জী হলেও কাৰেঙলৈ আনি কুঁৱৰী পাতিলে। পুত্ৰ-সন্তান এটি জন্ম হৈছিল। তেতিয়াও কেচুৱা। বৃদ্ধস্য তৰুণী ভাৰ্য্যা। নতুন কুঁৱৰীক সততে কাষতে ৰাখিছিল। সম্ভাব-সম্প্ৰীতিও আছিল গভীৰ। জেখাম আৰু

মৰাৰ কৌঁৱৰ এই দুয়ো অনেক আদৰ-সাদৰ কৰি ডেকাৰজা চুক্লেনক ৰজাৰ ওচৰলৈ মাতি আনিলে।

স্বৰ্গদেৱে কাৰেঙৰ চোতালত ৰ'দ পুৱাই আছিল। কোলাত আছিল সোণাৰী কুঁৱৰীৰ সন্তান কেচুৱাটি। সোণাৰী কুঁৱৰীও গাতে গা-লগাই কাষতে বহি আছিল। ডেকাৰজা তাতে ওলালগৈ। ডেকাৰজাৰ আত্মসন্মান জাগি উঠিল। স্বৰ্গদেৱক সেৱা কৰিলেই সোণাৰী কুঁৱৰীকো সেৱা কৰিব লাগে। তাতে কোলাত কেচুৱা কৌঁৱৰ। অভিমানী ডেকাৰজাই স্বৰ্গদেৱক সেৱা নকৰি উচাট মাৰি গুচি আহিল।

এই কথাত ৰজা খঙে-দুখে জৰ্জৰিত হ'ল। 'পো হৈ বাপেকক নেমানে।' এই বুলি ভিতৰ-বিশ্বাসী বিষয়াক মতাই আনি পুতেকক হত্যা কৰিবলৈ মন্ত্ৰণা কৰিলে। ইয়াৰেই প্ৰতিক্ৰিয়াৰ পৰিণতি লেহেতীযাৰ হাতত চুংহুংমুং স্বৰ্গদেৱৰ মৃত্যু। ভোগ-বিলাস, ক্ষমতা-প্ৰতাপ আৰু আকাঙ্ক্ষাৰ বিস্তৃতিৰ পৰিসমাপ্তি ঘটিল।

## পাঁচ

সময় আগবাঢ়ি গ'ল। বোৱতী লুইতৰ বুৰোৱালী পানীবোৰ বৈ গ'ল। উত্তৰে পৰ্বতৰপৰা দক্ষিণে দিহিঙলৈ চুতীযা ৰাজ্য, দিহিঙৰপৰা দিচাং-দিলিহলৈ মৰাণ ৰাজ্য, দিচাং-দিলিহৰপৰা দিখৌলৈ বৰাহী ৰাজ্য, দিখৌৰপৰা ধনশিৰীলৈ কছাৰী ৰাজ্য, ব্ৰহ্মপুত্ৰৰ ইপাৰে-সিপাৰে ভূঞা ৰাজ্য, ভৰলীৰ পশ্চিমে কৰতোয়ালৈ কমতা ৰাজ্য। তাৰে মাজতে চুকাফাই এভুখৰি ঠাই উলিয়াই লৈ এখন নতুন ৰাজ্যৰ ভেটি পাতিছিল। ৰাজ্যৰ ভিতৰ সোমাই বৰাহী-মৰাণলৈ বাতৰি দিছিল, 'তোমালোক থানগিৰি, আমি আলহী। মিত্ৰ হ'ব খোজোঁ। আমি উদয়গিৰিৰ স্বৰ্গৰাজ্যৰ মানুহ। আমাক গাওঁ-ভুঁই, মানুহ-দুনুহৰ লগত পৰিচয় কৰাই দিব লাগে।' চুকাফাৰ আচৰণ আৰু ব্যক্তিত্বই বৰাহী-মৰাণক

আহিত কৰিলে। সকল মনেৰে ক'লে, মই বৰাহীৰ ৰজা থাকিম খুমা। লথাই বিলৰ কাষত ঘৰ। পৰ্বত ফুটি বৈ অহা পাইমালী নদী লথাই বিলত পৰিছিল। পাইমালী এতিয়া মৰি নৈ, সোঁত নাই।' বৰাহী-মৰাণৰ ৰাজ্যও যেন পাইমালী হ'বলৈ ওলাল।

চুকাফা পৰ্বতৰপৰা নামি আহোঁতে ভৈয়ামত এখন ডাঙৰ ভৰা গাওঁ পালে। কছাৰী মানুহ। চুকাফাই মতাই আনি সাদৰেৰে সুধিলে, 'তোমালোক ক'ৰ মানুহ? ক'ৰপৰা আহিছা?' গাঁৱৰ মুখিয়ালজনে উত্তৰ দিলে, 'আমি পূৰ্বতে শদিয়াৰ মানুহ। ৰজাৰ নাম মাণিক, মাণিকৰ জোঁৱায়েক মুকুতা। শদিয়াত চুতীয়াৰে ৰণ হওঁত আমাৰ ৰজা খেৰেমলৈ উঠি আহিল। খেৰেমৰপৰা মহঙলৈ গ'ল। মহঙত থাকোঁতে নগাৰে বিবাদ হ'ল। নগাই বোলে, 'মহং আমাৰ।' আমাৰ ৰজাই বোলে, 'মহং আমাৰ।' এদিন নগা ৰজাই ক'লে, "একে ঘাপে যি ম'হৰ শিং কাটিব, শিল দুছেও কৰিব আৰু বেত কাটি উলিয়াব, মহং তাৰেই। পিছদিনা নগাই ম'হৰ শিং ঘৰতে সিজাই আনি, শিলকো পানীত তিয়াই কোমল কৰি, বেতৰো আথি এৰুৱাই থৈ একে টানে আনিলে। আমাৰ মানুহে নোৱাৰিলে। নগাই মহং ললে। আমাৰ ৰজা ভটীয়াই গৈ দিখৌৰ সিপাৰে থিত ললেগৈ। তাতে ৰজা হ'ল বিচাৰপতিফা।'

চুকাফাই পঠোৱা লগৰ মানুহে আহি ৰজাক বাতৰি দিলেহি, 'উত্তৰে চুতীয়া আৰু দক্ষিণে কছাৰীৰ মানুহ বহুত। চুতীয়াৰ মানুহ পৰ্বতে-ভৈয়ামে সমানে আছে। দুইতৰ সিপাৰে কেঁচাই-খাতী গোসানীৰ পূজা কৰে, এইপাৰে বলিয়া বাবাৰ পূজা। সেযে পিশাচীডেমা-পিশাডেমা। কুণ্ডিমামাৰ জীয়েক-পুতেক। দিখৌৰ দুয়োপাৰে কছাৰী মানুহ। ঠায়ে ঠায়ে গিজ খাই আছে। চুকাফাই নৌ থিত লওঁতেই চুবুৰীয়াক জোকাই নলৈ অ'ত ত'ত থকা গাওঁ আৰু মানুহবোৰ আদৰ-সাদৰ কৰি ওচৰ চপাই লবলৈ যত্ন কৰিছিল। চুকাফাৰ এই দৃষ্টিভঙ্গী আছিল সুদূৰপ্ৰসাৰী।

জীৱনৰ ভৰ ৰতৰত চুকাফা আহিছিল—পাৰ হৈ জান-জুৰি, পৰ্বত-পাষাণ, গভীৰ, বিশাল অৰণ্যানি। অনাই-বনাই ঘূৰি

কৰিছিল প্ৰায় ডেৰকুৰি বছৰ। কিন্তু এৰা দিয়া নাছিল আশাই, দৃঢ়তাই। য'ত প্ৰয়োজন আছিল দৃঢ়তাৰ, তাত আছিল দৃঢ়। কিন্তু ভৈয়ামৰ কোমলতাই চুকাফাক কোমল, দৰদী কৰি তুলিছিল। জীৱনৰ শেহৰ বছৰ কেইটা চৰাইদেও নগৰত থিত লৈ শান্তিৰে চকু মুদিছিল।

চুকাফাই পাতি থৈ যোৱা সৰু ৰাজ্যখন আগত লৈ চুতেওফা ৰজা হ'ল। তেতিয়াও দিখৌৰ সোঁ-পাৰে কিছুমান কছাৰী মানুহে বসবাস কৰি আছিল। সেইখিনি দিখৌৰ দক্ষিণ পাৰলৈ পঠিয়াই দিলে। কাষতে এখন নতুন শক্তিশালী ৰাজ্যই ভুমুকি মৰা দেখি বহুতো কছাৰী মানুহ নামডাং-চাৰিং উপত্যকালৈ হুহ'কি গ'ল। ইপিনে নৰা ৰজাই (মুং কং ৰাজ্য) সহায় বিচাৰি বাতৰি পঠিয়াইছিল। চুতেওফাই সাহায্য দিবলৈ অমান্তি হোৱাত নৰা ৰজাই সৈন্যবাহিনী পঠায়। কিন্তু অৱশেষত সন্ধি হয়।

১২৯৩ চন। ত্ৰয়োদশ শতিকাই বিদায় মাগিবলৈ আগলি বাতৰি দিছে। এনেতে ৰাজপাটত বহিল চুকাফাৰ নাতি চুবিনফাৰ বৰপুতেক চুখাংফা। ৰাজপাটত বহিবৰ সময়ত ডাঙৰীয়া দুজনাই চুকাফালৈ সোঁৱৰাই কৈছিল, 'ভাগ্যৰ বলত স্বৰ্গদেও হৈছা। পূৰ্বে পুলিন স্বৰ্গদেও চুকাফাই যি আহিৰ্ দেখুৱাই গৈছে তাক অনুসৰণ কৰিব পাৰিলে ভাল।' চুকাফাই সন্ধিৰ বাহি বুন্ধিৰে কাটি অনেক ৰাজ্যৰ মাজতে এখন নতুন ৰাজ্যৰ ভোঁট পাতিছিল। প্ৰজা সৰহীয়া কছাৰী আৰু চুতীয়া ৰাজ্য আক্ৰমণ নকৰি ভটীয়াই গৈ কমতা ৰাজ্য আক্ৰমণ কৰিলে। কমতা পূৰ্বতেও চাম-লুং-ফাই কৰতলীয়া কৰি থৈ গৈছিল। চুখাংফাৰ আক্ৰমণৰ বাতৰি পাই কমতেশ্বৰ দুৰ্লভনাৰায়ণে নিজৰ দুই জীয়েকক দি মিত্ৰতা কৰিবলৈ প্ৰস্তাৱ দিলে। চুখাংফায়ো ক'লে, 'যুদ্ধতকৈ আমিও মিত্ৰতাহে বাঞ্ছা কৰোঁ।' হাতত উলিয়াই লোৱা খাপৰ দাতৰোৱাল খাপত সুমুৱাই থৈ সালংকৃতাকৈ দুজনী কুঁৱৰীক লৈ আহিল। নাম ৰাজনী আৰু ভাজনী। মৰাণ-বৰাহীৰ পিছত তৃতীয় এটি ৰজাঘৰৰ লগত বৈবাহিক সূত্ৰে মিত্ৰ হ'ল। এয়া চতুৰ্দশ শতিকাৰ আৰম্ভণিৰ কথা।

চুখাংফাৰ পিছত চুবিনফাই ৰাজ্যৰ সীমা বহলোৱাৰ কথা ভবা নাছিল। তেওঁ দাঁতি-কাষৰীয়া চুতীয়া-কছাৰীৰ মানুহ পালে ঘৰোৱাহীকৈ তুলি লৈ নিজৰ দলটো শকত কৰিবলৈ দিহা কৰিছিল। ইতিমধ্যে সিচৰাতি হৈ থকা মৰাণ-বৰাহী-কছাৰী-চুতীয়া মানুহ এঘৰ দুঘৰকৈ মোৰাই লৈছিল। সকলোৰে লগত সমানে বহি খাইছিল, সমানে সমানে আচৰণ কৰিছিল, বিয়াবাৰু কৰাইছিল। ৰাজনৈতিক আকাঙ্ক্ষাহীন সাধাৰণ প্ৰজাই ৰজাৰ পৰা নিৰাপত্তা লাভ কৰিছিল।

চুবিনফাই প্ৰথম ৰজা যি খেল-বান্ধনিৰ আৰম্ভণি কৰিলে। চুকাফাৰ লগত অহা মানুহ কেইঘৰক সুকীয়া মৰ্য্যাদা দিলে। বুঢ়াগোহাঁইক উজনি খণ্ড আৰু বৰগোহাঁইক নামনি খণ্ড ভগাই দিলে। সেয়ে পিছলৈ দিখৌৰ সোঁপাৰে শদিয়ালৈকে বুঢ়াগোহাঁইৰ আৰু দিখৌৰ বাওঁপাৰে কলিয়াবৰলৈকে বৰগোহাঁইৰ ৰাজ হ'ল। ইতিমধ্যে ৰজাৰ লগ লোৱা মানুহৰ সংখ্যা মূলতকৈ সৰহ হ'ল। বুঢ়াগোহাঁই, বৰগোহাঁই আৰু ৰজাই প্ৰজা ভগাই ললে। ইয়াৰে সৰহভাগ বৰাহী মানুহ।

চুকাফা ৰজাৰ দিনত থামজি হেণ্ডুলীৰ ভাযেকক ৰজাৰ চাংমাই পাতিছিল। নাতিযেক চুবিনফাৰ দিনত বুঢ়ীমাকৰ পৰামৰ্শ মতে বৰকুমাৰ আৰু হাঠাই ঠাকুৰ এ২ দুঘৰক চামাংই বাবৰপৰা আঁতৰাই তামুলী পাতিলে। লৰ আৰু সোন্দৰ নামে আন দুজন বৰাহাক ৰজাঘৰৰ চাংমাই পাতিলে।

সেয়া চুকাফা ৰজা তিপামত থকাৰে কথা। এদিন এজোঁটা নিপোটল বেঙেনা এজন মৰাণ মানুহে ৰজাক ভেটিছিল। ৰজাই তেওঁকে বেঙেনা যোগনীয়া পাতিছিল। মানুহে জনে পুতেক চুতেওফা ৰজাৰ দিনত ৰণতো সাহস দেখুৱাই ৰজাক সন্তুষ্ট কৰিছিল। চুবিনফা ৰজাই এই বংশৰ লোকসলক লান্-মাখ্রু নাম দি চোতিয়া পাতিলে। (লান্—বংশ, মাখ্রু—বেঙেনা।)

চুকাফাই তিপামত থাকোঁতে খনচেৰেক কাষৰীয়া চুতীয়া গাওঁ বৰাই লৈছিল। তাতে দেখনিয়াৰ মানুহ এটি দেখা পাই লগত লৈ আহিল। নাম দিলে চাং-চাই। ধুনীয়াকৈ জলম বাটিব পাৰে।

সেইবাবে দেওঘৰত চই-জৰী বটাকৈ দিলে। বেজী বটীয়াৰ কামত পাকৈত চাং চাই ৰজাৰ চকুত পৰিল। আহোমৰ লগত খাব চুবলৈ দি জাতত তুলি ললে। চুবি নুফা ৰজাই ভৰালী চেতিয়া পাতিলে। পিছলৈ এই ঘৰ শিৰফুটা বকতিযালৰ ঘৰ ৰূপে পৰিগণিত হয়।

চুবিনফাই এঘৰ এঘৰকৈ বহুতো মানুহক নিজৰ সমাজত অন্তৰ্ভুক্ত কৰিলে। এদিন নিলগীযা গাওঁ এখনত ৰজাৰ মানুহে চুতীযা মানুহ এজন ধৰি আনিলে। শকত-আৱত, পাহোৱাল ডেকা। চুকাফাই চোমদেওলৈ বুলি মানস কৰি চোমচিৰিং নাম দিলে। চোমচিৰিঙৰ আঠ পুতেক। খাতমুং, পানমুং, খুামুং, চাইমুং, টেংফামুং, লুাচং, লুংচি আৰু নজিও। নজিওৰ বাহিৰে বাকী ছঘৰক চুবিনফা ৰজাই খাতোৱাল পাতিলে। সতি-সন্ততি সকলোকে খাতোৱাল চেতিযা নাম দিলে। আহোম ভাষাত চাম-চিং বুলিছিল। নজিও পোনতে বৰগোহাঁইৰ হাঁহৰখীয়া হৈ আছিল। নাম দিছিল পিতহান্। পিছলৈ লাংহান হ'ল। নাতি-পুতিবোৰক হাঁহপনীযা বুলিলে। চুবিনফা ৰজাই দুৱৰা-চেতিযাৰ মৰ্য্যাদা দিলে।

চৰাইদেও পৰ্বৰপৰা দক্ষিণলৈ গলে দিখৌ নৈ। খৰালি শিলনিৰ ওপৰেদি পানী বৈ যায়। জিৰ্ জিৰ্ শব্দৰ বিৰাম নাই। দিখৌৰ সিপাৰেই নগা গাওঁ। হাবিতলীযা ঠাই। হাবিৰ তলে তলে পহু চৰে। নৈৰ শিলত গজা শৈলুবৈ খাবলৈ পহু নামে। কেতিযাবা জাক পাতি নামে, কেতিযাবা অকলশৰীয়াকৈ। পাৰত থৰ হৈ বৈ থাকে ভেলেঙী। ৰজাৰ হাতত ধনু-কাঁড়। ৰণৰ সাজেৰে পালী পহৰীয়া। বহুতো মানুহ। দিখৌ পাৰ হৈ পাৰত সাজু হৈছে মাত্ৰ, এনেতে হাবিৰ মাজৰপৰা আচম্বিতে ওলাই নগা মানুহ এজনে খেদা মাৰি আহিল। লক্ষ্য তেওঁৰ ৰজাৰ মূৰটো। ৰজাৰ মূৰটো কাটি নিব পাৰিলে ডাঙৰ সন্মান পাব। কিন্তু ৰজাৰ লগৰীযা বন্ধ থাওমুংতাৱে সেই মুহূৰ্ত্তত আগ ভেটি ধৰি হেংদানেৰে নগাৰ পেটতে ঘাপ মাৰি দিলে। নগাই টং কৰিবই নোৱাৰিলে। ৰজাই বোলে, 'নগাই টং কৰিব নোৱৰাকৈ ভই যে চু অৰ্থাৎ বাঘ কাটিলি, তোক টংচু নাম দিলোঁ। নগাৰ গাঁৱৰ

নামো টংচু দিলো। আৰু, তোৰ বংশৰ নাম টংচু সন্দিকৈ ৰাখিলোঁ। চুকাফা পুত্ৰাও স্বৰ্গদেৱেই তোক সন্দিকৈ পাতি থৈ গৈছিল।'

সেয়া চতুৰ্দশ শতিকাৰ চতুৰ্থ দশক। চুখাংফাৰ জ্যেষ্ঠ পুত্ৰ চুখ্ৰামফা ৰাজপাটত উঠিল। ১৩৩২ চন। বৰকুঁৱৰীৰ তিনি পুত্ৰ চুখ্ৰামফা, চুতুফা আৰু ত্যাওখামথি, কমতেশ্বৰৰ কন্যা ৰাজনীৰ গৰ্ভজাত চাওপুলাই।

দিখৌৰ সোঁ-পাৰে ৰাজ্য পাতি মৰাণ-বৰাহীক মোৰাই লোৱা দেখি চাৰিং নামদাঙত থুপ খাই থকা কছাৰীসকল ক্ৰমে ভটীয়াই যাবলৈ ধৰিলে। দিখৌৰ উত্তৰ পাৰে থকাখিনি ইতিমধ্যে দিখৌ পাৰ হৈছিল।

১২২৮ চনত মুং-ডুং-চুণ-খাম ৰাজ্যৰ ভেটি পাতি সৌমাৰত বসতি আৰম্ভ কৰা এটা শতাব্দী পাৰ হ'ল। শতাব্দী দীঘলীয়া সময়। কিন্তু এটা জাতিৰ জীৱনত এটা শতাব্দী অধিক নহয়। নামপং নামৰুকৰ মাটি ছুই বন্দী হোৱা চুকাফাৰ বংশধৰে দিখৌৰ দুয়ো পাৰ আপোন কৰি ললে। ঠাইবোৰৰ নতুন নাম দিলে—খেকচক, জকাই চুক, নামতি, তুংখাং, বহল পথাৰ, বানৰুক, ছয়গাওঁ খে-নাম-জে, জাঁজী, নামথুনু, দিলিহ, নাম ফুক, নাফুক, দিবাং, খে-নাম-চাং, লেচাং, দিজৈখনা, দিছৈ-খাম-নাম্, কঠালবাৰী, চুণ-মাক্-লাং, মেটেকাতলী, পা-ফাক ডিন্ ইত্যাদি।

ভাজনী কুঁৱৰীৰ সন্তান চাওপুলাই কোঁৱৰক চাৰিঙত শাসনকৰ্ত্তা পাতিলে। নতুন ৰাজ্য অধিকাৰ কৰি নিজৰ ভাই-পো এজনক ৰজা বা শাসন কৰ্ত্তা পতাটো টাইসকলৰ প্ৰাচীন পৰম্পৰা। মূল ৰাজ্যৰ অধীনতা স্বীকাৰ কৰি সমান্য কৰ-ভাব দি সম্পৰ্ক ৰক্ষা কৰে।

পিতৃ চুখাংফাৰ দিনত গাওঁ-ভূঁই চাবলৈ চাৰিওপিনে-মানুহ পঠাইছিল। থাওবুৰু বুঢ়াগোহাঁই গৈছিল দিহিঙৰ কাষৰ সেই হাবিতলীয়া গাওঁখনলৈ। আগে আগে বাটকটীয়া মানুহ, পিছত বুঢ়াগোহাঁই। হঠাতে এবাৰ পিছলি পৰিল। পিছল খাওঁতে ভাৰিত শুনে সোমাল। কাকবাহিৰ শুন। বাটকটীয়া মানুহ

আগ বাঢ়ি গ'ল। খোজ কাঢ়িব নোৱাৰি তাতে পৰি থাকিল। ওচৰতে আছিল এখন মৰাণ গাওঁ। এইবোৰ ক'ৰ মানুহ, ক'লৈ গ'ল বুলি চাবলৈ অহা মৰাণ মানুহ এজনে থাওৰুৰুক পৰি থকা দেখি নিজৰ ঘৰলৈ লৈ গ'ল। নিজৰ পৰিচয় গোপন কৰি থাওৰুৰু তাতে থাকিল। এদিন মৰাণৰ জীয়েক ডাউকীৰ লগত বিযাও হ'ল। লগৰ মানুহ বা ক'লৈ গ'ল, কিমান পালেগৈ একো বুজিব নোৱাৰি তাতে থাকিল কিন্তু এটি সন্তান জন্ম হোৱাৰ পিছতে মৃত্যু হ'ল।

চুখ্ৰাংফা ৰজাৰ দিনত কেৱল মাত্ৰ বৰগোহাঁই আছিল নাম থাওমুং তাফ্ৰিখিন। স্বাভাৱিকতে সকলোৱে বুঢ়াগোহাঁইৰ অভাৱ অনুভৱ কৰিছিল। কিন্তু অনেক অনুসন্ধান কৰিও থাওৰুৰুৰ শুং-সূত্ৰ উলিযাব নোৱাৰিলে। এনেতে এটি ঘটনা ঘটিল। এটি খৰি-যোগনীযা ডেকাই খৰি দুমুঠা থৈ কানমাৰিডাল লৈ যায। তেওঁৰ নাম থাবুক বকুন। অন্য খৰি-যোগনীযাই কানমাৰি সৈতে খৰি থৈ যায। ৰজাৰ চাংমাইৰ সন্দেহক্ৰমে এদিন কানমাৰিডাল কাঢ়ি ৰাখিব খুজিলে। জোটা-পোটা লাগিল। কাকবাঁহৰ শুকান কানমাৰিডাল গধুৰ পাই চাংমাযে দুফালকৈ ফালি পেলালে। ওলাল সুণীয়া হেংদান। যি হেংদান চুকাফাৰ লগত অহা থাওমুং ক্লিংমুংমাংৰাই বুঢ়াগোহাঁইৰ। উত্তৰাধিকাৰ সূত্ৰে পাইছিল থাওৰুৰু বুঢ়াগোহাঁযে। খৰিভাৰী ডেকাই কেনেকৈ পালে ৰজাই সোধাত ক'লে, 'মোৰ ঘৰ মৰান গাঁৱত। আইৰ নাম ডাউকী। বোপাই সৰুতে মৰিল, আই আছে।' মাকক মতাই আনি সোধাত ক'লে, 'লগ হেৰুৱাই আহি মানুহজন আমাৰ গাঁৱতে ৰ'ল। মোক বিয়া দিলে। লৰাটি হৈ মানুহজন কাল হ'ল। ক'ৰ মানুহ, কি কথা, আমি তাৰ ভূ নেপাওঁ। হেংদানখন তেওঁৰে।' ডাউকীৰ কথা শুনি থাবুক বকুনক থাওৰুৰুৰ সন্তান বুলি জানি চাওফ্ৰং-ডাম্ নাম দি বুঢ়াগোহাঁই পাতিলে। থাবুক বকুনৰ ভাযেক এটি আছিল। দ্বিতীয় পক্ষৰ সন্তান। নাম কাইককুন, কাইকুন। সেইদিনাই তেওঁকো খৰিভাৰী গুচালে।

অতীদনে অকলশৰীয়াকৈ ডাঙৰীয়া বাব থাই অহা তাফ্ৰিখিনু

বৰগোহাঁইৰ আগত ডাউকীৰ সন্তান বুঢ়াগোহাঁই হৈ সমানে বহাটো পেটে-সমন্দিৰতে ভাল নেপালে। ৰুষ্ট হৈ তাপ মাৰি থাকিল। ভাজনীৰ সন্তান চাওপুলাই কোঁৱৰৰো সিংহাসনলৈ চকু আছিল। কোনোবা এটা সুযোগত দুটি অসন্তুষ্ট মন লগ লাগিল। চুখ্ৰাংফাক ভাঙি চাওপুলাইক ৰজা পাতিবৰ মনেৰে তাফ্ৰিখিন্ আৰু চাওপুলাই পলাই গৈ কমতেশ্বৰৰ ওচৰ পালেগৈ। লগত আছিল ৰাজনীৰ ভায়েক থাওমুং তামেও বা তামুভাই।

কমতাৰ ৰজা সসৈন্যে উজাই আহি আঠগাওঁ, বানফাং পাৰ হৈ চাৰিং ওলালহি। পিতৃ ৰজা চুখাংফাৰ দিনত বৈবাহিক সূত্ৰে মহামিত্ৰ হোৱা কমতেশ্বৰ ৰণৰ সাজত অহাৰ কথা শুনি কটকী পঠাই সোধালে, 'কুমতেশ্বৰেনো কি সকামত আহি চাৰিং-নামদাং পাইছেহি। ৰণ কৰিবলৈকে যদি আহিছে, তাকো জনাব লাগে। চাওপুলাই কোঁৱৰ আৰু তাফ্ৰিখিন বৰগোহাঁই দুয়োকে আমাৰ ঠাইলৈ পঠাই দিব লাগে।' কথা শুনি চাওপুলাযে বোলে, 'মই ৰজাৰ বিৰুদ্ধে ৰণো নকৰোঁ, মাতিলেও ঘৰলৈ নেযাওঁ।' তাফ্ৰিখিন বৰগোহাঁযেও ভযত মৌন হৈ ৰ'ল। চাওপুলাই আৰু তাফ্ৰিখিনৰ ষড়যন্ত্ৰৰ উদ্দেশ্য বুজি কমতেশ্বৰ দুৰ্লভ নাৰাযণ চাৰিঙৰপৰা উলটি গ'ল। তাফ্ৰিখিন আৰু চাওপুলাইক ধৰি আনিলে। চাওপুলাইক এৰি দিলে কিন্তু তাফ্ৰিখিনক মাৰিবলৈ আদেশ দিলে। তাফ্ৰিখিন পলাই সাৰিল। অৱশেষত ৰজাযো ক্ষমা কৰিলে। ৰাজনৈতিক ক্ষমতালিপ্সাই ঐতিহ্য আৰু পৰম্পৰাক পদাঘাত কৰি ষড়যন্ত্ৰৰ জন্ম দিযে। চাওপুলাই আৰু তাফ্ৰিখিন দুয়ো নিৰবধি কালৰ বুকুত দুটি সাক্ষী।

চুকাফাৰ মৃত্যু আৰু চুখ্ৰাংফাৰ মৃত্যুৰ মাজত এটি শতাব্দী থিয় হৈ ৰ'ল। ৰক্তপাতহীন এই শতিকাটোত এখন ৰাজ্যৰ এটি পুলি ঠন ধৰি উঠিল। সেই পুলিৰ শীতল ছাঁই আশ্ৰিতক আশ্ৰয় দিয়াৰ প্ৰতিশ্ৰুতি দিলে। সুদূৰপ্ৰসাৰী এই প্ৰতিশ্ৰুতি। আহিছিল অভ্যাগত হৈ। ৰৈ গ'ল গৃহস্থ হৈ। সহ-অৱস্থানৰ নীতি মানি ললে।

## ছয়

গড়গাওঁ, কথা শুনি তল যাওঁ। গড়গাঁৱে তেতিয়াও গড়গাওঁ নাম লোৱা নাই। দিখৌ কাষত ডেকা ৰজা চুকাফাই মাটি-বাৰী লৈ বাস কৰি আছিল। কাষতে আছিল কঙ্গন থাওমুঙৰ নাতি হেমনাৰ ঘৰ। হেমনাবাৰী। চুক্লেনে চুক্লেনমুং বা চুক্লেনফা নাম লৈ ৰজা হৈ পুৰ্বৰ ঘৰ-বাৰীকে ডাঙৰ কৰি নগৰ পাতিবলৈ মন কৰিলে। কথামতে কাম। চাৰিওমেৰে গড় মাৰিবলৈ সীমা বান্ধি দিলে। পশ্চিমৰ সীমাটো হেমনাৰ মাটিযেদি গ'ল। ৰজাৰ উদ্যম দেখি হেমনাই ক'লে, 'মোৰ আৰাকটা মাটি। হাবি কাটি মাটি মোকলাই বাৰী পাতিছোঁ। ৰজা কোন ? মই মাটি নিদিওঁ।' ৰজাই মাটি ল'ব নোৱাৰিলে।

কঙ্গন থাওমুং চুকাফাৰ লগত আহিছিল। তেওঁৰে নাতিয়েক হেমনা। প্ৰথম ৰাজ্য পাতোঁতে এইসকল লোকে অশেষ ত্যাগ স্বীকাৰ কৰিছিল। তেওঁবিলাক যথাৰ্থতে প্ৰজা নাছিল, সহ-যোগীহে আছিল। তেওঁবিলাকে যুদ্ধ-বিগ্ৰহৰ সময়ত দেহা আগ কৰি ৰণলৈ গৈছিল আৰু দেহা পাত কৰি দেশ পাতিছিল। বাকী সময়ত স্বাধীন ভাবে জীৱন-যাপন কৰিছিল। খেতি-বাতি কৰি, মাছ-পহু মাৰি দিন কটাইছিল। এইদৰেই চমুৱা শ্ৰেণীটোৰ পুলি-পোখা গজিছিল।

হেমনা নিঃসন্তান আছিল। হেমনাৰ জীৱিত কালত এই মাটি লৈ গড় সম্পূৰ্ণ কৰিব নোৱাৰিলে। ৰজা সমগ্ৰ ৰাজ্যৰ অধীশ্বৰ, তেওঁকো মাটিযে নাটে, হেমনাৰ বাৰীখনহে লাগে। হেমনাও বাজী-বঁজা, মাটি খাওঁতা নাই, তথাপি ৰজাৰ গড়টো পুৰা কৰিবলৈ মাটি এৰি নিদিয়ে। মানুহে ক'বলৈ ধৰিলে, 'ৰজাক নাটে, বঁজাক নাটে। হেমনা মৰিল, হেমনাৰ বুঢ়ীও মৰিল। তেতিয়াহে গড় পুৰা কৰিব পাৰিলে। সেযে কথা শুনি তল যোৱা গড়গাঁৱৰ পাতনি।

গড়গাঁৱৰ গড় ওখকৈ ওঠৰ হাত। বাহিৰত কুৰুৱীয়া দ খাৰৈ। তিনিফালে তিনিখন দুৱাৰ। পুবে ঘৰকলা দুৱাৰ। পশ্চিমে চুণপোৰা দুৱাৰ, দক্ষিণে বৰদুৱাৰ। ইমান সুৰক্ষিতকৈ গড় মাৰিবলৈ ৰজাক পৰামৰ্শ দিছিল এগৰাকী কুঁৱৰীযে। তেওঁৰ নাম নাঙ্গত্যেপুখামু। জনপ্ৰিয় নাম চাওচিং কুঁৱৰী। চাওচিং কুঁৱৰী নৰা ৰাজ্যৰ জীয়ৰী। কুঁৱৰী ৰূপে-গুণে অনুপাম। বিদুষী। ভৰিৰ আঙুলিৰেও আখৰ লিখিব পাৰিছিল।

টাইসকলৰ সংস্কৃতি অতি পুৰণি। খ্ৰীষ্ট জন্মৰ দুহেজাৰ পাঁচশ বছৰ আগতে চীনৰ মূল ভূখণ্ডত প্ৰতিষ্ঠিত হৈছিল। গড় মাৰি নগৰ লোৱা আৰু ঢাপ মাৰি জেওৰা ভেটি বাৰী-পতা ৰীতিটো অতি পুৰণি। অসমলৈ আহিযেই গড় মাৰি নগৰ লৈছিল যদিও সেই গড় ওখ আৰু চকুত লগা নাছিল। সেযেহে চাওচিং কুঁৱৰীযে ৰজাক গড় মাৰি নগৰ সুৰক্ষিত কৰিবলৈ পৰামৰ্শ দিছিল।

চাওচিং কুঁৱৰী নৰা ৰাজ্যৰ জীয়ৰী। মানতৰা অৰ্থাৎ ব্ৰহ্ম-ৰজাই ৰাজ্যৰ সীমা লৈ কাজিয়া আৰম্ভ কৰিলে। কাজিয়া গৈ ৰণত পৰিণত হ'ল। ৰণত সেনাপতিসহ ১০০০ সৈন্য, ১০০ ঘোঁৰা আৰু ১৩ টা হাতী মৰিল। নৰা ৰজাই কথমপি প্ৰাণ ৰক্ষা কৰি আইতনাত ৰ'লহি। তাৰে পৰা কটকী পঠিযাই স্বৰ্গদেৱক কোৱালে, 'স্বৰ্গদেৱৰ বাহিৰে আন ঠাইত আমাৰ ভাৰসা নাই। স্বৰ্গদেৱে ৰক্ষা কৰক।' আইতনাতে নৰাৰজাক খাত-পাম দি অভয় দি ৰাখিলে। সোণৰ মলমা কৰা টুপী এটা আৰু সোণৰ বাখৰপতা আঙঠি এযোৰ দি পঠালে।

ব্ৰহ্মৰাজ্যলৈ ত্যাওকা আৰু ত্যাওমুনখাং নামেৰে দুজন কটকীক পত্ৰ অবিহনে মৌখিক বতৰা দি পঠালে। দুই কটকীযে গৈ ক'লে, 'উদয়গিৰিৰ স্বৰ্গমহাৰজা। অস্তগিৰি পৰ্বতলৈকে যাৰ যশস্যা বিস্তৃত। ব্ৰহ্মা ৰজাৰ কথাও তেনে বুলি শুনিছিলোঁ। এতিয়া দেখিছোঁ, সঁচাই যেন জোনৰ লগৰ তৰাহে জিলিকিছে। নৰাৰজা ব্ৰহ্মৰজাৰো মিত্ৰ, আমাৰো বংশ-সম্বন্ধীয়। এতেকে সমিল-মিল হৈ থাকিব লাগে। কৌতিযাবা সবু নৈৰ আগাৰিত

শিল গোট খাই বানপানী কৰে আৰু ওখ পৰ্বতকো বুৰায়। দৈৱৰ গতি বুজিব নোৱাৰি। মিত্র ভাবে থাকিবলৈ ৰজাৰ জীয়েকক বিয়া দিয়ক।'

দুই কটকী উলটি আহিল। ব্ৰহ্মৰজালৈ কন্যাৰ প্ৰস্তাৱ দিয়াৰ কথা শুনি নৰা ৰজাই তেওঁৰ জীয়েক নাঙ্গত্যেপখাম গাভৰুক স্বৰ্গদেৱলৈ উলিযাই দিলে। স্বৰ্গদেৱে জোৰণ দিলে, সোণৰ খাৰু ৪ পাত, সোণৰ আঙঠি চাৰি যোৰ, বাখৰপতা আঙঠি এযোৰ, হাতৰ-ডিঙিৰ মণি পাঁচ চেও, মেখেলা-কাপোৰ দুযোৰ, বৰৈলগা ৰিহা দুখন। নৰাৰজাই কুঁৱৰীৰ লগত দিলে হাতী ৯ টা, ঘোৰা ১১ টা, বেটী ৭ জনী আৰু অনেক বয়-বস্তু। এই গৰাকী কুঁৱৰীৰ ৰাজনীতিজ্ঞান আছিল প্ৰচুৰ। তদুপৰি আছিল আদৰ্শনীয ব্যক্তিত্ব।

চুক্লেনমুং ৰজাই ৰাতমাল লেহেতীযাৰ হতুৱাই পিতৃ চুহুং-মুঙক হত্যা কৰাইছিল। কিন্তু নিজে ৰাজপাটত বহাৰ পিছত অন্তেষপুৰ নিবাসী ৰাতমালৰ প্ৰতি শঙ্কিত হৈ পৰিছিল। এদিন ৰাতমালক হত্যা কৰোৱালে জানোচা সি স্বৰ্গদেৱকো মাৰে।

কছাৰী ৰজাই ৰিংৰাই কটকীৰ হাতত এটি আটকধুনীয়া কুঁৱৰী পঠাইছিল মিত্র-সম্বন্ধ বাঞ্ছা কৰি। সেই অভিযানৰ নেতা আছিল চুক্লেন। কুঁৱৰীক আনি শোধাইছিল ডেকাৰজা চুক্লেনৰ হাতত। চকুৰে চকুৰে চাই থৰ হৈ আছিল কোঁৱৰ-কুঁৱৰী। ডেকা-ৰজাৰ মন আগ বাঢ়ি গৈছিল। এসময়ত কছাৰী কুঁৱৰীৰ হৃদয স্পৰ্শ কৰিছিল। কিন্তু আহোম ৰাজ-দস্তুৰমতে ৰণত পোৱা বস্তু, ৰজালৈ বুলি দিয়া বস্তু, ৰজাৰ নামত উচৰ্গা কৰা বস্তু আনে গ্ৰহণ কৰিব নোৱাৰে। কছাৰী কুঁৱৰীকো আনি দস্তুৰমতে ৰজাক শোধালে। ডেকাৰজাই ভাবিছিল, সেই কুঁৱৰীক তেওঁকে গতাই দিব। কিন্তু আশাৰ মূৰত চেঁচাপানী ঢালি ৰূপ-যৌৱন উপচি পৰা কুঁৱৰীক স্বৰ্গদেৱে নিজেই অন্তেষপুৰত ঠাই দিলে। দুকুৰা জুই দুফালে জ্বলি থাকিল। মাজত থিয় দি ৰ'ল, প্ৰৌঢ় স্বৰ্গদেও চুহুংমুং।

নাৰী ৰহস্যময়ী। নাৰী সৌন্দৰ্য্যময়ী। ৰূপ-লাস্যময়ী নাৰী

চৰিত্ৰই যুগে যুগে ৰাজনীতিৰ বোৱতী সুঁতিত পকনীয়া সৃষ্টি কৰি আহিছে। ডেকাৰজা চুক্লেন এদিন ৰাজধানীলৈ আহিছিল। ৰাজধানীত থাকোঁতে বৰঘৰলৈ সোমাইছিল। বৰঘৰত ডেকা-ৰজাক দেখি কছাৰী কুঁৱৰীযে মৰম-আকলুৱা চকুৰে একেথৰে চাই আছিল। সেই কুঁৱৰীক দেখি ডেকাৰজাৰো বাসনা উতলি উঠিছিল। উথলি উঠিছিল খং, ক্ষোভ আৰু অসন্তুষ্টি। হঠাতে কৈ পেলাইছিল, 'পিতৃ হ'ল কি হ'ল? যেন খুঁচি মাৰিবা?' ডেকাৰজাৰ মনৰ কথাৰ বুজ পাইছিল ৰাতমাল লেহেতীয়া লিগিৰাই। অনুমতি বিচাৰিছিল ডেকাৰজাৰ। খণ্ডৰ ভমকত সম্মতি জনাইছিল চুক্লেনে। পৰিণতি স্বৰূপে ৰাতমালে তিৰোতাৰ ভেশ ধৰি কাৰেঙত সোমাই দুপৰ ৰাতি মিট দাৰে ডিঙি কাটি হত্যা কৰিলে।

ৰাজকাৰেঙত হুলস্থুল লাগিল। দুকুৰি দুবছৰ ৰাজত্ব কৰি প্ৰজাৰ মনত ঠাই পোৱা স্বৰ্গদেও চুহুমুং আততায়ীৰ হাতত মৃত্যু হ'ল। এই গোটেই ঘটনাটো ঘটালে কছাৰী কুঁৱৰীযে, ডেকাৰজাৰ মন বুজি। ৰাতমাল কুঁৱৰীৰ ভাযেক। লগত আহিছিল। কাৰেঙত আছিল লেহেতীয়া লিগিৰা হৈ। তিৰোতাৰ ভেশ ধৰি কাৰেঙত সোমাবলৈ সহায় কৰিছিল কুঁৱৰীযে নিজে। মেখেলা-কাপোৰো দিছিল। ৰজাৰ কাৰেঙৰ ৰাজভোগ এৰি মনৰ কাৰেঙৰ মৰমৰ পৰশ বিচাৰি তেজৰ নৈ বোৱালে।

কছাৰী-কুঁৱৰীৰ অতৃপ্তি আৰু অসন্তুষ্টিৰ সমান্তৰাল ভাবে আৰু এটা ঘটনাই পিতা-পুত্ৰৰ বিৰোধ সৃষ্টি কৰিছিল। সেই বিৰোধৰ পৰোক্ষ নায়িকা আছিল সোণাৰি-কুঁৱৰী। সোণাৰি-কুঁৱৰীক কাষত লৈ ৰ'দ পুৱাই থাকোঁতে ডেকাৰজাই এদিন সেৱা কৰা নাছিল। এই কথাত অসন্তুষ্ট হৈছিল ৰাণী। ৰজাই সিংহা-সনৰ কাষত ঠাই দিবলৈ ভাল পাইছিল, পুতেক কোন? কুঁৱৰীয়ে কথাই প্ৰতি প্ৰৰোচিত কৰিছিল। প্ৰৌঢ় কামনামত্ত ৰজাও প্ৰৰোচিত হৈছিল। পৰিণতি স্বৰূপে এদিন পিতা-পুত্ৰৰ মাজত অস্ত্ৰৰ ঝন্‌ঝননি উঠিছিল।

ডেকাৰজাৰ হৃদয়ৰ ৰিক্ততা আৰু বাস্তৱৰ তিক্ততাই পিতৃৰ

বিৰুদ্ধে থিয় দিবলৈ বাধ্য কৰিছিল। সিংহাসনৰ মোহ নাছিল, হৃদয়ৰ আকুতিয়েহে আকৰ্ষণ কৰিছিল। কিন্তু পিতৃৰ মৃত্যুৰ পিছত সিংহাসনো আৰোহণ কৰিব লাগিছিল। পিতৃৰ তেজেৰে জ্বলোৱা হিংসাৰ জুইকুৰা পুত্ৰৰ ভ্ৰাতৃৰ তেজেৰে দপদপাই জ্বলিছিল। অনুতপ্ত হৈছিল ৰজা নিজে। পিতৃ-হত্যাৰ নাৰকীয় ঘটনাৰ ঘাতক ৰাতমাল আৰু ৰাজকাৰেঙত থাকি ৰজাক বিশ্বাস-ঘাতকতা কৰি সহায়তা কৰা ৰহস্যময়ী নাৰী চৰিত্ৰ কছাৰী কুঁৱৰীক ৰাজদ্ৰোহ অপৰাধত অপৰাধী সাব্যস্ত কৰি মৃত্যুদণ্ড দিলে। বৃদ্ধ পিতৃয়ে কামনাৰ কুহকত পথভ্ৰষ্ট হৈ অ।উল লগালে। ডেকা পুত্ৰই কামনাৰ জুইশিখা নিৰ্বাপিত কৰি ৰাজদণ্ড হাতত লৈ অপ-ৰাধিনীক সমুচিত শাস্তি প্ৰদান কৰিলে। সঁচা কথা, চিনাকি চাউডাঙে মানুহ কাটে, হাঁহিথকা ৰজাই ফাঁচীকাঠত তোলে।

ডেকাৰজা চুক্লেন সিংহাসনত উঠিল। সিংহাসনত উঠিল সঁচা, চকু মুদিলেই পিতৃহত্যাৰ নাৰকীয় দৃশ্যই সঘনাই আমনি কৰে। নগৰৰ প্ৰতিটো বস্তুৱে সোঁৱৰাই থাকে পিতৃত্বৰ কথা। সেয়েহে চৰগুৱাৰ কাষৰ দিহিং নগৰৰপৰা ৰাজধানী বকতালৈ তুলি নি কাষতে হেমনাবাৰীত নগৰ পাতিলে। দক্ষিণে দিখৌ। পাই মালী নৈ ভেটি দিখৌত পেলালে। বাকী অংশ নগৰৰ ভিতৰ কৰি ললে।

ক্ষত্ৰিয়ৰ জাতি-ধৰ্ম নাই, ৰাজনীতিয়ে মানৱতাকো চেৰাই যায়। ৰাতমাল-লেহেতীয়াই বৃদ্ধ স্বৰ্গদেবক কটাৰী হানি মাৰিলেও তাৰ অন্তৰালত যে চুক্লেন ৰজাও আছিল এই কথা প্ৰথমে বুবু-বা-বা হ'লেও পিছলৈ মানুহে কোৱাকুই কৰিবলৈ ধৰিলে। ৰজায়ো এদিন মুখ ফালি লৈ পেলাইলি, মই জানিবা খঙতে কৈছিলোঁৱেই, সেই বুলি ৰাতমালে বোপাক মাৰিব পাইনেকি? সেই কথা জনা-জানি হোৱাত চাৰিও ভায়েক চুখেনং, চুতেং, চুৰেং আৰু চুক্লাঙে খঙতে খেদি আহিল। গড়গঞা ৰজা চুৰেঙক তিপমীয়া ৰজা, চুতেঙত চাৰিঙীয়া ৰজা, চুখেনঙক নামৰুপীয়া ৰজা পাতিছিল চুক্লাং তেতিয়াও ৰজা হোৱা নাছিল। দিহিঙৰ পৰা গড়গাঁৱলৈ খেদি আহিল। আদবাটতে দীঘলমোৰত উভয় পক্ষৰ যুজ লাগিল

যদুজত পৰাস্ত হৈ চাৰিও কোঁৱৰ শদিয়ালৈ ৰুলি পলাই গ'ল। ৰজায়ো পিছে পিছে খেদি গৈ ডিব্ৰুমুখৰ কোৱামৰাত আগচি ধৰি ৰণ কৰিলেগৈ। ৰণত তিনিও কোঁৱৰ হাৰি শদিয়া পালেগৈ। এই ডোখৰ ঠাইকে একালত মানুহে যুজমনা বুলিছিল।

চুখেং, চুতেং আৰু চুক্লাং তিনিওকে ৰূপ সন্দিকৈয়ে তিনিও ৰাজ কোঁৱৰক বন্দী কৰি স্বৰ্গদেৱলৈ পঠালে। ৰূপসন্দিকৈ অতি-পাত ৰাজবিশ্বাসী, কৰ্ত্তব্যপৰায়ণ আৰু সুদক্ষ বিষয়া আছিল। কছাৰী যুদ্ধ আৰু তুৰ্বকৰ যুদ্ধত অসীম পৰাক্ৰম আৰু বীৰত্ব দেখুৱাই বঁটা-বাহন লাভ কৰিছিল। ৰূপ সন্দিকৈৰ চকুত তিনিও কোঁৱৰ আছিল ৰাজদ্ৰোহী। পাটত থকা স্বৰ্গদেৱলৈ দা জোকাৰিছিল। ৰাজদ্ৰোহ অপৰাধ আহোম শাসন ব্যৱস্থাত সবাতোকৈ ডাঙৰ। তিনিও ভায়েকক প্ৰাণদণ্ড দিলে আৰু ভায়েক-হঁতৰ সকাম-নিকাম নিয়মীয়াকৈ কৰিলে। চুৰেং তিপমীয়া ৰজাক একো নকৰিলে। চুৰেঙৰ গাত কেতিয়াবা কেতিয়াবা দেও জঁকিছিল। সেই বাবে মানুহে দেওৰজা বুলিছিল।

পিতৃ চুহুংমুঙৰ দিনত ভূঞাসকলৰ ৰাজ্য দখললৈ আনি-ছিল। ভূঞাসকলে পূৰ্বৰদৰেই নিজৰ সামাজিক ৰাজনৈতিক জীৱন অতিবাহিত কৰিছিল কিন্তু আহোমৰ সাৰ্বভৌমত্ব মানি লবলগীয়া হৈছিল। ইযাবে চিন স্বৰূপে কেইটামান হাতী ধৰি ৰজাক শোধাবলৈ নিয়ম কৰিলে। ভূঞাসকলে এই নিৰ্বন্ধ মানি লৈছিল য দও কথাই-কামে অনমনীয় আছিল। সদ্যহৃত স্বাধীনতাৰ সোঁৱৰণিয়ে ভূঞাসকলক স্বাভাৱিকতে মানসিক অশান্তি দি আছিল।

তেতিয়া শিৰোমণি ভূঞা শংকৰদেৱৰ বয়সে আঢ়ৈকুৰিৰ ডেউনা গৰকি বছৰছেৰেক আগ বাঢ়িছে। কপিলী উপত্যকাত ডিমৰুৱা ভিতৰ কৰি কছাৰী ৰাজ্য। উওৰে ভূঞাসকলৰ সৰু সৰু ৰাজ্য অৰ্থাৎ ডাঙৰ সমৃদ্ধিশালী গাঁও। ভূঞাসকলৰ সামাজিক-সাংস্কৃতিক জীৱন উন্নত আছিল। শিক্ষা-দীক্ষাৰ চৰ্চা আছিল। সীমাৰ বাবেই হওক বা সমৃদ্ধিশালী গাওঁবোৰ দখল কৰি লোৱাৰ বাবেই হওক, কপিলী উপত্যকাৰ পৰা আহি কছাৰী সকলে ভূঞা

ৰাজ্য আক্ৰমণ কৰে। ধৰ ভঁৰাল লুৰুকি গধূ-গাই লৈ যায়। সেই বাবে শংকৰদেৱৰ সমন্বিতে বহুতো ভূঞাই বৰদোৱা এৰি ধুঞাহাট-বেলগুৰিত আছিল। এনেতে ব্ৰাহ্মণে খল দিলে, বোলে 'ভূঞাহঁতে দেশ ভাঙিলে। নীতি ধৰমো পালন নকৰে, শাস্ত্ৰ ব্ৰাহ্মণো নেমানে। স্বৰ্গদেৱকো অমান্য কৰে।' ব্ৰাহ্মণৰ কথা স্বৰ্গদেৱৰ মনতে থাকিল। পিছে এদিন মতাই আনি বিচাৰ কৰি চাই ব্ৰাহ্মণৰ কথাত সঁজাত নাই বুলি নিয়ম-নিৰ্বন্ধ কৰি ভূঞাক এৰি দিলে।

মাহচেৰেক পিছৰ কথা। স্বৰ্গদেও নিজে হাতী ধৰিবলৈ ওলাল। চাৰিওফালে গড মাৰিলে। হাতী খেদি আনিলে। যিফালে হাতী বোৰিবলৈ ভূঞাসকলৰ পাল পৰিছিল, সেই ফালে গড় ভাঙি হাতী পলাল। ৰাজকাৰ্য্যত অৱহেলা কৰাৰ অপৰাধত অপৰাধী সাব্যস্ত হ'ল। 'স্বৰ্গদেৱকো অমান্য কৰে', এই ষাৰ কুটকথাৰ সঁচ মনতে আছিল। গড়ভাঙি হাতী পলুৱাই পঠোৱা ভূঞাসকলৰ ইচ্ছাকৃত কাৰ্য্য বুলি স্বৰ্গদেও পতিয়ন গ'ল। মুখিয়াল ভূঞাসকলক ধৰি আনিবলৈ চাউডাং পঠালে। শংকৰদেৱ ভটীয়াই গ'ল। তেওঁৰ জোঁৱায়েক হৰি ভূঞা আৰু শংকৰদেৱৰ অনুগত ভকত মাধৱদেৱক ধৰি আনিলে। বিচাৰত হৰি ভূঞাক দোষী পাই প্ৰাণদণ্ডৰ আদেশ দিলে। মাধৱদেৱ সংসাৰ বিৰাগী ভকত বুলি মেচাগড় পুখুৰীৰ পাৰত নজৰ বন্দীকৈ থৈ ৰামায়ণ পাঠ কৰিবলৈ দিলে। অযোধ্যাকাণ্ডৰপৰা লংকাকাণ্ডলৈ এই পাঁচকাণ্ড ৰামায়ণ পঢ়ি শুনাই ৰজাক সন্তোষ দি অলপ দিনৰ পিছত মুকলি হৈ গ'ল। ৰজাই বুপ-কাপোৰৰ মাননি দি পঠালে। তেতিয়া মাধৱদেৱে ঢেকীয়াখোৱাত নামঘৰ পাতি থৈ গ'ল।

ভূঞাসকলে আৰু এটা জেওা লগাইছিল। উতৈ, তমাই এই দুই বৰভূঞাই হাতী এটাৰ গাত চুণ ঘঁহি শুকুলা হাতীত উঠি ক'লে, 'এইখন বোপা-ককাৰ দিনৰ প্ৰাচীন ৰাজ্য। আহোমে মুখৰ কথাতে ক'ত পালে? শুকুলা হাতীত যি উঠিবলৈ পায়, তাৰেহে ৰাজ্য। চুতীয়া ৰাজ্য অধিকাৰ কৰি লাই পাইছে।' উতৈ-তমাইৰ ৰবকথা শুনি স্বৰ্গদেৱে কলে, 'নাংকুৰি নাথামে দিছে গুণে, মোৰ

ভাগ্যত আছে গুণে ৰাজ্য পাইছোঁ। শুকুলা হাতীত উঠি অৱগৰ্ব কৰোঁতা কোন? এইবুলি ঘৰসগিদকৈ, ডেকাৰজা চুক্লেন আৰু দিহিঙীয়া গলমণি পাত্ৰৰ লগত চনবন, ভঙুৱা আৰু হুহামৰা নামেৰে তিনিটা বাছকবনীয়া কাঁড়ী দিলে। কাঁড়ী তিনিটাই ক'লে, 'আমি যেনেকৈ স্বৰ্গদেৱৰ লোণ-চাউল খাইছোঁ, তেনেকৈ দেহা মাৰি ভূঞাহঁতক আনি দিম।' লুইত পাৰ হৈ সৈন্যবাহিনী গৈ কড়া নৈৰ মুখৰ দীঘলীপুখুৰীৰ পাৰত ৰ'লগৈ। সেই সময়ত বাসু-দেউত থকা তপসী লস্কৰে বোলে, 'আহোমৰ লগত ৰণ কৰি নোৱাৰি। পোৱালি-খোৱা আহোম, পেটৰ পোৱালিকো ছিৰি মাৰে।' এই বুলি মালবৈয়া লস্কৰৰ হাতত ঘোঁৰা পাঁচোটা আৰু ৰূপ দুচৰু দি কোৱালে, 'আমি স্বৰ্গদেৱৰ অধীন। আমালৈ খং এৰক।' ডেকাৰজাই ক'লে, 'আমি স্বৰ্গদেৱক জনাম। তোমা-লোকৰ ভাই-ভতিজা গোটাচেৰেক খাটনিযাৰ স্বৰূপে ৰজাৰ নগৰলৈ পঠিওৱা।'

লালোৱা, উতাবৰ, কহিক, চোমদাৰ, উজীৰ, তমাই, চপা, সোণাবৰ আৰু ভেদাই এই ন-ঘৰ ভূঞাক ঘৰোৱাহীকৈ নি ডেকা-ৰজাই স্বৰ্গদেৱক ভেটালে। স্বৰ্গদেৱে সন্তোষ পালে যদিও তমাইক সুধিলে, 'তমাই, এই যে শুকুলা হাতীত উঠি গৰ্ব কৰি-ছিলি, সেই হাতীটো কেলেই নানিলি।' থতমত খাই তমাই নিথৰ হৈ ৰ'ল। পিছে সোণাবৰে টপৰাই উত্তৰ দিলে, 'স্বৰ্গদেও, শুকুলা হাতী আপুনিযে নেপায, আমি ক'ত পাম? হাতীৰ গাত পো-ৰোগ হৈছিল, সেই বাবে গোটেই গাতে চূণ ঘঁহিছিল। সেয়েহে শুকুলা হাতী বুলি কৈছিল।' সোণাবৰৰ ব্যাখ্যা শুনি ৰজাই উতে-তমাই দুযোক দায ধৰি বোলে, 'সিহঁতে টেপাই কৰিব পাযনেকি? শুকুলা হাতী বুলি গৰ্বালি বচন কিয বুলিছিলি?' উতে-তমাই দুযো নীৰৱ-নিশ্চল হৈ ৰ'ল। দিহিঙৰ দেওঘৰৰ কাষতে দুয়ো ভূঞাক প্ৰাণদণ্ড দি পুতেকহঁতক খাটনিয়াৰ ভূঞাৰ লগত দিলে। গড়গঞা ৰজা পাটত বহিয়েই ভূঞাসকলক সংস্থাপিত কৰিলে। খেতোক বিষয়-বাব দিলে। বাৰভূঞা আহোম ৰাজ্যৰ ভিতৰুৱা হল।

চুডাংফা ৰজাই হাবুঙীয়া বামুণৰ ঘৰৰপৰা যি লক্ষ্মীনাৰায়ণ শালগ্ৰাম আনি কাৰেঙত ঠাই দিছিল, সি পিছৰ ৰজাসকলৰ দিনতো সমানেই স্থান পাইছিল। ৰজাৰ মাটি-ভেটি পাই খিতাপি লোৱা বামুণেই যথানিয়মে পূজা-পাতল কৰিছিল। চোমদেও যদিও ৰজাৰ ইষ্টদেৱতা, শালগ্ৰামৰ সমানে ঠাই পোৱাটো পূজাৰী বামুণে সহ্য কৰিব নোৱাৰিছিল। কোনো এক দুৰ্বল মুহূৰ্ত্তত পূজাৰী বামুণে ৰজাৰ দুৰ্বল মনত বীজ সিঁচিলে, চোমদেও কাৰেঙৰ বাহিৰলৈ উলিয়াব লাগে। কাৰেঙত কেৱল লক্ষ্মী-নাৰায়ণ শালগ্ৰামৰহে পূজা হ'ব। পৰামৰ্শমতে কাম হ'ল। চোমদেওক কাৰেঙৰপৰা উলিযাই নগৰৰ ভিতৰতে সুকীয়াকৈ ঘৰ সাজি থাপন কৰিলে। চিৰিংসকলে তাতে উৎসৱে-পৰৱে আখৈ, পিঠা, পৰমান্ন দি পূজা কৰে। পোনতে গোহাঁইসকলকে চোমদেও ৰাখিবলৈ নিয়োগ কৰি চোমদেও ঘৰৰ আগফালে চটাঃ চৰা সজাই দিছিল। ডাঙৰীযা কেইজনাৰ পৰ-পালি দিয়াটো শোভন নোহোৱাত গোহাঁইসকলৰ বংশৰপৰা ডেকা-ডুমা বাছি আনি পৰীয়া নিযুক্ত কৰিলে। সেইসকলক গোহাঁই চেতিয়া নামকৰণ কৰিলে। গোহাঁইসকলৰ ফৈদৰপৰা ফালি অহা বাবেই তেওঁবিলাকক ঘৰ-ফলীয়াও বোলে। চোমদেও-ঘৰৰ চাৰিওমেৰে পালীঘৰ সজাই তাতে ঘৰফলীয়াসকলৰ বহা কৰিলে। ঘৰফলীয়া বৰুৱাই চটাই চৰাত পৰ দিয়ে।

পূৰ্বৰ ৰজাসকলে থলুৱা লোকসকলক নিজৰ সমাজলৈ তুলি লৈ খোৱা-বোৱা কৰি বিষয়-বাবো দিছিল। চুহুংমং ৰজাই চুতীয়া ৰাজ্য অধিকাৰ কৰিবৰ সময়ত এজন মানুহ পাইছিল। নাম দলদখং। দলদখং শুকান মঙহৰ ভঁৰালী আছিল। দলদখঙে নিমখ সানি জুইৰ তাপত শুকুওৱা পহুৰ মঙহ খাই ভাল পাই ৰজাই সেই ভঁৰালীক লগত লৈ আহিছিল। জাতত কোচ। দলদখঙৰ চাৰি পুতেক—মাৰি, চিকণৰাই, চান্দ আৰু মেৰু। গড়গঞা ৰজাই চিকণক ভঁৰালী বাব দি ৰাইডঙীয়া খেলত দিলে আৰু বাকী তিনিজনক টেকেলা পাতিলে। চাৰিওঘৰ আহোমৰ বুকুত সোমাল। চিকণৰাইৰ বঙহকে আহোম ভঁৰালী বোলে।

খাওমংতাও, চুকাফাই আহি পোনতে লগ পাইছিল। মংকঙৰ-পৰা খেদি তুলিবলৈ আহিছিল। তেওঁৰে নাতিয়েক ত্যাওচিং। আটায়ে থোৰতে টংচু সন্দিকৈ বুলি জানে। কাৰণ, খাওমংতাওৰ নাম দিছিল টংচু সন্দিকৈ। সেয়েহে নাতিয়েক ত্যাওচিঙক টংচু সন্দিকৈ বুলিয়ে চিনি পায়। ত্যাওচিঙে চুহুংমং-স্বৰ্গদেৱৰ জীয়েকক বিয়া কৰাইছিল। বহুত দিনলৈকে লৰা-ছোৱালী হোৱা নাছিল। ইতিমধ্যে চুভাঙৰ বৰবৰা মৰিলত টংচু বৰবৰা হ'ল। ৰজাৰ জীয়েকে বাপেটী নগাৰ লৰা এটি পো বুলি তুলি ললে। পিছে বহুবছৰেকৰ মূৰত নিজৰো এটি পুত্ৰ জন্মিল। কিন্তু কিছু দিনৰ মূৰত ৰজাৰ জী অৰ্থাৎ চুক্লেনমুঙৰ বায়েক মৰিল। টংচু বৰবৰাই তোলনীয়া লৰাটোক সা-সম্পত্তিৰ ভাগ দিব নুখুজিলে। কথা শুনি ৰজাৰ খং উঠিল। টংচু বৰবৰাক ক'লে, 'মোৰ বায়ে তাক পো বুলি তুলিছিল। তাক সমানে ভাগ দে।' বৰাবৰাই বোলে, 'সিয়ে মোৰ লৰাই সমাননৈকি? নিদিওঁ।' গড়গঞা ৰজাই টংচুক বৰবৰা ভাঙি লাটুক বৰবৰা পাতিলে আৰু অভিশাপ দি ক'লে, 'তই এনেয়ে অকলশৰীয়া। পো বুলিবলৈযো এটা। তোৰ বংশত যেন অধিককৈ সন্তান-সন্ততি নহওক।' এই বুলি নগা লৰাটোক মাটি-বাৰী, সা-সম্পত্তি দি পাতিলে আৰু বৰাহীৰ নেওগ হিচাপে নিযুক্তি দিলে।

দিহিঙীয়া ৰজাৰ দিনত পাঁচখন পৰগণা দি কোঁচৰজা বিশ্বসিংহক খাপিছিল। বিশ্বসিংহই কৰতলীয়া অপবাদ গুচাবৰ অৰ্থে আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ উজাই আহি শিঙৰি পাইছিলহি। আহোম ৰাজশক্তিৰ প্ৰকোপ দেখি আহিলা-পাতিৰ অভাৱ দেখুৱাই শিঙৰিৰপৰা উলটি গৈছিল।

পিছলা নৈ। কাষতে ফুলবাৰী দেৱালয়। এই পিছলা নৈযোদি আইৰ সাতভনী উজাই আহে ফুলবাৰীত পূজা খাবলৈ। মহিমা লগা নৈ। এই নৈৰ পাৰতে ৰণ হ'ল। ৫০০০ কোঁচ সৈন্যৰ মূৰ আহোমে কাটিলে। পিছলাইদি এসোঁতা কেঁচাতেজ বৈ গ'ল। ডাকিনী-যোগিনীবোৰৰ তেজ খাই খাই হেঁপাহ পলাল।

বিশ্বসিংহৰ পুতেক ৰামচন্দ্ৰ, দীপসিংহ আৰু হেমধৰ কোঁৱৰ তিনিও মৰা-ধনশিৰী নৈৰ কাষৰ ভ্ৰমৰাকুণ্ডত স্নান কৰাৰ ভাও ধৰি ৩০০০ কোঁচ সৈন্য লৈ আহিছিল। ভালেমান দিন সলাতে শিবিৰ পাতি আছিল। লেচু বিচাৰি আছিল আক্ৰমণ কৰিবলৈ। এদিন লুইতত পাই নাও এখন আৰু মানুহ পাঁচোটা ধৰি নিলে। ফিৰিঙতিৰ পৰা খাণ্ডৱ দাহ হোৱাৰ উপক্ৰম হ'ল। ডেকাৰজা আৰু দুবৰজা ( চুখেংং ) দুয়ো খেদি গৈ কোচক ধৰিলেগৈ। হেমধৰ কোঁৱৰে কাঁড় মাৰি বৰসন্দিকৈক আঘাত কৰিলে। ভয়তে বাকী সৈন্য পিছ হুহঁকি আহিল। কমেও ১০০ সৈন্য ৰণত পৰিল। ৰণত পৰা সৈন্যৰ মূৰ কাটি কোঁচে ভৰলী নৈৰ মুখত এটা দ'ল বান্ধিলে। উৎসাসিত হৈ কোচ সৈন্য চাঙিনীমুখলৈ উজাই গ'ল। এনেতে আৰু এক সৈন্যবাহিনী আহি যোগ দিলেহি।

চাঙিনীমুখত আহোম সৈন্যই উলটি ধৰিলে। দীপসিংহ ৰণত পৰিল। কুঁৱৰীক বন্দী কৰি স্বৰ্গদেৱৰ ওচৰলৈ পঠালে। স্বৰ্গদেৱে কুঁৱৰী পাতি কাৰেঙলৈ তুলিলে। ১৪ টা হাতীও ৰণত পৰিল।

পিচলাৰ দুয়ো পাৰে দুদল হৈ 'তই থাক, মই যাওঁ' ৰূপত সন্তম হৈ ৰ'ল। কাঁহীকুছিত খাগৰি কাটি তাৰেই গড় মাৰি শিবিৰ পাতিছিল। মানুহে তাৰ নাম দিলে কাঁহীনগৰ। নাৰায়ণ-পুৰতো এটা ডাঙৰ কোঁঠ মাৰিছিল। গড়গঞা ৰজাই নিজে ৰণ পৰিচালনা কৰিছিল। কোঁচৰ ৰণ-কৌশল আৰু সৈন্যবল সকলো বুজি লুইতেদি ভটীয়াই গৈ বামলৈ উঠি কোঁচ সৈন্যক আগচি ধৰিলে। তঁয়ামযা ৰণ লাগিল। ৰণত কোঁচ সৈন্য হাৰিল ১০০ তৰোৱাল, ৯০০ যাঠি আৰু অপাৰ বাৰু পালে। অন্ততঃ ৫০০০ সৈন্যৰ মূৰ কাটি আনি আহোম সৈন্যই মথাডাঙত মুণ্ডমালা আঁৰিলে। কোঁচ সৈন্যদল প্ৰায় নিচিহ্ন হৈ উলটি গ'ল। এই অভিযানৰ সেনাপতি আছিল ডেকা চিলাৰায়।

দীপসিংহ, হেমধৰ আৰু ৰামচন্দ্ৰ তিনিও ভৰলীমুখৰ যুদ্ধত মৰিল। সেই বাবে কোঁচ ৰজাই চিলাৰায়ক সেনাপতি পাতি

বিপন্ন সৈন্যবাহিনী জগত দি অসম আক্ৰমণ কৰিবলৈ নিৰ্দেশ দিলে। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেদি কোঁচ সৈন্য দুৰ্বাৰ গতিৰে আগুৱাই আহিল। কিন্তু আক্ৰমণ প্ৰতিহত কৰিবলৈ আহোম সৈন্য দিকৰাইমুখত সন্তম হৈ আছিল। দিকৰাইৰ সিপাৰে কোঁচ সৈন্যক দেখি খেদি ৰণ ধৰিলেগৈ কিন্তু কোঁচ সৈন্যবাহিনীৰ কাঁড়ৰ আক্ৰমণ সহিব নোৱাৰি ব্ৰহ্মপুত্ৰ পাৰ হৈ কলিয়াবৰ পালেগৈ। কলিয়াবৰৰ পৰা সলালৈ আহিল। সলাত এখন ভীষণ ৰণ লাগিল। ৰণত আহোমৰ দুজনমান বিষয়া মৰিল। ইয়াৰে প্ৰতিশোধ লবলৈ গোটাচেৰেক ৰণুৱা হাতী লৈ খেদি গ'ল। পদাতিক সৈন্যয়ো উগ্ৰমূৰ্ত্তি ধৰি আক্ৰমণ কৰিলে। কোঁচ সৈন্যই ঠাৰিব নোৱাৰি ব্ৰহ্মপুত্ৰইদি নাৱেৰে ভটীয়াই গ'ল। কিন্তু নৌ বছৰ ঘুৰোঁতেই চিলাৰায় পুনৰ আহিল।

আহোম ৰাজ্যৰ দক্ষিণ ফালে পৰ্বত। পৰ্বতত নগাসকল বাস কৰে। জাতি হিচাপে জনাজাত হোৱাতকৈ গাঁৱৰ পৰ্বতৰ নামেৰেই জনাজাত মানুহবোৰ। চাংঘৰত থাকে বাবে গাঁৱক চাং বোলে। চাঙে চাঙে একোজন ৰজা বা গাওঁবুঢ়া। নগা ৰজাই গাঁৱৰ বয়সীয়া মুখিয়াল মানুহৰ দিহা-পৰামৰ্শমতে সমজুৱা কাম কৰে। উৎসৱ পাতি ভোজ ভাত খাই, নাচি-বাগি ৰং-আনন্দ কৰে। একে লগে ঝুম খেতি কৰিবলৈ আবা কাটে। হাৰাম উলিয়ায়। মুৰে প্ৰতি হিচাপ কৰি মাটি ভগাই লয়। একোখন ৰং-আনন্দমুখৰ গাওঁ। বিপদ-আপদ হ'লে মৰঙত তুখুৰুং বাজে। কিন্তু চাঙে চাঙে কাজিয়া। কাজিয়া চলি থাকিলে ইপক্ষই সিপক্ষৰ মুৰ কাটি নিয়ে। কাটি নিয়া মুৰবোৰ, মুৰৰ লাওখোলাবোৰ মৰংঘৰৰ বেৰত আঁৰি থয়। শত্ৰুপক্ষৰ মুৰ কাটি আনিব পাৰিলে কাঠৰ বা ধাতুৰ এটা সৰু মুৰ ডিঙিত আঁৰি ল'বলৈ উপযুক্ত হয়। এই কাজিয়াবোৰৰ কাৰণ ঘাইকৈ খেতিৰ মাটি, মাছমৰা বিল, পানীখোৱা জুৰি আৰু ছোৱালী বলেৰে ধৰি নিয়া। কাজিয়া ব্যক্তিগত ৰূপত নহয়, সমূহীয়া , ফৈদভিত্তিক।

গড়গঞা ৰজা চেপনত থাকোঁতে বানফণ্ডীয়া অৰ্থাৎ বানফেৰা নগাৰ মানুহ আহি গোচৰ দিলেহি বোলে, 'বানচণ্ডীয়া নগাৰ

আইচাটি সহিব নোৱৰা হৈছোঁ। গলে-বস্ত্ৰে পৰি কাতৰকৈ মাতিছোঁ, স্বৰ্গদেৱে ৰক্ষা কৰক।' এই বুলি ম'হ, মেঠন, পহু, পহুমৰা কুকুৰ উপহাৰ দিলে।

বানফাং, বানফ্লা বা বানফেৰা পৰ্বতৰ পাদদেশত। প্ৰায় এশ বছৰৰ আগতে আহোমৰ লগত মিত্ৰতা স্থাপন কৰিছিল। বানচাং দুৰাণিবটীয়া গাওঁ। বানফাং কন্যাক, বানচাং নক্তে। বানচাং টিৰাপ নৈৰ কাষৰ পাটকাইৰ ঠাল-ঠেঙুলিত থকা গাওঁ। তাৰেপৰা আহি বানফেৰা নগাক আমনি কৰিছিল। ম'হ-মেঠন কাঢ়ি নিছিল, তিৰোতা মানুহ ধৰি নিছিল। ঘৰ-ভঁৰাল লুণ্ঠন কৰিছিল। বানফেৰা নগাৰ নিবেদন অনুসৰি গড়গঞা ৰজাই বানচঙীয়া নগাৰ বিৰুদ্ধে বঢ়াগোহাঁইক পঠিয়াই ত্যাওলাংচাঙক মহঙত থাকিবলৈ দিলে।

দিহিঙৰপৰা নামৰূপত পাৰলৈ উঠি পৰ্বতীয়া হাবি কাটি বাট উলিয়াই বানচাং গাঁৱলৈ খেদি গ'ল। নগাযো ফুৰুলি মাৰি দা জোকাৰি খেদি আহিল। কটাকটি লাগিল। কিন্তু বান-চঙীয়া নগা ঠাৰৰিব নোৱাৰি গাঁৱলৈ উলটি গ'ল। বুঢ়াগোহাঁই গৈ গাওঁ সোমাই বানচঙীয়া ৰজা কিংপুং, কিংপুংচালিক বন্দী কৰিলে। গাঁৱত পালে ম'হ ২০ টা, মেঠন ৯টা। তদুপৰি ৰবাব টেঙা এটাৰ সমান পোৱাল মণি এটা পালে।

কিংপুঙে স্বৰ্গদেৱৰ আগত কাকুতি-কাৰ্পুণ্য কৰি আগলৈ তেনে নকৰিবলৈ সত্য-শপত কৰিলে। স্বৰ্গদেৱে দুয়ো ফৈদ নগাকে সমিল মিলেৰে থাকিবলৈ সৈমান কৰালে। সেই মতে থাকিল। স্বৰ্গদেৱৰ সন্তোষ লগাবলৈ দুয়া ফৈদ নগাই ম'হ, মেঠন, গৰু, গাহৰি আৰু আন আন দ্ৰব্য সম্ভাৰ দি দুদল মানুহ পঠালে। ৰজায়ো সন্তুষ্ট হৈ বয়-বস্তু গ্ৰহণ কৰিলে। চাৰিঙত এটা আলি বান্ধিবলৈ দিলে। সিয়েই নগা আলি। এই আলিয়েদিয়েই ঘৰফলীয়া পাইকখিনি গড়গাঁৱৰ চোমদেও ঘৰলৈ অহাযোৱা কৰে।

কোচ ৰজাক ৰণত পৰাস্ত কৰি ৰণ-জয় উৎসৱ পাতিলে। সেই উপলক্ষে গড়গাঁৱত পুথুৰী খনাই সৰগদেৱলৈ উচৰ্গ দিলে।

সাত দিন জুৰি ব্ৰাহ্মণ, দৈৱজ্ঞ আৰু দেওধাইসকলক খুৱাই-বুৱাই হাত উবুৰিয়াই দান কৰিলে।

চুহুংমুং ৰজাক শদিয়াত শদিয়াখোৱা গোহাঁইক নিযুক্তি দি চুতীয়া ৰাজ্য অধিকাৰ কৰিছিল যদিও চুতীয়াসকল সক্ৰিয় হৈ আছিল। হাবিয়ে-হুচঙে আঁতৰি থকা চুতীয়াসকল ওলাই আহি আকৌ ৰাজ্য উদ্ধাৰ কৰাৰ কথা চিন্তা কৰিছিল। এনেতে হাবুঙীয়া বামুণ এজনে নিজকে ৰজা বুলি ঘোষণা কৰি স্বয়ংপ্ৰবৃত্ত হৈছিল। দিহিঙীয়া ৰজাই হাবুং অধিকাৰ কৰি চুতীয়াৰ পাত্ৰ এজনকে শাসনকৰ্তা কৰি থৈ আহিছিল। হাবুঙত বামুণ ৰজা হোৱাৰ কথা জানি গড়গঞা ৰজাই ক'লে, 'মোৰ পিতৃ আৰু মই ভূঞাসকলৰপৰা ৰাজ্য অধিকাৰ কৰি লৈছোঁ। বামুণ ক'ৰপৰা ৰজা ওলাল? চুতীযাৰ বৰপাত্ৰকনো কি কৰিবলৈ হাবুঙত থৈছোঁ।' এই বুলি বৰপাত্ৰক দায ধৰি ৰাজকাৰ্য্যত অৱহেলা কৰাৰ অপৰাধত প্ৰাণদণ্ড দিলে। বামুণ বজাযো ৰাজপাট এৰি সপৰিয়ালে পলাই গৈ বোচবিহাৰ পালে গৈ।

শদিয়াখোৱা গোহাঁই মৰিল। এই সুযোগতে চুতীয়া পাত্ৰই বোলে, 'মযেই সকলো।' নাম কঙক পাত্ৰ। তেওঁ নিজকে ৰজা বুলি ঘোষণা কৰিলে। গড়গঞা ৰজাই চাৰিজন কোঁৱৰক কঙক-পাত্ৰৰ বিৰুদ্ধে পঠালে। কিন্তু চাৰিও কোঁৱৰে কঙক পাত্ৰৰহে লগ লাগিল। গড়গঞা ৰজাই এই বাতৰি পাই বৰসন্দিকৈক শদিয়ালৈ পঠালে। ভাদমাহ। বাৰিষাৰ পানীৰে উপচা শদিযা। বৰসন্দিকৈ গৈ শদিযা পালেগৈ। কঙক পাত্ৰই সমুখ সমৰত প্ৰাণ দিলে। পুনৰ শদিযাত বিষযা-পাত্ৰ পাতি বৰসন্দিকৈ উলটি আহিল।

চুপিমফা স্বৰ্গদেৱৰ সন্তান বুলি কনচেঙক গোহাঁই বুলি পাত্ৰ পাতিছিল। তেতিযাও তিনিজনা সমান ডাঙৰীযাৰ বিষয় সৃষ্টি হোৱা নাছিল। দুজনা গোহাঁইৰ মাজত মতভেদ হ'লে ৰজাৰ পক্ষে সমস্যা সৃষ্টি হৈছিল। এই সমস্যাৰ চাৰিও দিশ বিচাৰ কৰি চাই এদিন চাওচিং কুঁৱৰীযে ৰজাক ক'লে, 'আমাকনো নাংকুৰি নাথামে কি দিয়া নাই? দুটা ৰূপৰ উধান পাতি সোণৰ

চৰু ৰহাবলৈ কিহে পাইছে ? তিনিটা সমান উত্থান কৰিবলৈ শক্তিয়ে অ'টা নাইনেকি ? বিদুৰী ৰাণী। তাতে ৰূপে-গুণে অতুলনীয়। ৰাণীৰ প্ৰতি ৰজাৰ স্নেহো আছিল গভীৰ। স্বৰ্গদেৱে মিচিকীয়া হাঁহিৰে পৰামৰ্শ গ্ৰহণ কৰিলে। এতিয়াৰ পৰা বুঢ়াগোহাঁই-বৰগোহাঁইৰ সমানে বৰপাত্ৰগোহাঁইৰ বাব এটাও সৃষ্টি হ'ল।

এটা পুৰণি কথা। তুৰ্কক পৰাস্ত কৰি তেওঁ জীয়েকক লাভ কৰিছিল। কিন্তু গাভৰুৰ ৰূপ দেখি পিতৃৰজাই ৰাখি থলে। গড়গঞা ৰজাৰ মনতে বৰ দুখ। সেই খণ্ডতে গৈ কছাৰী ৰাজ্য ওলালগৈ। দুগৰাকী কন্যা লৈ উলটি আহিল। এগৰাকী কুঁৱৰীৰ ভায়েক এজনো লগত আছিল। বাকী লগত অহা মানুহখিনিক মহঙত পাতি লোণ পুঙৰ পানী ধৰি লোণ পুৰিবলৈ নিযোগ কৰিলে। এয়ে লোণপুৰীয়া খেলৰ গুৰি। গড়গঞা স্বৰ্গদেৱৰ দিনত লোণপুৰীয়া কছাৰীক আহোমৰ খেলত সুমুৱাই ললে। কছাৰীসকলৰ ৰজা ভটিয়াই গৈ খাচপুৰ-মাইবাং পালেগৈযো অনেক কছাৰী প্ৰজা আহোম ৰাজ্যতে ৰৈ গ'ল আৰু খেল-মেলত সোমাই থাকিল। কিন্তু তেওঁবিলাকে নিজৰ ৰজাৰ প্ৰতি আনুগত্য পাহৰা নাছিল। বছৰেক ছমাহ বা দুই তিনি বছৰৰ মূৰতো ধন-বস্তু দি ৰাজানুগত্য প্ৰকাশ কৰিছিল। ৰজাক ভেটি দিবলৈ গৈছিল।

গড়গঞা ৰজাৰ পিতৃ চুহুংমুং দিহিঙীয়া ৰজাই পোন প্ৰথমে তেওঁৰ ৰাজ্যৰ প্ৰজা কিমান হৈছে, গণনা কৰাইছিল। লগত অহা লেখৰ আহোমখিনিৰ উপৰিও দলৌ চোতিয়া আৰু কছাৰী চোতিয়া এই দুফৈদক চমুৱা মৰ্য্যাদা দিছিল। খেল পাতি খেলুৱা বুলি সুকীয়া সুকীয়াকৈ কামৰ ভাগ কৰি দিছিল। তেতিয়াই প্ৰজা কাঁড়ী আৰু চমুৱা দুটা শ্ৰেণীত বিভক্ত হৈছিল। ডিবুৰুৱাল, খেৰেমিয়াল, ৰকতিয়াল, তিপমীয়া, অভয়পুৰীয়া, যথৰীয়া, খাৰঘৰীয়া আৰু নগাৰ চৌতাং এই কেইটা খেল পাতিলে। যথৰীয়া বৰতোপৰ খাৰ তৈয়াৰ কৰিবলৈ ব্যৱহাৰ কৰা যখাৰ তৈয়াৰ কৰোঁতা।

চাউচিং কুঁৱৰীয়ে খোপাত এখন কটাৰী পিন্ধি থাকে।

কুঁৱৰীক ৰজাৱো সমীহ কৰি চলে। সঁচা কথাত কুঁৱৰীও নিমাতে থকা নাছিল। নবাবজাক মানুহ হাতৰপৰা ৰক্ষা কৰি সংস্থাপিত কৰাৰ সময়তে চাউচিং কুঁৱৰীক দিছিল। এদিন ৰজাই কথা প্ৰসঙ্গতে ক'লে, 'নবাবজা একপ্ৰকাৰ মোৰ বহতীয়া।' বাক্য-টো শুনি খঙে-ক্ষোভে জৰ্জৰিত হৈ উত্তৰ দিলে, 'নবাবজাক যে বহতীয়া বুলি হাঁহিছা, তুমিনো কোন জাতৰ? ক'ৰপৰানো আহিছিলা।' এই কথা গৈ নবাবজাৰ কাণত পৰিলগৈ। তেওঁ স্বাভাৱিকতে অসন্তুষ্ট হ'ল আৰু আহোম ৰাজ্যৰ অৱস্থা বুজিবলৈ দৈৱজ্ঞৰ ভেশছন কৰাই চোৰাংচোৱা পঠালে। সেই সময়ত ৰজাৰ কথাত ক্ষুব্ধ হৈ কুঁৱৰীয়ে নাৰিযা ভাও জুৰি বহুত দিন ৰোহঘৰত পৰি আছিল। যথাসময়ত নৱা গণকক স্বৰ্গদেৱৰ আগলৈ অনা হ'ল। গণকে সিংহাসনত বহি থকা ৰজাক ৰীতি অনুসৰি সেৱা কৰিলে। ৰজা সতৰ্ক হৈ উঠিল আৰু ক'লে, 'তুমি সঁচাসঁচি গণক নহয়। বামুণ-গণকে ৰজাক সেৱা নকৰে, হাত তুলি আশীৰ্বাদহে কৰে। তুমি দৈৱজ্ঞ নহয।' ৰজাই এই বুলি ক'বলৈহে পালে, কুৱৰীয়ে টপৰাই মাত লগালে, 'মই জানো। সি সঁচাসঁচি দৈৱজ্ঞ।' কুঁৱৰীৰ হস্তক্ষেপত ৰজাৰ খং উঠিছিল যদিও নিমাতে থাকিল। সাগৰখৰি নাম দি ৰজাই সংস্থাপিত কৰিলে। এঘৰ নৱা মানুহ দৈৱজ্ঞৰ শাৰীত সোমাল।

সেয়া গড়গাঁৱত নগৰ পতাৰ সময়ৰে কথা। দিখৌৰ দুয়ো-পাৰে অগাইধ হাবি। হাবি কাটি মোকলাই মানুহ বহিবলৈ আদেশ দিলে। কোনোৱে দহ-বিশজন গোট খাই হাবি কাটে, মুকলি মাটি সমানে ভগাই লৈ ঘৰ সাজে, পথাৰ পাতে। কোনোৱে অকলে হাবি কাটে। হাড়ভঙা পৰিশ্ৰম, কপালৰ ঘাম মাটিত পৰে। এখন দেশ এৰি এখন নতুন ৰাজ্য পাতিবলৈ আহিছে, কঠোৰ শ্ৰম আৰু দৃঢ়তাৰ প্ৰযোজনেই সবাতোকৈ অধিক। যিসকল লোক ইতিমধ্যে ৰজাৰ লগ লাগিছিল, তেওঁবিলাকে বোলে, ইমান টান কাম কোনে কৰে, আমাৰ দেখোন থান-থিত হোৱাই নাই। লাগিলে মাগি-খুজি খাম।' গড়গঞা ৰজাই নিজে কাঠনি হাবিত সোমাই চাই ফুৰে, উদগনি দিয়ে আৰু কয় 'হেৰ' দুখ কৰিলেহে

ৰূখ ভৰে। আজি হাবি ভাঙি পথাৰ পাতিলে, আগলৈ পো-নাতিয়ে খাব। এইদৰে দিখৌৰ উত্তৰ পাৰে হাবি ভাঙি গাওঁ পাতিলে। দক্ষিণপাৰে চুডাঙৰ বৰবৰাক অধিকাৰী পাতি দিখৌৰ দক্ষিণপাৰে হাবি কাটিবলৈ বহুতো মানুহ দিলে। ৰাজধানী গড়গাঁৱৰ ওচৰ-চুৰুৰীয়া অঞ্চল গমগমীয়া হৈ উঠিল।

গড়গঞা ৰজাৰ দিনলৈকে কৰ-কাটল, চৈ-খুঁত লগোৱা নাছিল। ৰজা আৰু প্ৰজা মিলি দেশ পাতিছিল। ৰণত পাই অনা ধন-বস্তুৰে ৰজাৰ ভঁৰাল পূৰ হৈছিল। দিখৌৰ দুয়ো পাৰে মাটি মোকলাবলৈ গৈ দেখিলে, খেতোৱে হাড় ভাঙি কাম কৰে, খেতোৱে মুৰ-পোলোকা দিয়ে। কোনোৱে ৰজাঘৰীযা বঁটা-বাহনৰ আশাত আগৰণুৱা হৈ কাম কৰে, কিন্তু কোনোবাই নিৰলস হৈ বহি থাকে। আশাও নাই, আকাঙ্ক্ষাও নাই, উচ্চাকাঙ্ক্ষা সুদূৰ পৰাহত। গতিকে ৰজাঘৰীয়া অৰ্থাৎ ৰাজহুৱা কাম কৰিবলৈ ঘৰমূৰি এপোৱাকৈ মানুহ তুলিলে আৰু কোনে কি কৰিব লাগিব নিয়ম কৰি দিলে। গড়গঞা ৰজাই পাইক প্ৰথাৰ প্ৰথম পাতনি তৰে। পিছে, পোনতে অনেক আহোমে ৰজাৰ ঘৰত কাম কৰিবলৈ নগৈছিল, বুটলি অনা মানুহেহে আনুগত্য প্ৰদৰ্শন কৰিছিল।

ফাগুন মাহ। পছোৱা বতাহে শিপিনীক তাঁতৰ পাটত আমনি কৰাৰ বতৰ। ফৰিংফুটা জোনাকত গড়গাঁৱৰ গছ-বন জিলিকি উঠে। তেনে সময়তে গডগাঁৱৰ নতুন ঘৰ ললে। বৰ-চৰাত সিংহাসন পাতি তাত বহিল। গড়গাওঁ ৰাজধানী হ'ল।

অভিষেক উৎসৱৰ আয়োজন চলিল। চৰাইদেও নগৰৰ কাষত পাটঘৰ, হোলোংঘৰ আৰু শিঙৰীঘৰ সজালে। ওখ ওখ চাংঘৰ। ডিঙিত চোমদেও, হাতত হেংদান, মূৰত কাইচেংমুঙৰ (দেওকুকুৰাৰ) পাখি, মণি-মুকুতাৰে অলঙ্কৃত পাগ। দঁতাল হাতীত স্বৰ্গদেও আৰু মাথুন্দীত বৰকুঁৱৰী উঠি চৰাইদেওলৈ যাত্ৰা কৰিলে। পিছে পিছে ডাঙৰীয়া বিষয়াসকল, যাৰ যি বাহন সেই অনুসাৰে। পদব্ৰজে সৈন্যসকল। স্বৰ্গদেৱৰ সোঁৱে-বাঁৱে, আগে পিছে তামুলী, পাচনি, হাঁচতিধৰা, পিকদানধৰা, ছাধৰা,

নাকৈধৰা, চোৰৰধৰা, লোকাধৰা, টাঙোনধৰা আদি লিগিৰা-লিকচোৰোৰ। হাতী-ঘোঁৰা, মানুহ-দুনুহৰ ভৰিৰ গিৰিপনিত দলদোপ-হেন্দোল দোপ। বাটৰ কাষত লোকে লোকাৰণ্য।

তেতিয়া চ'তৰ দিন সোমালে। স্বৰ্গদেৱ আৰু কুঁৱৰীৰ অধিবাস হ'ল পাটঘৰত। দেওঁধায়ে কুকুৰা-ঠেং চাই পোৱা শুভক্ষণত পাটঘৰত অভিষেক কাৰ্য্য সম্পন্ন হ'ল। মন্ত্ৰ মাতি মাতি দেওধায়ে শংখৰ পাত্ৰত মন্ত্ৰপূত জল লৈ ৰজা-ৰাণীৰ শিৰত ঢালিলে। পাটঘৰৰ চাঙৰ তলত এহাল তিৰী-পুৰুষ থৈছিলে। অভিষেক স্নানৰ পানী গৈ তিৰী পুৰুষৰ গাত পৰিল। অভিষেক কাৰ্য্য সম্পন্ন হোৱাৰ পিছত তিৰী-পুৰুষ দুয়োকে চাঙৰ তলুৰপৰা উলিযাই আনি সোণ এচৰু, ৰূপ এচৰুকৈ দি নৰাৰাজ্যলৈ খেদি পঠালে। ৰজা, ৰাজ্য, প্ৰজা সকলোৰে নেওচা খাই দেশ ছাৰি বিদেশলৈ গুচি গ'ল।

পাটঘৰৰ কাৰ্য্য সমাপন হোৱাত এইবেলি হোলোংঘৰলৈ গ'ল। হোলোংঘৰত বাঁহৰ চাং। সেই চাঙতে টঙী পীৰাত ৰজা-ৰাণী বহিল। চাঙৰ তলত থলে জলচৰ, স্থলচৰ, খেচৰ, উভচৰ, পশু, পক্ষী, কীট, পতঙ্গ, দ্বিপদী, চতুষ্পদী, নখাল, শিঙাল সকলো বিধৰে একোটাকৈ জীৱ। ন-খন তীৰ্থৰ পানী আনি মন্ত্ৰপূত কৰি দেওধাযে 'চাও নুৰু চাও কাও ঐ' বুলি মন্ত্ৰ মাতি ৰজা-ৰাণীৰ গাত ঢালিলে। সেই পানী গৈ তলত থকা প্ৰাণীসমূহৰ গাত পৰিল। হোলোংঘৰৰ পৰা ওলাই প্ৰাণদণ্ডৰ আদেশ পোৱা এটা অপৰাধীক দুখণ্ড কৰি কাটিলে—হোলোঙৰ জখলা মুখতে।

হোলোংঘৰৰ কাৰ্য্য শেষ হ'ল। শিঙৰী ঘৰৰ কাম আৰম্ভ হ'ল। শিঙৰী ঘৰত সোণৰ সাতখলপীযা সিংহাসন। সিংহাসনৰ ওপৰত মণি মুকুতা খচিত সাতখনীযা চন্দ্ৰতাপ। স্বৰ্গদেৱে নিয়ম অনুসৰি মুৰৰপৰা কাইচেংমুঙৰ পাখি সোলকাই সিংহাসনত বহিল। বৰকুঁৱৰী বহিল ৰজাৰ বাওঁহাতে। বিচিত্ৰ ৰাজ-অলঙ্কাৰেৰে ৰজা-ৰাণী দুয়োকে বিভূষিত কৰিলে। সিংহাসনৰ চাৰি-খুটাত তিনিজনা ডাঙৰীয়াই ধৰিলে। দেওধাই পণ্ডিতে আহোম

মন্ত্র পাঢ় আশীৰ্বাদ কৰিলে। মূৰত ৰাজমুকুট পিন্ধাই পুনৰ কাইচেংমুঙৰ পাখিৰে অলঙ্কৃত কৰিলে। তিনিজনা ডাঙৰীয়াই সিংহাসনৰ চাৰিওপিনে সাতবাৰ প্ৰদক্ষিণ কৰি সাত-সেৱা কৰিলে। বিষয়া-চমুৱাবোৰে মাটিতে সাতসেৱা কৰিলে। সেইদৰে কাঁড়ী-পাইকেও মাটিৰেপৰাই স্বৰ্গদেৱলৈ সেৱা জনালে। এই সময়ত বিধি অনুসৰি বৰ ঢাক বজাই ৰজাৰ অভিষেক সম্পাদনৰ কথা ঘোষণা কৰিলে। লগে লগে অনধ্দ্ৰম্, ততম, ঘনম, সুষিৰম্ চাৰিওবিধ বাদ্যৰ সমবেত ধ্বনি কৰিলে। হাতী-ঘোঁৰা আদিকো চিঞৰালে। এই সময়ত মোহন, দেওধাই, বাইলুঙক সোণ, ৰূপ, বস্ত্ৰ, অলঙ্কাৰ দিলে। তেওঁবিলাকে দেও হেকাৰি দেওধ্বনি কৰিলে। এইখিনি কাৰ্য্য ৰাতিপুৱা বেলি মূৰৰ ওপৰলৈ উঠাৰ আগতেই শেষ হ'ল।

দুপৰ বেলি হলত ৰজা-ৰাণীয়ে বিষয়া সমন্বিতে সাজ কৰিলে। কাৰেঙৰ ভিতৰুৱা খেলুৱা পাইকবোৰেও এই ৰাজ-ভোজৰ ভাগ পালে।

তিনিপৰ অৰ্থাৎ আবেলি হ'লত শিঙৰী ঘৰৰ সমুখত হাতী-যুঁজ, মালযুঁজ অনুষ্ঠিত হ'ল। সেইদিনা ৰাতি ৰজা-ৰাণী দুয়ো পৰে-পালীয়ে শিঙৰি ঘৰতে থাকিল। চৰাইদেও নগৰ লাহে লাহে নিজম পৰি আহিল।

পিছদিনা পুৱাই যথানিয়মে যথাস্থানত আয়ুস কামনা কৰি আয়ুবড, আওবৰ আৰু ক্লান্ত পথিকৰ আশীৰ্বাদ বিচাৰি বাটৰ কাষত বাটবড ৰুলে। তাৰপিছত হোলোংঘৰৰ চাঙৰ তলত আবন্ধ কৰি থোৱা প্ৰাণীবোৰ মোকলাই দিলে। দুপৰীয়া ডা-ডাঙৰীয়া সৈতে ভোজ-ভাত খাই সেইদিনাই আবেলি গড়গাঁৱলৈ যাত্ৰা কৰিলে। গড়গাঁৱলৈ আহি ৰাজ-অভিষেকৰ চিন স্বৰূপে সোণ-ৰূপৰ মোহৰ মৰালে।

চুক্লেনমুং গড়গঞাৰজা আছিল অসীম সাহসী সেনাপতি, নিপুণ ৰণ-সংগঠক আৰু অতিপাত কৰ্মপৰায়ণ। পিতৃ স্বৰ্গদেৱৰ দিনত চেমনীয়া কালৰেপৰা চুতীয়া, কছাৰী, তুৰ্ৰ্কক সকলোৰে বিপক্ষে যুদ্ধ কৰি অভিজ্ঞতা সঞ্চয় কৰিছিল। এদিন ৰাজপাটত

বহি প্ৰায় বাৰ বছৰ ৰাজত্ব কৰাৰ পিছত শিঙৰী ঘৰত উঠি অভিষেক পাতিছিল। অভিষেক কাৰ্য্য সমাপন হোৱাৰ পিছৰে পৰাই প্ৰায় এবছৰ নবিয়া পাটীত পৰি থাকি শক্তি সামৰ্থ্য আৰু গৌৰৱৰ অৱসান ঘটাই অতি নীৰৱে মৈদামত ঠাই ললে।

চুক্লেনমুং গড়গঞা ৰজা আছিল যথাৰ্থ প্ৰশাসক। সকলো দিশতে তেওঁ চকু দিছিল। আগৰ কেইজন ৰজাই অভিষেকৰ সময়ত মোহৰ মৰাইছিল যদিও সি আছিল মাত্ৰ উৎসৱৰ স্মাৰক, মুদ্ৰা হিচাপে ব্যৱহাৰ কৰা নহৈছিল। কিন্তু গড়গঞা ৰজাই তেওঁৰ ৰাজত্বৰ চতুৰ্থ বছৰৰ পৰাই নিয়মীয়াকৈ মুদ্ৰা তৈয়াৰ কৰিছিল। এপিঠিত আছিল স্বৰ্গদেৱৰ নাম আৰু টাই লাকলি (শক) আনটো পিঠিত আছিল ইণ্টদেৱতাৰ নাম গ্ৰা (ফ্ৰা গ্ৰা)। ওপৰৰ পিনে চাওফা চুক্লেন্‌মুং নুপিনচাও লাক্লি প্লেক্লি আৰু তলৰ পিনে আছিল কাউ বযফা তাৰা (গ্ৰা) হেউচু। অতি পুৰণি কালৰেপৰা টাইসকলৰ মাজত মুদ্ৰাৰ প্ৰচলন আছিল। গড়গঞা ৰজাই ইয়াকে সজীৱ কৰি তুলিছিল।

গড়গঞা ৰজাৰ ৰাজত্বকাল দীঘলীয়া নাছিল। জীৱনৰ আগছোৱা কঠিন শ্ৰম আৰু কষ্টৰ মাজেদি অতিক্ৰম কৰিছিল। এবাৰ ৰণথলীত এঘা বাৰুকৈয়ে পাইছিল। সি যি কি নহওক, ৰাজ্যপতাৰ বাটকটীয়া হিচাপে সময়-বালিত দুটিমান খোজ থৈ চুক্লেনমুং স্বৰ্গদেও গাৰ আঁৰ হ'ল।

## সাত

এজন ৰজা। হাতী চিকাৰত আছিল অসীম ৰাপ। চিকাৰলৈ যাওঁতে হাতীৰপৰা পৰি আগ বয়সতে খোৱা হৈছিল। সবা-তোকৈ দীঘলীয়া ৰাজত্ব তেওঁৰেই। আৰু এই-দীঘলীয়া ৰাজত্বত তেওঁ সন্মুখীন হৈছিল অনেক ঘটনাৰ। জৰ্জৰিত কৰিছিল ঘাত-প্ৰতিঘাতে। বিদ্ৰোহী হৈছিল জনচেৰক কৌৰৱ, পৰাজয়ৰ গ্লানি

সিহঁ পলাই গৈছিল নামৰূপৰ চৰাইখোঙোং পৰ্বতলৈ। সোণাপুৰত নগৰ পাতি কাৰেং সজাইছিল; বজ্ৰপাত পৰি ধ্বংস হ'ল। দিহিঙৰ পাৰৰ শলগুৰিত নগৰ ললে। কাৰেঙে সৈতে সমগ্ৰ নগৰ জুইত জাহ গ'ল, নাম দিলে পোৰা নগৰ, শলখৰ পোৰানগৰ। শলখৰ গুৰিৰ পৰাই শলগুৰি হৈছে। তৃতীয় বাৰ গড়গাঁৱৰ কাৰেংটো বৰভুঁইকঁপত ভাগি পৰিল। সেইটো ভুঁইকঁপত মাটি ফাটি তপত পানী, বালি, ছাই ওলাইছিল। প্ৰজাবো অশেষ বিপৰ্যস্ত হৈছিল। তেওঁৰ ৰাজত্বৰ সপ্তদশ বছৰত জাকে জাকে কাকতী ফৰিং উজাই পথাৰৰ, বাৰীৰ শাক-পাচলি খোৱাৰ উপৰিও গছৰ পাত এখিলাও নাইকিয়া কৰিছিল। ইয়াৰ পিছৰ বছৰতো আকৌ প্ৰলয়ঙ্কৰী বানপানী হৈ প্ৰজাক আকালত পেলাইছিল। তেওঁ বহুতো কুঁৱৰী বিয়া কৰাইছিল কিন্তু কেইবা গৰাকীও কুঁৱৰী চকুৰ আগতে ঢুকাইছিল। সংগ্ৰাম আৰু সংঘাতৰ লগত সমানে তাল মিলাই দীঘলীয়া দুকুৰি এঘাৰ বছৰীয়া ৰাজত্ব পূৰা কৰিছিল। ঘটনাবহুল এই ৰাজত্ব।

আহোম শাসন ব্যৱস্থাত সাধাৰণতে ৰজাৰ বৰপুতেকক ৰজা পাতে। চলাজনা স্বৰ্গদেৱে জীৱিত বৰপুতেকক ডেকাৰজা পাতে। ডেকাৰজাই সাধাৰণতে ৰাজপাটত বহে। স্বৰ্গদেৱে ডাঙৰীযা তিনিজনাক যিজন কোঁৱৰৰ নাম কৈ থৈ যায আৰু ডাঙৰীয়া তিনি জনা একমত হয, তেনেহলে তেওঁকে পাটত বহুৱায়। নতুবা চাৰিঙীয়া, তিপমীযা, দিহিঙীয়া বা তুংখুঙীয়া ৰজাৰ এজনক আনি স্বৰ্গদেও পাতে। চুক্লেনমুং ৰজাৰ তিনিজন কোঁৱৰ আছিল, তাৰে ডাঙৰজনক ৰজা পাতিলে।

চুকাফা স্বৰ্গদেৱৰ দিনৰেপৰা বংশ বৃদ্ধি পাইছিল। অনেক উচ্চাকাঙ্ক্ষী কোঁৱৰ আছিল সুযোগসন্ধানী। কিন্তু আগৰ ৰজাসকলৰ দিনত সাহস কৰা নাছিল। চুখামফা ৰাজপাটত বহাৰ পিছতে চুপন, চামচু, লুকতাই, ত্যিপ, চামকেও, তিংপম, উ এই সাতজন কোঁৱৰ লগ হৈ ৰজাক ভাঙিবলৈ ষড়যন্ত্ৰ আৰম্ভ কৰিলে। লগত আছিল বৰপাত্ৰৰ পুতেক লাপেত আৰু চেনবৰৰ পুতেক লাচামপম। চৰীয়া-পৰীয়াৰ মুখে এই বিদ্ৰোহৰ ভূ-পাই ৰজাই

সাতোজন কোঁৱৰ আৰু লগৰীয়া কিছুমানক ধৰাই আনিলে। ৰাজদ্ৰোহ অপৰাধত প্ৰাণদণ্ডৰ আদেশ হ'ল কিন্তু তনখাম বৰগোহাঁয়ে দোষ ক্ষমা কৰিবলৈ ধৰাত প্ৰাণে নেমাৰি এৰিলে। পিছে সাতো কোঁৱৰৰ ৰোষ মনতে থাকিল। সাত বছৰৰ মূৰত পুনৰ কুমন্ত্ৰ-কাৰাং কৰাৰ প্ৰমাণ পাই এই বেলি প্ৰাণদণ্ড দিলে।

স্বৰ্গদেৱ ৰাজপাটত বহাৰ তিনি বছৰৰ পিছৰ কথা। তেতিয়াও কোচ ৰজা বিশ্বসিংহৰ মৃত্যু হোৱা নাই কিন্তু পুত্ৰেক নৰনাৰায়ণেহে ৰাজকাৰ্য্য পৰিচালনা কৰিবলৈ লৈছিল। পিতৃ বিশ্বসিংহৰ দিনত আশ্ৰিত বুলি ঘোষিত হোৱা অপবাদ দূৰ কৰিবলৈ গড়গঞা ৰজাৰ দিনতে চেষ্টা কৰিছিল কিন্তু পিছলা নৈৰ মুখত হোৱা ৰণত পিছলি পৰাত সেই আশা সুদূৰ পৰাহত হৈছিল। কিন্তু নৰনাৰায়ণ-চিলাৰাই একগোট হৈ কোচ ৰাজশক্তিক পুনৰ্সংগঠন কৰি ৰাজ্য বিস্তাৰ কৰিবলৈ আয়োজন কৰিলে।

সত্তানন্দ কাৰ্জি আৰু ৰামেশ্বৰ শৰ্মাক মুখিয়াল পাতি লগত দিলে উদণ্ড, চামৰাই, কালকেতু আৰু ধুমা এই চাৰি উকীল। লগত ২২ জন ঢেকেৰী অৰ্থাৎ ঢেকেৰী পৰগণাৰ মানুহ। এখন চিঠিৰে সৈতে নৰনাৰায়ণে পঠালে। তেওঁবিলাকৰ হাতত দিলে ১টা ছালৰ গাৰু, এখন কামাযন ধনু, দুটা চেঙা মাছ, দুজনী ঘুঁৰী, পাঁচখন পাটৰ শাৰী আৰু এখন জাকৈ। চাৰিও উকীলক লগৰ মানুহে সৈতে লুইতৰ শুকানসুঁতিৰ পাৰত শিবিৰ পাতি ৰোজ বাজ দি থলে।

তেতিয়া খামপেত বৰগোহাঁই আছিল। বুদ্ধিত বৃহস্পতি, কথাত সাগৰ আৰু সাহসতো সীমা নাছিল। নৰাৰজাই সেই সময়তে দেশ আক্ৰমণ কৰিছিল। খামপেতক সেই ৰণৰ সেনাপতি পাতি পঠাইছিল। কিন্তু কোচ ৰজাৰ উকীলৰ লগত কথা পাতিবলৈ উপযুক্ত মানুহ বিচাৰি নেপাই খামপেতক ৰাখি থলে। ৰাখি থোৱাৰ কথাও। চিঠি যিখন দিলে, তাৰ আখৰ পঢ়িব নোৱাৰি। গাৰু, ধনু, মাছ, শাৰী, জাকৈ আৰু ঘুৰী দুজনীৰ তাৎপৰ্য্য ব্যাখ্যা কৰিবলৈ কৈছিল। এই পাকলগা কথা আৰু বস্তুৰ উত্তৰ দিবলৈ বৰগোহাঁইহে উপযুক্ত আছিল।

চিঠিখন কেচুৰ ৰসেৰে লিখিছিল এইবুলি ঃ—

'স্বস্তি সকল দিগন্তকৰ্ণ তানাস্কান সমীৰণ প্ৰচলিত হিমকৰ হৰ হাৰ হাস কাশ কৈলাস পাণ্ডুৰ যশোৰাশি বিৰাজিত ত্ৰিপিষ্টপ ত্ৰিদশতৰাঙ্গনী সলিল নিৰ্মাণ পবিত্ৰ কলেৱৰ ভীষণ প্ৰচণ্ড ধীৰ ধৈৰ্য্য মৰ্য্যাদা পাৰাবাৰ সকল দিক্কামিনী গীয়মান গুণ সন্তান শ্ৰী শ্ৰীস্বৰ্গনাৰায়ণ মহাৰাজা প্ৰচণ্ড প্ৰতাপেষু।

লেখনং কাৰ্য্যঞ্চ। এথা আমাৰ কুশল। তোমাৰ কুশল নিৰন্তৰে বাঞ্ছা কৰি। অথন তোমাৰ আমাৰ সন্তোষ সম্পাদক পত্ৰাপত্ৰি গতায়াত হৈলে উভযানুকুল প্ৰীতিৰ বীজ অঙ্কুৰিত হৈতে ৰহে। তোমাৰ আমাৰ কৰ্ত্তব্যসে বৰ্দ্ধতাক পাই পুষ্পিত ফলিত হইবেক। আমাৰা সেই উদ্যোগতে আছি। তোমাৰো এগোট কৰ্ত্তব্য উচিত হয়। কৰ নাকৰ তাক আপনে জানে। অধিক কি লেখিম। সতানন্দ কাৰ্য্যি ও ৰামেশ্বৰ শৰ্ম্মা, কালকেতু, ধুমা সৰদাৰ, উদণ্ড চাউলিয়া, শ্যামৰাই ইমৰাক পাঠাইতেছি। তামৰাৰ মুখে সকল সমাচাৰ বুঝিয়া চিতাপ বিদায় দিবা। অপৰ উকীলৰ সঙ্গে ঘুড়ী ২, ধেনু ১, ছেঙ্গ মৎস্য ১ জোৰ, বালিস ১, জকাই ১, সাৰি ৫ থান এইসকল দিয়া গৈছে। আৰ সমাচাব বুজি কহি পঠাইবেক। আৰু তোমাৰ অৰ্থে সন্দেশ গোমচেং ১, চিট ৫, ঘাগৰি ১০, কৃষ্ণ চামৰ ২০, শুক্লচামৰ ১০ / ইতি শক ১৪৭৭ মাস আষাঢ।'

চিঠিৰ ধৰণ, লগত দিয়া বয়-বস্তুৰ তালিকা এইবোৰ দেখি কোচৰ কটকীক শুকানসুঁতিৰ পাৰৰপৰা নগৰৰ হাতীশাললৈ আনিলে। খামপেত গোহাঁয়ে কটকীক বহিবলৈ যথানিয়মে কলাপাত দিলে। কোচ কটকীয়ে কলাপাতৰ ওপৰত বগা, মিহি কাপোৰ পাৰি লৈছিল। এই কাণ্ড দেখি বৰগোহাঁয়ে চকু পকাই বুকু চপৰিযাই খং কৰিলে। চাৰিও উকীলে কাপোৰ গুচাই কলাপাতত বহিল। বৰগোহাঁয়ে ৰাজকীয় ধৰণে সুধিলে, 'কাল কেতু, ধুমা, উদণ্ড আৰু চামৰাই, তহঁতে কচোন, 'তহঁতৰ নৰনাৰায়ণ ৰজাই কি কাৰণে পঠাইছে?' কালকেতু চৰ্দাৰে উত্তৰ দিলে, 'আমাৰ নৰনাৰাযণ ৰজাই আমাৰ চাৰিওকে পঠাই

স্বৰ্গদেৱক জনাবলৈ কৈছে, বোলে, আগতে যেতিয়া গৌড়েশ্বৰৰ লগত মিত্ৰতা হৈছিল তেতিয়া পিতৃ ৰজা বিশ্বসিংহৰ লগতো সম্প্ৰীতি স্থাপন হৈছিল। আৰু অত্তদিনে জানি আহিছিলোঁ যে স্বৰ্গদেৱেই আমাৰ আশ্ৰয়ৰ স্থল। পিছে ৰামচন্দ্ৰ, হেমধৰ আৰু দীপসিংহই ভোমোৰাগুৰিৰ ভ্ৰমৰাকুণ্ডত স্নান কৰিবলৈ যাওঁতে মাৰ-ধৰ কৰি ধৰি নিলে। এইটো কোন মিত্ৰৰ কথা?' কালকেতুৰ কথা শুনি বৰগোহাঁয়ে গহীনাই উত্তৰ দিলে, 'ক্ষত্ৰিয়-ৰো সম্বন্ধ সদায় ভালে থকা ক'ত দেখিছা? দাঁতে-ওঁঠে-জিভাই একেখন মুখৰ ভিতৰতে থাকে, তথাপি দাঁত কামোৰা খায়। দাঁত-কামোৰা খালেও জানো মুখৰপৰা দাঁত কেইটা আঁতৰাই থব পাৰি? নৰনাৰায়ণ ৰজাই যদি মিত্ৰ-সম্বন্ধ ৰক্ষা কৰিব খুজিছে, সকলো সিদ্ধি হ'ব। মইনো অধিক কি বুজাম?'

এইবেলি আহিল পত্ৰৰ কথা। ধুমা চৰ্দাৰে নৰনাৰায়ণ ৰজাৰ চিঠিখন বৰগোহাঁইলৈ আগ বঢ়ালে। বৰগোহাঁয়ে চিঠিখন দুৰ্গা চৰণ কাথক পঢ়িবলৈ দিলে। দুৰ্গাচৰণ কাথে বোলে, কাইলৈ ইয়াৰ সমিধান দিম। কেঁচুৰ ৰসেৰে লিখা চিঠি দিনত একোকে নমণি। দুৰ্গাচৰণে ৰাতি বৰগোহাঁইৰ কাষৰপৰা চাকি-বাতি আঁতৰিয়া গুচাই আন্ধাৰ কৰিলত চিঠিৰ আখৰ জিলিকি উঠিল। মাণিক জিলিকাদি জিলিকি উঠা আখৰ দেখি দুৰ্গাচৰণক মাণিক নাম দি বৰকাকাত পাতিলে। দৰিকা-নৈৰ পাৰত মাটি-ভেটি দি দুৰ্গাচৰণৰ লগৰ সকলো কায়স্থ মানুহকে স্থায়ীকৈ বহুৱালে। সেয়ে কাথপাৰ।

চিঠিত চিঠিৰ লগত পঠিওৱা বস্তুখিনিৰ তাৎপৰ্য্য বিচাৰিলে ধুমা চৰ্দাৰে। চৰ্দাৰে ক'লে, 'এইখন ধনু, ইয়াৰ আগ-গুৰি নিৰ্ণয় কৰি দিব লাগে। বৰগোহাঁয়ে এটা ডাঙৰ চৰিয়াত পানী ওপচাই থৈ তাত ধনুখন পেলাই দিলে। গুৰি তল গ'ল, আগ ওপৰ উঠিল। বৰগোহাঁয়ে উত্তৰ দিলে, 'যিফালে পানীৰ তল যায়, সিয়েই গুৰি। কামতালি বাহঁৰ ধনু, কোঁচো কামতালি। ধনুও মেচা, জাতো মেচ। হঠাতে ধৰিব নোৱাৰি। ধৰিলেই সামান্য কথা।'

এইবুলি গাৰুটো কিহৰ ধুমা চৰ্দাৰে প্ৰশ্ন কৰিলে। বৰগোহাঁয়ে এডাল লোৰ সঁৰাহ তপতাই গাৰুটোত খোঁচ মাৰি দিলে। সঁৰাহ লাগি গাৰুটো উত্তলি উঠিল আৰু গোন্ধাবলৈ ধৰিলে। বৰ দুৰ্গন্ধ ওলাল। তেতিয়া বৰগোহাঁয়ে ক'লে, 'মই শুনিছোঁ, মানুহৰ ভুৰুৰে তহঁতৰ দেশৰ চৰ্মকাৰে গাৰু নিৰ্মাণ কৰে। মই ভাবিছোঁ, এতিয়াও সেয়ে। অন্যথা নহয়। শৰ দেখিলে শগুণ উৰে। কাউৰীবে সৈতে লাগি শৱ খায়। কুলি চৰায়ে জানো কাহানিবা মৰা-শৱৰ প্ৰশংসা কৰে ?'

ধুমা চৰ্দাৰে পুনৰ চেঙা মাছ দুটাৰ কথালৈ আঙুলিয়ালে। বৰগোহাঁয়ে অলপ ৰূঢ়ভাবে উত্তৰ দিলে, 'চেঙা মাছ যে আনিছ, এই মাছৰ সোৱাদ কোঁচ ৰাজ্যতহে বুজি পায়। যি দেশত যি বস্তু উৎপন্ন হয়, সেই দেশৰ মানুহেহে তাৰ মোল বুজে। আৰু দুষ্ট বুদ্ধিৰ মানুহেহে এইবোৰৰ সম্ভেদ বুজে। তহঁতৰ দেশৰ মানুহে চেঙা মাছ খায়, সেয়েহে ৰজায়ো উকীলৰ লগত চেঙা মাছ পঠিয়াইছে। চেঙা মাছ গাঁতত থাকে, দেখাতো সাপৰ দৰে। তেনে বস্তু অন্য-ৰাজ্যলৈ পঠাই মুকলি মনৰ চিন দেখুওৱা নাই।'

ধুমা-চৰ্দাৰে সমান ওখ-ডাঙৰ ঘুঁৰী দুজনলৈ আঙুলি টোঁৱাই ক'লে, 'কওক, কোনজনী মাক আৰু কোনজনী জীয়েক ?' বৰগোহাঁয়ে ঘোঁৰা দুয়োজনী সমানে চেকুৰাবলৈ দি ভাগৰ লাগিলত আনি একেঠাই কৰিলে। মাকে জীয়েকক চেলেকিবলৈ আৰম্ভ কৰিলে। তেতিয়া বৰগোহাঁয়ে উকীল কেইজনলৈ চাই ক'লে, 'তহঁতৰ দেশত মাতৃ-স্নেহৰ জ্ঞান নাইনেকি ? এই দেশৰ মানুহৰ জ্ঞানৰ কথা তহঁতৰ ৰজাক ক'বিগৈ।'

নৰনাৰায়ণৰ উকীল কেইজন ক্ৰমে ভেচভেচীয়া হৈ আহিছিল। এইবুলি শাৰী পাঁচখনৰ কথা উলিয়াই বৰগোহাঁয়ে সমিধান দিলে, 'শাৰী পাঁচখন যে আনিছ, আমাৰ দেশৰ তিৰোতাই নিপিন্ধে, পুৰুষে পিন্ধাটো দূৰৰ কথা। পিন্ধিলেও খাৰছাই তিৰোতাইহে পিন্ধে, ভাল মানুহৰ তিৰোতাই হাতেৰেও নোছোৱে। অথচ ৰজাৰ উকীল হৈ তিৰোতাৰ বস্ত্ৰাভৰণ কাঢ়িয়াই আনিছ। অনুমান কৰিছোঁ, কোচ ৰাজ্যৰ সকলো তিৰোতাৰ বশ।'

জাকৈথনৰ কথা বৰগোহাঁয়ে নিজেই উলিয়াই উত্তৰ দিলে, 'শুনা, জাকৈৰো তিনিচুক, পৃথিৱীৰো তিনিকোণ। পিছে, জাকৈথন যে পঠিয়াইছে, থাউনি পানীতহে জাকৈ বাবি, অথাউনি পানীত কেনেকৈ জাকৈ বাবি ? জাকৈ বাবলৈ বাওঁতে উটি-বুৰি তললৈহে যাবি।' এই বুলি উত্তৰ সামৰিলে আৰু পৰামৰ্শ দিলে, 'স্বৰ্গদেৱলৈ যদি কিবা আশা-ভাৰসা আছে, তেনেহলে যথাৰীতি উকীল পঠিয়াব।' উকীল চাৰিজনক ৪ যোৰ বৰকাপোৰ, ৪খন, শাৰী, ৪ যোৰ সোণৰ কঁৰীয়া, মেঠনৰ হাড়ৰ মালা ৪ ধাৰ, ৰূপ ৮০ টাকা উপহাৰ দি বাটত খাবলৈ ৰোজ-বাজ দি বিদায় দিলে। লগত পঠালে দুজন কটকী চণ্ডীবৰ আৰু দামোদৰ শৰ্মা। নৰা কাপোৰ ২ থান, হাতীৰ দাঁত ৪ টা, পাঁঠিযন ২ মোনা সেন্দশ দিলে। লগত এখন চিঠিও দিলে।

ধুমা, চামৰাই, উদণ্ড আৰু কালকেতু চাৰিও উকীলে অসম দেশৰ নৰনাৰায়ণ-চিলাৰায়ৰ আগত সবিশেষ জনাই উকীল-পত্ৰৰ কথা ক'লে। বৰগোহাঁইৰ হাড়ৰ মাজে সৰকা উত্তৰ শুনি ৰজা ক্ষুণ্ণ হ'ল। আৰু লগতে যেতিয়া শুনিলে, নৰাদেশত যুদ্ধ কৰিবলৈ গৈ নিপুণ সেনাপতি তেওআইথেক গোহাঁই মৰিল, তেতিয়া সাহস বাঢ়িল। সেই কথা শুনি চিলাৰায়ে ক'লে, 'দুই চকুৰ এচকু গ'ল। এতিয়া এটা চকুৰে কিমানলৈ মণিব ? সিপিনে পুৰেত নৰাৰজাও বিভ্ৰুষ্ট। এই সময়তে ধৰাৰহে কথা।' ককায়েক নৰনাৰাযণে সুৰত সুৰ মিলাই ক'লে, 'আমিনো কিহত অসামৰ্থ্য ? মোৰ ভাই হেমধৰক মাৰিনো কি মিত্ৰ সম্বন্ধ ৰক্ষা কৰাৰ কথা কৈছে ? যি পাৰি এতিয়াই কৰিব লাগে ?'

এই সময়তে কমতাৰ ৰজা দুৰ্লভেন্দ্ৰ মৰিল। নাবালক পুত্ৰ এটি এৰি থৈ গৈছিল। ৰাজ্যৰ আভ্যন্তৰীণ অৱস্থা আছিল অতি দুৰ্বল, আউললগা। নাবালক ৰজাক খেদি নৰনাৰায়ণে কমতা অধিকাৰ কৰিলে আৰু চিকণাই পৰ্বতৰপৰা ৰাজধানী তুলি কমতাৰ ৰাজধানী কোচবিহাৰত পাতিলে। ৰজা বৰৰজা হ'ল আৰু ৰাজ্যও ডাঙৰ হ'ল। অসম দেশ অক্ৰমণ কৰিবলৈ ৬০,০০০ সৈন্য সংগ্ৰহ কৰিলে।

নৰনাৰায়ণৰ ভায়েক গোহাঁইকমলা। গোহাঁইকমলাক ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে এটা ওখ-ডাঙৰ আলি বান্ধিবলৈ আদেশ দিলে। কোচবিহাৰৰ পৰা কাঁড়ৰ দৰে পোনকৈ আলি বন্ধাবলৈ খুটি পুতি নিমনা দিলে। বাটতে এঘৰ ব্ৰাহ্মণ মানুহৰ ঘৰ পৰিল। দুপৰীয়া ভাত খাবৰ সময়তে গোহাঁইকমলাৰ মানুহ আহি ঘৰ ভাঙিব খুজিলে। ব্ৰাহ্মণে ভোকৰ বেলা খঙতে শাপ দিলে, 'তোৰ আলিয়েদি মানুহে যাতায়াত নকৰক।' গোহাঁইকমলা আগ বাঢ়ি গ'ল। কুমতীয়া নৈৰ কাষেদি হাবুং বৰধালি (বৰদলনি) পৰ্য্যন্ত আলি বান্ধিলে। সেযে গোহাঁইকমলা আলি। নৰনাৰায়ণ-চিলাৰাই দুয়ো ৰণলৈ সন্টম হৈ ওলাল।

পাটকাইৰ সিপাৰে তিনিখন টাই ৰাজ্য—মুংকং, খামজাং আৰু আইতন। মুলতে চুকাফাই পাতি থৈ অহা ৰাজ্য। টানে-আপদে সহায় বিচাৰি কটকী পঠিয়ায়। পিছে একে মুখৰে দাঁতে-ওঁঠে কামোৰা খোৱাৰদৰে কামোৰ খায—তেজ ওলায়।

পিতৃ গড়গঞা ৰজাই নাংত্যোপখাম গাভৰুক চকলং কৰি আনিছিল। সুন্দৰী কুঁৱৰী। জ্ঞানে-গৰিমাযো আগবঢ়া। সাধাৰণতে নৰাৰাজ্যৰ মানুহবোৰৰ চিৰী-চেহেৰা ধুনীয়া। কোঁৱৰ-কুঁৱৰীবোৰ চকুত লগা। গড়গঞা ৰজাৰ দৰে পুতেকেও এগৰাকী নৰা কুঁৱৰী লাভ কৰিবলৈ ইচ্ছা কৰিছিল। ইয়াকে ভাবি নৰা ৰজালৈ প্ৰস্তাৱ দিলে। প্ৰস্তাৱ পাই নৰা ৰজা খঙত উতলি উঠিল আৰু ক'লে, 'বাপেক ৰজালৈ জীক উলিয়াই দিবৰ কিমান দিননো হৈছে? আকৌ যে কন্যা দিব লাগিল?' এই বুলি দায় ধৰি প্ৰস্তাৱ লৈ যোৱা কটকীক কাটিলে। আৰু যুদ্ধ কৰিবৰ মনেৰে আহি মুংতং পৰ্বত পালেহি।

সেই সময়ত নৰাৰজা চাওচুকনফা। এই সময়তে নৰাৰাজ্য ব্ৰহ্মৰজাই আক্ৰমণ কৰিছিল। ৰজা ভাগি আহি খামজাঙত আছি-লহি। ব্ৰহ্মৰজা আহিবৰ শুনি তনখাম বৰগোহাঁই, বলিয়া বৰপাত্ৰ-গোহাঁই, আৰু কনখাম বুঢ়াগোহাঁইক পেঙেৰীত গড় বান্ধিবলৈ আদেশ দিলে। এনে সময়ত দুমুৰে ৰণ লগাই লোৱা উচিত নহয় বুলি নৰা ৰজাই ভনীয়েক কুঁৱৰীক দিবলৈ আগ বাঢ়ি ওলাল।

সেই কথা শুনি স্বৰ্গদেৱে থামবুং (থামবিং) নামৰ হাতীত অনেক বয়-বস্তুৰ যোজাই দি চাবিজন বিষয়াৰ যোগেদি আন সাতোটা হাতী উপহাৰ দিলে। আৰু টাই নিয়মে কন্যা খোজা-বঢ়া কৰিবলৈ জনচেৰেক চিবিং কটকী পঠালে। চিবিংসকলেই ৰজা ঘৰৰ আহোম পৰম্পৰা অনুসৰি ধৰ্মীয় আৰু সামাজিক কাৰ্য্য সমাপন কৰিছিল। নৰা কুঁৱৰীলৈ জোৰণ দিলে সোণৰ খাৰু, কৰ্ণবালা এযোৰ, বাখৰপতা বিৰি দুধাৰ, ডিঙিৰ চেওমণি, হাতৰ চেওমণি দুধাৰ, বাখৰপতা আঙঠি দহোটা, উজনিট চৌধ, ভৰিৰ চেওমণি দুধাৰ। জোৰণ দিলেগৈ থামজাঙতে। নৰা ৰজাই থামজাঙতে ভনীয়েকক উলিয়াই দিলে। লগত দিলে কোঁৱৰ এজন, ডিঙিৰ চেওমণি দুধাৰ, হাতৰ চেওমণি দুধাৰ, বাখৰপতা আঙঠি দহোটা, উজনিট চৌধ, ভৰিৰ চেওমণি দুধাৰ। জোৰণ দিলেগৈ থামজাঙতে। নৰা ৰজাই থামজাঙতে ভনীয়েকক উলিয়াই দিলে। লগত দিলে কোঁৱৰ এজন, নাম চাওমুংখাম। এওঁকে নৰাকোঁৱৰ বোলে। ৰজাৰ গিযাতি কৰি ললে।

নৰা কুঁৱৰীৰ লগত কন্যা যোগাবলৈ পাঁচজন ভাল মানুহ আহিছিল—চুলুংনখিৰা, ৰুচাৰুণ বাউ, থাওমুংতুং, ৰিংবণিক আৰু তাওসুংতাওফুলুং। এই পাঁচজনক পিছত নৰাকোঁৱৰৰ পাত্ৰ কৰি দিলে। এওঁবিলাককে নৰাপাতৰ বোলে।

কুঁৱৰীৰ লগত ধৰ্মীয কাম কৰিবলৈ পকা নামেৰে দেওধাই মানুহ এজনো দিছিল। এইঘৰেই আখৈখোৱা, আখৈযা দেওধাই। পূৰ্বৰ নৰা ৰজাৰ দেওধাই।

তদুপৰি যৌতুকত দিলে—হাতী এটা, ঘোঁৰা এটা, পাইক একুৰি এঘাৰ ঘৰ, বন্দী ১২০ আৰু বেটী ৪০।

তেতিয়াও মুংডুংচুণখামৰ টাই মানুহ হিন্দু হোৱা নাই। থলুৱা প্ৰভাৱ পৰি সামাজিক জীৱনত পৰিবৰ্ত্তনৰ বতাহ বলিলেও ধৰ্মীয় জীৱনৰ মূল কথাবোৰ একে আছিল। সময়ত এই নৰা-সকল আহোমৰ লগত মিলি গ'ল।

নৰাৰজাৰ কন্যা খোজা-বঢ়া কৰিবলৈ যোৱা বিষয়াসকলৰ ভিতৰতে এজন আছিল লাচামচো। লাচামচোৱে নৰাৰজাৰ

সিদ্ধান্তৰ কথা আগবাঢ়ি আহি স্বৰ্গদেৱক জনালেহি। স্বৰ্গদেৱে বুৰুম ৰাজনেওগ আৰু চেংকং চিৰিঙক পঠাই কুঁৱৰীক সসম্মানে আগ বঢ়াই আনিবলৈ পঠালে। দুবোজন বিষয়াই অনেক বাদ্য-ভাণ্ড লৈ কুঁৱৰীক আগ বঢ়াই আনিলেগৈ। অনেক নৰা ৰাজ্যৰ প্ৰজায়ো আগ বঢ়াই থৈ গ'লহি। ৰজাও আগবাঢ়ি থামজাঙৰপৰা আইতনলৈ আহিল। স্বৰ্গদেৱে চকলং কৰি বৰকুঁৱৰী পাতিলে। এইজনা কুঁৱৰীৰে পুতেক লাঙ্গি গোহাঁই, প্ৰতাপসিংহ স্বৰ্গদেও।

নৰা-আহোমৰ সম্ভাব্য ৰণখন সাময়িকভাবে শাম কাটিলেও ইয়াৰ বীজ নমৰিল। চুখামফা ৰজাই নৰাৰজাৰ জীয়েককহে খুজিছিল, ভনীয়েকক বিচৰা নাছিল। নৰা ৰজাই আকৌ কৈছিল, 'বায়েক-ভনীয়েক দুজনী, বাপেক পুতেকলৈ দিমনে ?' এই বুলি ভনীয়েকক দিছিল। পিছে ভনীয়েকতকৈ জীয়েক আছিল অপূৰ্ব সুন্দৰী, চাওচিং কুঁৱৰীতকৈ এজোখ চৰা। চাওচিং কুঁৱৰীৰ ভনীয়েকেও বুজ পাইছিল যে মুংডংচুংখামৰ ৰজাই খোজা-বঢ়া কৰিছে। বাপেক ৰজাইহে জীয়েকক নিদি ভনীয়েকক দিলে।

লাচামচৌ বাইলুং কন্যা খোজা-বঢ়া কৰিবলৈ গৈছিল। তেওঁৰো চকুত পৰিছিল জীয়েকতহে, ভনীয়েকত নহয়। নাম জেকচু গাভৰু। জেকচু গাভৰুৰ ৰূপ-গুণৰ কথা অধিক ৰহণ লগাই কৈছিল লাচামচৌৰে। কথা শুনি স্বৰ্গদেও উত্তেজিত হৈছিল। খোজা-বঢ়া কৰিলে জীয়েকক পোৱাৰ আশা নেদেখি খোৰাৰজাই ভালকৈ টাইভাষা জনা বাইলুং লাচামচৌ, চিৰিং চেংকং আৰু চিৰিং ফচেংকুঙক কটকী হিচাপে পঠালে আৰু শিকাই পঠালে বোলে, 'জেকচু গাভৰুক যেনে-তেনে পলুৱাই আনিবি।'

তিনি কটকী গৈ যথাসময়ত আইতনত গৈ নৰা ৰজাক সেৱা কৰি স্বৰ্গদেৱৰ পত্ৰ-সন্দেশ দিলেগৈ। ৰজাই তিনি কটকীৰ অভিপ্ৰায় বুজিব পৰা নাছিল। ইতিমধ্যে কিন্তু তিনি কটকীয়ে অসাধ্য সাধন কৰাৰ পথত আগ বাঢ়িছিল। চুখামফা স্বৰ্গদেৱৰ অভিলাষৰ কথা জেকচু গাভৰুৰ মনৰ পলসুৱা পথাৰত সিঁচি

দিছিল। কুঁৱৰী প্ৰায় প্ৰস্তুত হৈছিল। তিনি কটকীয়ে নৰা-ৰজাৰ নগৰৰ সন্ধিৰ বাঁহ বুন্দিৰে কাটি উলিয়াইছিল।

বয়সে গৰকা ৰাণীয়ে গাভৰু জীয়েকৰ মনৰ উমান পাইছিল। দেখিছিল এক অস্বাভাৱিক প্ৰস্তুতি। অতি সন্তৰ্পণে লক্ষ্য কৰিছিল গাভৰুৰ মতি-গতি। হাতধৰী লিগিৰীয়ে আহি কৈছিল, লাচামচৌ আৰু ফুচেংকুঙৰ লগত কুঁৱৰীযে কথা-পতাৰ কথা। ৰাণী সন্ত্ৰস্ত হৈ উঠি অতি গোপনে ৰজাক জনাইছিল। কথা শুনি খং, ক্ষোভ আৰু ঘৃণাত উত্তেজিত হৈ উঠিছিল ৰজা। ততালিকে তিনি কটকীক মতাই নি ক'লে, 'পুলিন-পুথাওৰ দিনতো এনে-ঘটনা ঘটা নাই। এতিয়া নেকি ঘটিব ? আগতে ভনীক দিছোঁ, তথাপি যে জীক পলুৱাই নিবলৈ মানুহ পঠাইছে। পেহীযেকে-জীয়েকে সতিনী খাটিবনেকি ? তহঁতৰ ৰজাইনো এনেকুৱা অযোগ্য বচন শিকাই পঠাব পাইনেকি ? ডাঙৰ মানুহৰ কথা হাতীদাঁতৰ নিচিনা। হেঁচুকিলে নোসোমায। তহঁতৰ স্বৰ্গদেৱৰ কথা এনে হ'ব নেলাগিছিল।' এই বুলি গাভৰুক পলুৱাই নিবলৈ অভিপ্ৰায কৰাৰ অপৰাধত লাচামচৌ আৰু ফুচেংকুঙক প্ৰাণদণ্ড দিলে আৰু বুকুৰ আগমঙহ উলিযাই কাউৰী-চিলনীক খাবলৈ দিলে। চিৰিং চেংকং পলাই আহি সবিশেষ ক'লেহি।

ইতিমধ্যে নৰাৰজা আগ বাঢি আহি তিপমীযা ৰজাৰ অধীনৰ বুৰুম, খেৰেম আৰু নামৰুক অধিকাৰ কৰি ললে। বুৰুমৰ অধিকাৰীৰ পুত্ৰ ত্যাওলুলুক মাৰিলে। এই বাৰ্তাৰ গৈ স্বৰ্গদেৱৰ কাণত পৰিলগৈ। স্বৰ্গদেৱে ততালিকে তিপাম-ৰজা, চাৰিং-ৰজা, কনখাম বুঢ়াগোহাঁই, তনখাম বৰগোহাঁই আৰু বলিযা বৰপাত্ৰগোহাঁইক মুখ্য কৰি অনেক বিষযাৰে সৈতে সৈন্যদল পঠালে। সৈন্য তিনি ভাগ হ'ল। বৰগোহাঁই, বৰপাত্ৰ গোহাঁই, তিপাম-ৰজা আৰু ৰুৰুমৰ অধিকাৰ এই চাৰিজন দিহিঙৰ সোঁপাৰে গ'ল। বুঢ়াগোহাঁই দিহিঙৰ বাঁওপাৰে গ'ল আৰু চাৰিং-ৰজা পেঙেৰী গাঁৱৰ বাটেদি আগবাঢ়িল।

চুডাংফা ৰজাৰ দিনত নংয়াঙৰ পানীত হাত জুবুৰিয়াই কুকুৰা কাটি শপত খাই পাটকাই সীমা বান্ধিছিল যদিও নৰাৰজা

পাটকাই পাৰ হৈ আহি পেঙেৰী পালেহি। পেঙেৰীতে কোঁঠ মাৰি ৰ'ল। চাৰিং-ৰজা উজাই যোৱাৰ গম পাই নৰাৰজা কোঁঠৰ পৰা ওলাই আহি আগচি ধৰিলে। কটাকটি লাগিল। চাৰিং-ৰজা ঠাৰৰিব নোৱাৰি দিহিং নৈত পৰিলহি। লাপ্ন সন্দিকৈ নামৰ টিমক সৈন্য এজনে কটাকটি কৰি চাৰিং-ৰজাক এৰ্ৱাই আনি ৰক্ষা কৰিলে। কিন্তু চাওআইখেক ব্ঢ়াগোহাঁযে হাতীত উঠি নৰাৰজালৈ খেদি গ'ল। হাতীৰ নাম প্লাইচাং, মাউতৰ নাম লাইনাকা। নৰাৰজাই হাতীত উঠি হাতী-কাচিৰে আঁজ্ৰি আনি কাটিলে। হাতী আৰ্ মাউতকো মাৰিলে। ব্ঢ়াগোহাঁইৰ শটো হাতীয়ে শ্ৰত তুলি নি স্বৰ্গদেৱৰ আগত পেলালগৈ।

তনথাম বৰগোহাঁই গৈছিল দিহিঙৰ সোঁ-পাৰে। উত্তৰ দিশৰপৰা বৰগোহাঁযে নৰা সৈন্যদলক আক্ৰমণ কৰিলে। এইবেলি বহ্তো নৰাৰ সৈন্য মৰিল। ভয় পাই নৰা ৰজা হ্হ্ঁকি গৈ পাটকাই পৰ্বতত উঠিলগৈ। বৰগোহাঁযে হাতী এটা, ঘোঁৰা তিনিটা পালে। তাৰে এটা ঘোঁৰা সোণোৱালী জিমবন্ধা। এখন ডাঙৰ-দীঘল সোণ-খটোৱা ফৰ (ঢাল) পালে। বৰগোহাঁয়ে পৰ তলৈকে খেদি গ'ল। ৰজাৰ ওচৰ চাপিলত ৰজাই স্ধিলে, 'বোলে তই কোন?' বৰগোহাঁযে ক'লে, 'স্বৰ্গদেও মই তোমাৰ বন্দী'। এই ব্লি কোৱাত হৰ্ষিত হৈ হাতীত উঠি ওচৰ চাপি আহিল আৰ্ টাই ভাষাৰে সোধ-পোছ হ'বলৈ ধৰিলে। বৰগোহাঁইৰ অভিপ্ৰায় বৰ স্গম নেদেখি নৰাৰজা পলাব খোজোঁতে বৰসন্দিকৈয়ে আগ-ভেটি ধৰিলে। নিৰ্পায হৈ নৰাৰজাই তীব্ৰ বেগত শেল মাৰি পঠালে। ব্কুৰে সোমাই পিঠিযে সৰাকি বৰসন্দিকৈ মৰিল। নৰাৰজাক হাতীয়ে সৈতে আটায়ে বেৰি ধৰিলে।

সিংহ জালত পৰিল। বৰগোহাঁই ওচৰ চাপি আহি নৰাৰজাক ক'লে, 'স্বৰ্গদেও, এতিযা কি কৰোঁ?' নৰা ৰজাই বোলে, 'দেহটো এৰি দে। নিজৰ জীৱনটোতকৈনো কি ডাঙৰ আছে।' বৰগোহাঁয়ে ক'লে, 'তুমিও সমান স্বৰ্গদেও, ময়ো আমাৰ স্বৰ্গদেৱৰ আজ্ঞা-কাৰী। কেনেকৈ এৰি দিম। তথাপি কিবা চিন দিয়া যদি এৰি

থৈ যাব পাৰো।' নৰাৰজাই তেওঁৰ ডিঙিৰ মণি, বস্ত্ৰ, মাদলী খহাই দিলে। লগত দিলে এখন বৰকাঁহ। তেতিয়াৰে পৰা পৰ মাৰিবলৈ বৰকাঁহ বজায়। এদিন বৰকাঁহৰ চানেকীৰে সন্ন আৰু নামঘৰতো বৰকাঁহ চলিল। ঢাক-ঢোলৰ লগত বৰকাঁহ বজোৱাৰ দৰে ভঁৰাৰ লগত কাঁহ বাজিবলৈ ধৰে।

নৰাৰজাই বৰগোহাঁইৰ হাতত স্বৰ্গদেৱলৈ বুলি সুণীয়া হেংদান এখন, সোণালী টুপী-জাপি, ৰূপৰ ভৃঙাৰ, কেপকৰা তুলী আৰু পাঁচোটা ৰাজ-সাজ দিলে। ৰাজ-সাজ সোণৰ বনকৰা। এইখিনি বস্তু পাই অপঘাত নকৰাকৈ নৰাৰজাক এৰি দিলে। বৰগোহাঁযে বোলে, 'তোমাৰ দেহাটি এৰি দিলোঁ। এতিয়া জেকচন্দ্ৰ গাভৰুক উলিয়াই দিয়ক।' নৰাৰজাই বোলে, 'বাপেক চন্দ্ৰকেনমুঙে মোৰ এজনী জী নিছিল। এতিয়া নো চাৰিদিন হওঁতেই আকৌ পুতেকেও জীক নিব খুজিলে। এইটো কোন ধৰ্মৰ কথা? গাৰ বলেৰে যে নিব খুজিছে, নিযক। নাংকুৰি নাথাম আছে, প্ৰমাণ পাব। সৰগদেও, সত্যত ঘটাবা।' নৰা ৰজাৰ মনৰ দুখৰ কথা শুনি বৰগোহাঁযে উত্তৰ দিলে, 'মই স্বৰ্গদেৱৰ আজ্ঞাকাৰী। মই কুঁৱৰীক নিবই লাগিব। ত'ৰপৰা লাগে ওলোটাই দিয়ক। এতিয়া এৰি থৈ যাব নোৱাৰোঁ।' জেকচন্দ্ৰ কুঁৱৰীক সালঙ্কৃতাকৈ উলিয়াই দিলে। বৰগোহাঁই উলটি আহিল।

বৰগোহাঁই আহি স্বৰ্গদেৱক সেৱা কৰিলেহি। বৰগোহাঁইক দেখিযেই স্বৰ্গদেৱে দায় ধৰি বোলে, 'নৰাৰজাক হাততে পায়ো কিয় ধৰি নানিলি?' বৰগোহাঁযে সাহসেৰে উত্তৰ দিলে, 'তুমি যেনে স্বৰ্গদেও, তেৰেঁা তেনে ৰজা। তেওঁকনো মাৰি কাটি আনিম কি সতেৰে?' বৰগোহাঁইৰ উত্তৰ শুনি দায় ধৰিছিল যদিও অনিন্দ্যসুন্দৰী জেকচন্দ্ৰ গাভৰু, আৰু পাঁচোটাকৈ ৰাজ-সাজ পাই স্বৰ্গদেৱে দায় ক্ষমা কৰিলে। বিশেষকৈ কুঁৱৰীক পাই অতি আনন্দিত হ'ল। নৰাৰজা পৰাজয়ৰ গ্লানি আৰু অসন্তোষ মনত লৈ নিজৰ ৰাজ্যলৈ উলটি গ'ল।

ডেকাকালতে খোৱা হোৱা চুখামফাৰ বয়স আগ বাঢ়ি গৈছিল। সেইদৰে কাৰেঙতো কুঁৱৰীৰ সংখ্যা বাঢ়ি গৈছিল। প্ৰৌঢ়তাই

দেহত স্পৰ্শ কৰিছিল যদিও মনত কামনাৰ জুই জ্বলিছিল সমানেই। পৰিণতি স্বৰূপে কাৰেঙত জেঙা বাঢ়িছিল।

বৰ মেছলো আৰু সৰু মেছলো নামেৰে দুগৰাকী কুঁৱৰী আছিল। দুয়ো বাই-ভনী, বৰগোহাইৰ জীয়ৰী। ৰজা তেতিয়া শলগুৰিত আছিল। দুয়ো কুঁৱৰীৰ প্ৰভাৱ আছিল অসীম। ঠায়ে ঠায়ে পুখুৰী খনাই বামুণ-গণকক দান দিছিল। সোণ-ৰূপ, কাপোৰ, কড়ি, গৰু-মাটি দান দি পুখুৰী উচৰ্গ দিছিল। এবাৰ গড়গাঁৱৰপৰা দিহিঙলৈ আলি বন্ধাইছিল। আলি বান্ধি গৈ থাকোঁতে আঠা-সলোৱা মানুহ এজনে আঠোটা আঠা-গছৰ পুলি আনি দিলে। সেই ঠাইতে সেই পুলি আঠোটা ৰুই থলে। পাছলৈ সিয়ে আঠাবাৰী নামে জনাজাত হ'ল। এইটোৱেই বিখ্যাত হাৰীপৰা আলি।

বৰ মেছলো কুঁৱৰী মৰিল। ৰজাই বৰ দুখ পালে। ইন্দ্ৰিয়াসক্ত চুখামফাৰ বৰ মেছলোৰ প্ৰতি দুৰ্বলতা আছিল গভীৰ। স্মৃতি ৰাখিবলৈ চাৰিপুৰা মাটি জুৰি দিহিঙৰ পাৰত মৈদাম বান্ধিবলৈ দিলে। মৈদামত দিলে ৰাণীৰ মৰমৰ বস্ত্ৰ-অলঙ্কাৰ আৰু সা-সঁজুলি, কাঁহী-বাটি অনেক দিলে। লগতে আদেশ দিলে, 'সৰু মেচলো মৰিলে বৰ মেচলোৰ মৈদামৰ কাষতে মৈদাম দিবি। মই মৰিলে দুয়োটা মৈদামৰ মাজতে মোক মৈদাম দি তিনিওটা মৈদাম একেটা কৰিবি। শলগুৰিৰ কাষতে মেচলো পথাৰ আৰু মেচলো মৈদাম পৰি আছে। হয়তোবা চকুৰ আঁতৰ হোৱাৰ লগে লগে মনৰ আঁতৰো হৈছিল মেচলো। তিনিওটা মৈদাম একেটা কৰাৰ সেই আদেশটো সময় আৰু পৰিস্থিতিয়ে পাহৰাই পেলাইছিল।

সৰু মেচলোৱে বায়েকক বৰ ভাল পাইছিল। সতিনী হৈয়ো অৰিয়া-অৰি নাছিল। বায়েকৰ মৃত্যুত বৰ অকলশৰীয়া অনুভৱ কৰিছিল। সেই নিঃসঙ্গতা গুচাবলৈ সোণাৰী কলিতা মানুহৰ ছোৱালী এটি নামত লিগিৰী, কামত লগৰীয়া কৰি ৰাখিছিল। নাম কাঞ্চনী। কাঞ্চনী আছিল নামে-কামে কাঞ্চনী। সোণ বৰণীয়া দেহাত যৌৱন উপচি পৰিছিল। বহুতৰে আকৰ্ষণ

আছিল কাঞ্চনীৰ প্ৰতি। বহুতেই আকাৰে-ইঙ্গিতে কাঞ্চনীক মনৰ কথা জনাইছিল। কাঞ্চনীও আছিল স্বভাৱত চঞ্চলা-পখিলা উৰাদি উৰিবৰ মন। সময়ত এইজনী পখিলাৰে কাষ চাপিছিল এটি ডেকা। সুন্দৰ, সুঠাম দেহ, কুন্দত কটা গঢ়। নাম তাৰ নাহৰ। নাহৰ জাতে-কুলে কাঞ্চনীৰ সৈতে একে। সময়ত যুৱতীয়া জীৱনৰ পাতনি তৰাৰ আঁচনি কৰিছিল।

সৰু মেচলো ৰাণীযে সেই আটকধুনীয়া ছোৱালীজনী দেখি কাৰেঙলৈ লৈ আহিছিল। কাঞ্চনী কাৰেঙলৈ আহিছিল। মোহনীয় মাত-কথাৰে ৰাণীক মুহি পেলাইছিল। ৰজাৰ চকুতো পৰিছিল কাঞ্চনী। কিন্তু ৰাণীৰ সাক্ষাতে কাঞ্চনীক লগ পোৱাৰ সুযোগ নাছিল। ৰূপ আৰু সৌন্দৰ্য্য খেদি ফুৰা চুখামফাই অতি সংগোপনে এইটি কথা মনত পুহি ৰাখিছিল।

সৰু মেচলো মৰিল। ৰজাই কাঞ্চনীক কুঁৱৰী পাতিলে। অতদিনে দূৰৰ পৰা চাই থকা কাঞ্চনীক বুকুৰ মাজত ঠাই দিলে। কাঞ্চনীয়ে ততালিকে ৰূপ-যৌৱনৰ কাম-বাণ সানি ৰজাক বশ কৰি পেলালে। দেহত যৌৱন, উন্মনা মন। কাঞ্চনী ৰাণী হ'লেও পোন যৌৱনৰ প্ৰথম পুৰুষজনক পাহৰাটো টান। নাহৰক দিয়া প্ৰথম প্ৰতিশ্ৰুতি কাঞ্চনীযে মনত সজীৱ কৰি ৰাখিছিল। তথাপি লিগিৰী হৈ আঁতৰি আহিছিল। ৰাণী হৈ আৰু অধিক আঁতৰি গৈছিল। কিন্তু মনৰ সান্নিধ্যই দেহক কিমান দূৰলৈ ঠেলি দিব? কাঞ্চনীৰ গোপন অভিসাৰ আৰম্ভ হৈছিল। চৰীযাপৰীযাৰ চকুত ধৰা পৰিছিল এই গুপ্ত প্ৰণয়ৰ কাহিনী কিন্তু কোনেও স্বৰ্গদেৱক জনাবলৈ সাহস গোটাব পৰা নাছিল। কামাসক্ত ৰজাক কামকলানিপুণা কাঞ্চনীযে দুদিনতে বশ কৰি পেলালে।

নৰাৰজাৰ ভনীয়েকক ৰজাই বৰকুঁৱৰী পাতিছিল। তেওঁৰ তিনিটি পুত্ৰ-সন্তান আছিল। তাৰে ডাঙৰজন কোঁৱৰ লাঙ্গি গোহাঁই আছিল সিংহাসনৰ উত্তৰাধিকাৰী। তিনিওজনা কোঁৱৰৰ বিৰুদ্ধে অপবাদ উলিয়াই প্ৰাণে মৰাবৰ অপচেষ্টা কৰিছিল কাঞ্চনীয়ে কিন্তু ৰজাই নাজিবাৰ ৰেৱতী গাঁৱত আঁতৰকৈ থলে— সাধাৰণ ৰোজ-বাজ দি। তাৰ পিছত নাহৰক তোলনীয়া পো

বুলি আনি কাৰেঙত ঠাই দিলে। আন কি, এদিন স্বৰ্গদেৱক মুখ সাক্ষাতে ক'লে, 'তোমাৰ বঙহেই নাই। মোৰ বঙতহে সৰহ।' স্বৰ্গদেৱে তাৎপৰ্য্য বুজি পালে। সোণাৰিৰ ল'ৰা নাহৰক কোঁৱৰ পাতি কাঞ্চনীয়ে তাঁলৈহে পোনাইছে। পিছদিনা ৰজা ফুৰিবলৈ ওলাল। বাটে-পথে যাকে-য'তে পালে, লগত লৈ আহিল। নগৰ পাই প্ৰত্যেককে হাতত সোণোৱালী হিলৈ দি নিজৰ বঙহ বুলি ললে। এওঁবিলাকেই পিছলৈ হিলৈদাৰী কোঁৱৰ নামে জনাজাত হ'ল।

কাঞ্চনীৰ গইনা লৈ নাহৰ ৰজাৰ কোঁৱৰ হ'ল। ৰজাৰ কোঁৱৰ বুলি কাঁড়ী-পাইক লৈ ডাঙৰ ডাঙৰ কাম কৰিবলৈ ধৰিলে। অনেক আলি বন্ধাই পুখুৰী খনালে। কাঞ্চনী ৰাণীযেও আলি বন্ধাই পুখুৰী খনালে। নাহৰক ব্ৰহ্মপুত্ৰৰ সমগ্ৰ উত্তৰ পাৰৰ অধিকাৰ কৰি দিলে। উত্তৰ পাৰে অনেক পুখুৰী খনালে। প্ৰজাৰ ওপৰত উপদ্ৰৱ কৰি অ'ৰ মানুহক ত'ত পাতিলে। প্ৰজা অসন্তুষ্ট হ'ল। এটা পুখুৰী খন্দাই উচৰ্গা কৰিবৰ সময়ত ব্ৰাহ্মণে অগ্ৰপুজা নেপাই দক্ষিণা নলৈ গুচি গ'ল। অভিশাপ দিলে, 'তোৰ পুখুৰীত মানুহ দূৰৰ কথা, চৰাই-চিৰিকতিযেও পানী নেখাওক। লোকবৰ্জিত হওক।' লক্ষীমপুৰত বহুতো নাহৰ-পুখুৰী নামৰ পিতনিৰে ভৰা পুখুৰী আজিও অব্যৱহৃত হৈ আছে।

কাঞ্চনী ৰাণীযে নিজৰ পৰিয়াল আৰু সোণাৰিসকলৰ ঘৰ-দুৱাৰ সজাই বাট-পদুলি বন্ধাই দিলে। অনেক খাটনিয়াৰ মানুহক বিষয-বাব ভগাই দিলে। আন কি, ৰাজখোৱা পাতিলে। ৰাণীৰ লাই পোৱা অনেক নতুন বিষযাই ঠায়ে ঠাযে অপকৰ্ম কৰিলে। এইবোৰ জানি-বুজিও স্ত্ৰৈণ ৰজাই মাত এষাৰো মাতিব নোৱৰা হ'ল। বাহিৰত সাতো ৰাজ্যৰ অধীশ্বৰ , ঘৰৰ ভিতৰত নিজৰ তিৰোতাজনীৰ আগত মূক, নিশ্চল। নাহৰে ভবিষ্যত ৰাজ-সিংহাসনলৈ ঠেং দাঙি ডা-ডাঙৰীযাসকলকো গণিতা নকৰা হ'ল। সোণাৰিৰ ধিতিঙা ল'ৰা। চকুত লগা গাভৰু ছোৱালী দেখি চুপতি মাৰিছিল। এদিন চকুৱে চকুৱে চাই পীৰিতি লাগিছিল। ভাগ্যৰ ফেৰত প্ৰণয়িনী কাৰেঙৰ ৰাণী হ'ল। ৰাণীয়ে পাহৰা

নাছিল পোন যৌৱনৰ সোণ পৰুশত সাৰ পাই উঠা মনৰ মন্দুহ নাহৰক। পাছৰা নাছিল সোণালী আশা। এদিন নাহৰকো কাষলৈ চপাই আনিছিল। নাহৰে কুঁৱৰীৰ মনৰ সিংহাসনতেই ঠাই লোৱা নাছিল, ৰজাৰ সিংহাসনৰো সপোন দেখিছিল। কিন্তু নাহৰৰ হিচাপত খেলি-মেলি লাগিল। স্বৰ্গদেৱৰ সিংহাসনত কোনেও আপুনি বহিব নোৱাৰে। ডাঙৰীয়া তিনিজনাই একমত হৈ সাতসেৰা কৰিলেহে কোঁৱৰ ৰজা হয়। অসমত নিৰবচ্ছিন্ন পৰম্পৰাৰে প্ৰায় তিনি শ বছৰ পাৰ হ'ল। নাহৰৰ দুৰাকাঙ্ক্ষাই এই পৰম্পৰা ভাঙিবৰ সাধ্য নাছিল। স্বৰগদেৱৰ নামত শপত খাই ৰজাৰ কাষত বহা ডাঙৰীযাসকল সচেতন হৈ উঠিল।

এদিন চৰাত্ত বহোঁতে তিনিওজনা ডাঙৰীযাই একমুখ হৈ তনখাম বৰগোহাঁইৰ হতুৱাই ৰজাক কোৱালে, 'স্বৰ্গদেও, কুঁৱৰীৰ তোলনীয়া পো নাহৰে নানান উপদ্ৰৱ কৰি ৰাজ্য ভাঙিলে। ডা-ডাঙৰীযাকো গণিতা নকৰা হ'ল। আপোন ইচ্ছাৰে কাম কৰি ফুৰে। এনেকৈ হ'লে আমি ঠাৱৰিব নোৱাৰোঁ, স্বৰ্গদেও ঈশ্বৰো বুৰ যাব। ৰাজ্যও নাশ পাব।' চুখামফাই জানে, তিনিওজনা ডাঙৰীযা একমত হ'লে স্বৰ্গদেৱকে ভঙা-পতা কৰিব পাৰে। ডাঙৰীযাসলে কি বুজাব খুজিছিল স্বৰ্গদেৱে জানে। তেওঁ ৰাজমন্ত্ৰী বাব-খোৱা তনখাম বৰগোহাঁইৰ মুখলৈ চাই ক'লে, 'যেনে লাগে, তেনে কৰা। মোক ক'ব নেলাগে।' ৰজাৰ ইঙ্গিত পাই বৰগোহাঁই পোনে পোনে নাহৰক বিচাৰি গৈ শিলিখাগুৰি পালেগৈ। গোজলোঙৰপৰা নাহৰ উজাই আহোঁতে বাটতে আগচি ধৰিলে। কাঞ্চনী কুঁৱৰীযে এই বাতৰি পাই বৰগোহাঁইক কাটি নাহৰক এৰুৱাই আনিবলৈ সৈন্য পঠালে। পিছে পিছে কুঁৱৰীও গ'ল। নাহৰক বৰগোহাঁইৰ আদেশ মতে তাতে কাটিলে। কুঁৱৰীযে থেদি যোৱা দেখি বৰগোহাঁয়ে টান মাত দিলে। বিষাদ-বিমনা কুঁৱৰী তাৰ পৰা উলটি আহিল। নাহৰৰ সেই ৰক্তস্নাত দেহৰ বিভীষিকাই ৰাণীক বিষাদগ্ৰস্তা কৰি তুলিলে আৰু এসময়ত ডিঙিত কটাৰী সানি আপোনঘাতিনী হ'ল। প্ৰেম-প্ৰণয়, আশা-আকাঙ্ক্ষা, ৰাজভোগ সকলো ধূলিত বিলীন হ'ল। হয়তোবা

নৰনাৰায়ণৰ জেকচ: গাভৰুৰ ৰূপ-লাৱণ্যই কাঞ্চনীৰ স্মৃতিক ধূসৰিত কৰি বিস্মৃতিৰ বুকুত বিলীন কৰিলে।

পুহ মাহৰ ৯ দিন যোৱাৰ দিনা নৰনাৰায়ণ-চিলাৰাই দুয়ো পূব দিশলৈ যাত্ৰা কৰিবলৈ সিদ্ধান্ত কৰিলে। এনেতে এটা ঘটনা ঘটিল। চিলাৰাইৰ গাত ঠায়ে ঠায়ে বগা দাগ ওলাইছিল। সেয়ে তেওঁৰ নাম শুক্লধ্বজ দিছিল। শুক্লধ্বজে এৰাতি সপোন দেখিলে, সূৰ্য্য দেৱতাই কৈছে, 'মই পানীত পৰি আছোঁ। মোক তুলি, দোল বান্ধি, তাত থাপনা কৰি শান্তি কন্যাৰ হতুৱাই পূজা কৰাবি। শান্তিকন্যাক পৰীক্ষা কৰি লবি। তাৰ পিছত ৰণ কৰিবলৈ যাত্ৰা কৰিবি, জয়ী হ'বি। একুৰি এটা বিন্ধা থকা তামৰ পাত্ৰত পানী আনি মোক স্নান কৰাবি। তোৰ বগা দাগ আৰোগ্য হ'ব।'

চিলাৰায়ে উপবাসে থাকি পুৱাই সূৰ্য্য-সেৱা কৰি ব্ৰাহ্মণক দক্ষিণা দিলে। তাৰ পিছত জালোৱাৰ হতুৱাই সপোনত দেখুওৱা ঠাইত জাল মৰালে। জালত শ্ৰীসূৰ্য্য দেৱতাৰ মূৰ্ত্তি উঠিল। মূৰ্ত্তি স্থাপন কৰিবলৈ এটি মন্দিৰ সজালে ব্ৰহ্মপুত্ৰৰ পাৰত। অনেক ঠাইত বিচাৰি এজন তেলীৰ ঘৰত এগৰাকী শান্তিকন্যা বিচাৰি পালে। অনেক পৰীক্ষা কৰি শান্তি বুলি প্ৰমাণ পালে। বিন্ধা থকা তামৰ পাত্ৰত ব্ৰহ্মপুত্ৰৰপৰা পানী আনিলে। সেই পানীৰে শ্ৰীসূৰ্য্য মূৰ্ত্তিৰ স্নান কৰাই বিধিমতে পূজা কৰালে। ব্ৰাহ্মণক মুকলি হাতেৰে দান-দক্ষিণা কৰি শান্তিকন্যাক সোণৰ মণি এধাৰ দি অৰ্চনা কৰিলে। এইদৰে শ্ৰীসূৰ্য্য মন্দিৰ প্ৰতিষ্ঠা কৰিলে। তেতিয়াৰ পৰা শুক্লধ্বজ নাম প্ৰখ্যাত হ'ল। শুক্লধ্বজৰো গাৰ বগা দাগ গুচি নাভিৰ ওচৰত মাথোন সামান্য চিন থাকিল।

সূৰ্য্য গোসাঁইৰ আশীৰ্বাদ লৈ চিলাৰায়ে লগত ৬০,০০০ সেনা লৈ অসম আক্ৰমণ কৰিবলৈ প্ৰবল প্ৰতাপে আগ বাঢ়িল। চিলাৰাইৰ আগমনক স্বাগতম জনালে উত্তৰ পাৰত থকা ভূঞা-সকলে। প্ৰতাপৰায় নামেৰে ভূঞাৰ দলপতি এজনৰ নাতিয়েক এজন চিলাৰাইৰ লগত আগৰুৱা হৈ আহিছিল। সেই বাতৰি

পাই আলৰো ভুঞা ভটীয়াই গৈ চিলাৰাইৰ লগ ললেগৈ। মহাৰাজ নৰনাৰায়ণ আহিছিল পিছত মহাৰাণী ভানুমতীৰে সৈতে। ভুঞা-সকলৰ উপৰিও ভুটীয়া আৰু ডফলাসকলেও চিলাৰাইৰ লগত যোগ দিছিল। চিলাৰাই নৌ আৰু পদাতিক উভয় বাহিনীৰে সুসজ্জিত হৈ আহিছিল। কোনো বাধা নোপোৱাকৈ কোচ সৈন্য-বাহিনী হেলাৰঙ্গে সলাৰ গড়লৈকে উজাই আহিছিল। নাৱেদি উজাই অহা এদল সৈন্য দিখৌমুখত ওলালহি।

চিলাৰাই যুদ্ধলৈ ওলোৱাৰ আগতে সকলো দিশ ফঁহিয়াই চাইছিল। ৰাজ্যৰ সকলো পণ্ডিত ব্ৰাহ্মণক মতাই আনি সুধিছিল, 'মই অসম দেশ আক্ৰমণ কৰি লব খোঁজো। তোমালোকো কি বোলা?' ব্ৰাহ্মণে ক'লে, 'পিতৃৰজা বিশ্বসিংহই কৈছে অসমৰ ৰজাই ৰাজ্য দি মোক থাপিছে, এই অপবাদ গুচাবলৈ কৈ গৈছে। তদুপৰি ৰজা হলে পৰৰ ৰাজ্য অধিকাৰ কৰি ৰাজ্য বৃদ্ধি কৰাটো ৰজাৰ কাম। ৰণ এখন হ'লে অনেক গো-ব্ৰাহ্মণ, নিৰীহ মানুহৰ মৃত্যু হয়, সেয়েহে হিংসাক প্ৰশ্ৰয় দিবলৈ ক'ব নোৱাৰোঁ।' চিলাৰায়ে বোলে, 'এনে উপায দিয়া যাতে গো-ব্ৰাহ্মণো ৰক্ষা পৰে, প্ৰাণীৰো উৎপীড়ন নহয, অনাযুদ্ধে ৰাজ্য বশ হয।' ব্ৰাহ্মণ-সকলে বোলে, 'আমিনো কি উপায দিব পাৰোঁ?'

শঙ্কৰদেৱ কোচৰজাৰ ৰাজধানীত আছিল। চিলাৰায়ে শঙ্কৰদেৱক মতাই আনি ক'লে, 'গোমোথা শঙ্কৰ, আৰু কি উপায় আছে?' শঙ্কৰদেৱে বোলে, 'এটা উপায আছে। অসম দেশৰ পাত্ৰ-মন্ত্ৰীসকলৰ মন বুজি সোণ-ৰূপ ভেটি দি বৰাব লাগে। দেশৰ আন প্ৰজাসকলকো বস্ত্ৰ-অলঙ্কাৰ, সোণ-ৰূপ দি বৰাব লাগে। এইদৰে সিদেশৰ সৈন্য-সেনাপতিৰ মন জয় কৰিব পাৰিলে অনাযাসে ৰাজ্য লব পাৰিবা।' শঙ্কৰদেৱৰ পৰামৰ্শ শুনি চিলাৰায়ে ক'লে, 'পূৰ্বে টেপু আৰু লাথুনা কাৰ্জি এই দুযে জেংৰাইমুখলৈকে আগ বাঢ়ি গৈছিল কিন্তু হাবুঙৰ হেজাৰ-বিজাৰ ব্ৰাহ্মণৰ উৎপীড়ন হয দেখি উলটি আহিল।'

শঙ্কৰদেৱৰ পৰামৰ্শ গ্ৰহণ কৰি বুকু কাৰ্জি'ক বেহা-বেপাৰ কৰিবৰ চলেৰে অসম ৰাজলৈ পঠালে। লগত দিলে দহ হেজাৰ

ৰতোলা সোণ আৰু তিনি লাখ টকা ৰূপ। বকু কাৰ্জি গৈ অসম ৰাজ্যৰ পাত্ৰ-মন্ত্ৰী সমন্বিতে বহুতকে ৰূপ-সোণ দি ভালৰি বোলাই ক'লে, 'চিলাৰায়ে কৈছে, 'গো-ব্ৰাহ্মণ, প্ৰজাসকলো যদি কুশলে থাকিব খুজিছে, তেনেহলে ৰণ নকৰিব। ৰণ কৰিলে মোৰ গাত দোষ নাই।' কথা শুনি অসমৰ মানুহে উত্তৰ দিলে, 'ৰজাৰ আদেশ নামানি কেনেকৈ থাকোঁ, যুদ্ধ কৰিম। তথাপি সিবিলাকে পৰাক্ৰম দেখুৱাব আৰু বিভঙ্গে পলাম।' বকু কাৰ্জি'ক যি উদ্দেশ্যত পঠাইছিল, সেই উদ্দেশ্য সফল হ'ল।

বকু কাৰ্জি উলটি গৈ দেশৰ আভ্যন্তৰীণ কথা চিলাৰাইক জনালে। চিনাৰায উজাই আহিল। আহোম সৈন্যই বোকা অৰ্থাৎ বোকাখাত আৰু সলাত কোঠ মাৰি আছিল। কিন্তু বকু-কাৰ্জি আৰু টেপু কাৰ্জি তিনিও লুইতে নাৱেৰে উজাই আহি দিখৌ মুখত ওলালহি। দিখৌ তেতিয়া মাজুলি পাৰ হৈ উত্তৰে লুইতত পৰিছিল। বৰ্ত্তমানৰ টুনি নৈ আগৰ দিখৌৰ সুঁতি। দিখৌমুখত গুলীযা-গুলী লাগিল। বকু কাৰ্জি আৰু টেপু কাৰ্জি দুয়ো হাহি'মুখৰ চাপৰিত ৰ'লগৈ। হাহি'মুখত এখন টান যুদ্ধ হ'ল। যুদ্ধত তাওমুচেং, লাপেত খাওমুং আৰু পিকচাই হাৰ্জৰিকা ৰণত পৰিল। চেওথামৰ নাতিয়েকক ধৰি নিলে।

চিলাৰাযৰ সেনাপতি বকু আৰু টেপুৱে হাহি' নৈৰ পাৰত থকা হাহি' দেৱালযত গোঁসানীৰ আগত বলি দিবলৈ বিশ্বসিংহৰ নামত এখন বলিকটা দা দান দিলে। পূজাৰী ব্ৰাহ্মণক দক্ষিণা দিলে।

নৰনাৰায়ণ-চিলাৰাই উজাই আহোঁতে যিসকলে বৰিলহি, তেওঁবিলাকক গাওঁ-ভূঁই, বিষয়-বাসনা দি সন্তোষ দি আহিল। আহোম সৈন্য সলাৰপৰা হুহঁকি আহিলত চিলাৰাইৰ সৈন্য-বাহিনী নাৰায়ণপুৰলৈ আগ বাঢ়ি আহিল। সেই সময়ত নাৰায়ণ-পুৰ শাসন কৰিছিল এজন বামুণ ভুঞাই। ভুঞাই এটা হাতী দি নৰনাৰাযণৰ অধীনতা স্বীকাৰ কৰিলে। কোঁচ সৈন্যই চিনাতলী পাৰ হৈ হাবুং-জুৰীয়া পালেগৈ।

হাবুঙীয়া ব্ৰাহ্মণসকলে বোলে, কোঁচ ৰজা মহাধাৰ্ম্মিক। গো-ব্ৰাহ্মণৰ অনিষ্ট নকৰে। এই বুলি গৰুত উঠি, কান্ধত লগুণ পিন্ধি, দীঘল ফোঁট লৈ সৈন্যবাহিনীৰ সন্মুখত থিয় দি ৰ'ল। ইয়াকে দেখি আহোম সৈন্যবাহিনীৰ আহোম, কছাৰী আৰু বৰাহী সৈন্যয়ো ফোঁট-লগুণ লৈ ব্ৰাহ্মণৰ ভেশ ধৰিলে। এই দৃশ্য দেখি চিলাৰায়ে বোলে, 'তোমালোকে কি অবাহনক বাহন কৰিছা?' ব্ৰাহ্মণে বোলে, 'ধাৰ্মিক ৰজা দেখি জীৱন ৰক্ষা কৰিবলৈকে এনে অকৰ্ম কৰা হৈছে।' চিলাৰায়ে বোলে, 'তলে গো-বধ, ওপৰে ব্ৰহ্মবধ। যুদ্ধ নকৰাই ভাল।' এইবুলি হাবুং-চিনাতলীৰ পৰা ভটীয়াই গৈ দিক্ৰংমুখত ৰ'লগৈ। আহোম সৈন্য সন্টম হৈ ৰ'ল দিহিঙৰ পাৰত।

তেতিযাও ব্ৰহ্মপুত্ৰ মাজুলিৰ উত্তৰেদিহে বৈছিল। মাজুলি দ্বীপবাচক শব্দ নহয়, বুপাজুলি, চিৰাজুলি, ৰংজুলি ঢেকীয়াজুলিৰ নিচিনা অৰ্থবাচক শব্দ। দিহিং ধনশিৰীমুখতহে ব্ৰহ্মপুত্ৰত পৰিছিল। মাজুলি ডাঙৰ, বহল সমান ঠাই। চিলাৰায়ে দক্ষিণমুৱা হৈ দিহিং পাৰ হৈ মৰঙী ৰাজ্যত সোমাল আৰু উজাবলৈ আৰম্ভ কৰিলে। এই অৱস্থাত চাবিং-বজাই লাঙিডাম, লেচাইলুং আৰু লাঙিখুন নামেৰে তিনিজন বিষযাক প্ৰীতি-সম্প্ৰীতি ৰক্ষাৰ অৰ্থে জনাবলৈ পঠালে। ইয়াৰ উত্তৰত কোঁচ ৰজাই ৰতিকৰা নামেৰে বিষযা এজনক পঠিয়াই কোৱালে, 'আমিও এতিয়াৰ নহওঁ, সিবিলাকো এতিয়াৰ নহয়। বিশেষতঃ স্বৰ্গদেও, সৰগদেও লেংডনৰ সন্তান, আমিও সদাশিৱৰ সন্তান। এতেকে তোমাৰ-আমাৰ মাজত দ্বন্দ হোৱা উচিত নহয়। পূৰ্বতো অধিকাধিক প্ৰীতি-সম্বন্ধ স্থাপিত হৈছিল। এই কথা বিচাৰ কৰি দুয়ো ৰাজ্যৰ মঙ্গল কামনাৰে সীমা বান্ধি ৰাজ্য ভাগ কৰি লওক, আমাকো দিযক। এই কথা শুনি যাতে সদৌৱে প্ৰশংসা কৰে, তাকে আচৰিব।' স্বৰ্গদেৱে এই বাৰ্ত্তা পাই ৰূপৰ হাওদাৰে এটা হাতী আৰু উকাকৈ এটা হাতী উপহাৰ দিলে। কোঁচ ৰজায়ো উভতনি হিচাপে হাতী এটা আৰু সোণৰ জিমৰুন্ধা ঘোঁৰা এটাৰে সৈতে ঘোঁৰা চাৰিটা উপহাৰ দিলে। কোঁচ ৰজা নৰনাৰায়ণ

সন্তুষ্ট হৈ নিজৰ ৰাজ্যলৈ উলটি যাবলৈ দিহা কৰিলে। আহোম সৈন্যও হুঁহকি আহিল।

জেঠ মাহ। বাৰখৰ পাৰ হৈ বাৰিষাৰ দোপালপিটা বৰষুণে গছ-বন ধুই নিছে। এনে সময়তে টেপু কাৰ্জিক আগ কৰি চিলাৰায় উজাই আহিল। প্ৰীতিৰ কথা-বতৰা পতাৰ দিন পুৰণি হোৱাই নাই, এনেতে অসতৰ্ক মুহূৰ্ত্তত নাৱে-তৰে সমানে কোঁচ সৈন্য উজাই আহিল। টেপু আহি দিহিঙৰ পাৰত কোঁঠ দিলেহি। আহোম সৈন্য দিহিঙৰ কোঁঠ এৰি আহিল। হাতী এটা, সুণীয়া হেংদান এখন, হিলৈ এটা সন্দেশ হিচাপে দি লেচাইখিং আৰু লানমাখৰুৰ পুতেকক কোঁচ ৰজাৰ ওচৰলৈ পঠালে আৰু সন্দেশ দি সবিশেষ জনালেগৈ।

দিহিঙৰ কোঁঠ এৰি অহাৰ বাতৰি পাই স্বৰ্গদেৱে ঘোঁৰা-চোৰা পঠাই আদেশ দিলে, দিহিঙৰ কোঁঠ নেৰিবা। কোঁঠ এৰিলে কাটিম।' ঘোঁৰাচোৰাৰ নাম জাকখাম। জাকখাম গৈ নৌ পাওঁতেই সৈন্যই কোঁঠ এৰিছিল। জাকখামে ৰজাৰ শৰণ দি কোঁঠ নেৰিবলৈ কৈ ৰজাৰ নগৰলৈ উলটি আহিছিল কিন্তু ইমান অতৰ্কিতে কোঁচ সৈন্যই আক্ৰমণ কৰিছিল যে দিহিঙৰ কোঁঠ এৰি মাজ-ৰাতিয়েই ভাগি আহিল। সম্ভৱতঃ বুকু কাৰ্জিৰ সোণ-ৰূপৰ আগতীয়া ভেটিয়ে কাম কৰিছিল। সাদিন-সাতৰাতি যুদ্ধ কৰি টেপু কাৰ্জিৰ সৈতে চিলাৰায় আহি ফুলাম পালেহি। সিপিনে চুখামফাই গড়গাওঁ এৰি নামৰূপৰ চৰাইখোৰোং পৰ্বতত আশ্ৰয় ললেগৈ। দৈখামত ডা-ডাঙৰীযাসকলক স্বৰ্গদেৱে সাজ খুৱালে। তিনিমাহ কংদৈ পৰ্বতত থাকিল। চিলাৰায় গৈ গড়গাঁৱৰ কাষত পাইমালী নৈৰ পাৰত শিবিৰ পাতিলেগৈ। মেচে গড় মাৰি থকাৰ বাবে ফুলামৰ নাম মেচাঘৰ হ'ল।

চুখামফা চৰাইদেও পৰ্বতত থাকিল। এইপিনে ভায়েক তামোল নোখোৱা গোহাঁয়ে নৰনাৰায়ণ ৰজাৰ আশ্ৰয় ললেগৈ। বৰসন্দিকৈয়ে বিশ্বাস কৰি অনেক ধন-বস্তু উপহাৰ দিলে। আৰু অনেক মানুহে কোঁচক আশ্বাস দিলে। তামোল-নোখোৱা গোহাঁইক বঁটা-বাহন দি ভাই বুলি বিশ্বাসত ললে। এইবোৰ বাতৰি পাই

খোৱাৰজাই ডাঙৰীয়াসকলক আগত লৈ ক'লে, 'আহোমৰ কোঠা মিলাই একে কোঠা কৰা হ'ল। এতিয়া, ভূঞা, ডফলা (চুঙ্গি), ভুটীয়া সকলো কোচৰ লগত মিলিত হ'ল। নিজৰ ভাই-ভতিজা সমন্বিতে অনেক ভালমানুহো গৈ কোঁচৰ লগ লাগিলগৈ। নিজৰ নাড়ীৰ ব্যাধি বুজি ঔষধ খোৱাহে ভাল। সেই নাড়ী যদি কেনে-বাকৈ বাহিৰ হ'ল, ব্যাধি গুচক ছাৰি, তাক চপোৱাই টান হ'ব।' এই বুলি পাত্ৰ-মন্ত্ৰী সমন্বিতে আলোচনা কৰি সন্ধিৰ অৰ্থে কটকী পঠাবলৈ থিৰাং কৰা হ'ল। কটকীৰ নাম সুধনভাগ। সুধনভাগে বোলে, 'তেওঁ (ৰজা নৰনাৰায়ণ) তেওঁৰ ৰাজ্যলৈ উভতি যাওক, আমি আমাৰ ৰাজ্যত থাকোঁ' কটকীৰ লগত সন্দেশ দিলে নৰা-কপোৰ দুখন, কিৰ্মিজ দুখন, কতুপা চাৰি, সোণৰ ডাবেৰে কটাৰী পাঁচখন, চামৰ দহোটা, মৰাপাখিৰ বিচনী দুখন।

সুধনভাগে যথানিয়মে মাজুলিৰ শিবিৰতে সন্দেশ দি চুখামফা স্বৰ্গদেৱৰ মনৰ কথা বুলি সবিশেষ জনালে। তাকে শুনি নৰনাৰায়ণে ক'লে, 'ৰজাৰ যি ৰাওমুৰা হাতী আছে তাক দিব, পক্ষীৰায নামৰ যি ঘোঁৰা আছে, তাকো দিব, ওল-মাল দিব, আমি ৰাজ্য এৰি উলটি যাম। ইপিনে স্বৰ্গদেৱে লেকাই চেতিয়াক পঠিয়াই কোৱালে, বোলে, বছৰি একলাখ টকা দিম, ৰাজ্য এৰি যাওক।' চিলাৰায়ে গড়গাঁৱত এই বাতৰি পাই ক'লে, 'ভাল, আমি ৰাজ্য এৰি যাম। যদি এতিযাই একলাখ টকা দিব নোৱাৰে, তেনেহলে ৰজাৰ পুতেক এজন, তিনিজনা গোহাঁইৰ তিনিজন পুতেকক ওল স্বৰূপে কোঁচ ৰাজ্যলৈ পঠায, তেনেহলে যাম।' সেই সময়ত চিলাৰায়ক সন্দেশ দিছিল সোণৰ কলহ দুটা, ৰূপৰ কলহ চাৰিটা, ৰূপৰ বেলা এখন, ৰূপৰ ঝৰা এখন।

ইতিমধ্যে কোঁচ সৈন্যই উজনিৰ প্ৰায় সকলো ঠাইতে ধন-বস্তু লুটপাত কৰিছিল। গতিকে ততালিকে বিদায দি পঠাবলৈ স্বৰ্গদেও উদ্‌গ্ৰীৱ হৈ পৰিছিল। নাংলাও কুঁৱৰীৰ পুতেক আকুতাং, বঢ়াগোহাঁইৰ পুতেক, ত্যাওতিং, বৰগোহাঁইৰ পুতেক ত্যাওপেত (চাওপেত), বৰপাত্ৰ গোহাঁইৰ পুতেক লাচামতো, খিমৰতৰ পুতেক লাকো, থামচেওৰ পুতেক, চুডাঙৰ পুতেকক

ওল দিবলৈ সিদ্ধান্ত হ'ল। থামচেঙৰ পুতেকক সৰু লৰা বুলি ওলোটাই দিলে। আটাই কেওটি ডেকাকে ৰজাৰ ঘৰলৈ অনা হ'ল।

নাংব্লক গাভৰু। চুহুংমুং দিহিঙীয়া ৰজাৰ জীয়েক, চুখামফা খোৰাৰজাৰ পেহীয়েক। বিয়া কৰাইছিল ৰাজমন্ত্ৰী তনখাম বৰগোহাঁয়ে। তনখাম বৰগোহাঁইৰে পুতেক চাওপেত। কোঁচ ৰাজ্যলৈ ওল দিবলৈ ৰাজসভালৈ আনিছিল। নাংব্লক গাভৰুও পুতেকৰ লগত আহি ৰজাৰ আগতে ক'লে, 'মোৰ পোক ভাটী ৰাজ্যলৈ পঠিয়াবলৈ কেলেই দিম ? নিদিওঁ। কোঁচৰ হাততে যে ৰণত হাৰিলি, ৰজানো কি ? ডা-ডাঙৰীযানো কি ? ৰাজসভাতে গিৰিয়েক তনখাম বৰগোহাঁইলৈ চাই ক'লে, 'তুমিনো কিহৰ বৰগোহাঁই বোলাইছা ? তোমালোকে যে যুঁজত হাৰিলা, মই যুদ্ধ কৰিব চাওঁ। তোমালোকৰ টুপী-চোলা, কুন্‌মিন্-কুন্‌খা মোক দিয়া, মই পিন্ধি যুদ্ধ কৰোঁ। তিৰোতা নে পুৰুষ তেতিয়াহে বুজিবা। তোমালোকে মোৰ সাজ-কাপোৰ পিন্ধিবা।' এইবুলি নাংব্লক গাভৰুৱে পুতেক তাওপেতক কাঢ়ি লৈ গ'ল। বৰগোহাঁয়ে বোলে, 'ৰাজ্যৰ কাৰণেহে মোৰ পোক দিছোঁ, য'ক। সেই কথা শুনি উত্তেজিত হৈ গাভৰুৱে ততোধিক টান মাতেৰে উত্তৰ দিলে, 'মোৰ লৰাক কোনে দিব পাৰে ? দিখোঁ নৈক ওভোটাই বোৱাব পাৰিলেহে, মোৰ লৰাক দিব পাৰিব।' এইবুলি সকলোৰে সাক্ষাতে নাংব্লক গাভৰুৱে মাতৃ-হিয়াৰ নিদৰ্শন দেখুৱাই চাওপেতক কাঢ়ি লৈ গ'ল। ৰজাই উপায়হীন হৈ নিজৰ ভায়েক চুগাম কোঁৱৰকে পঠাবলৈ সিদ্ধান্ত কৰিলে।

শাওণ মাহ। ভৰ বাৰিষা। পাৰ-ওপচা দিখোঁ। তাকে চাই দিহিং। বুঢ়াগোহাঁই ডাঙৰীয়াই নৰনাৰায়ণৰ মাজুলিৰ শিবিৰতে ওল শোধালেগৈ। ওল পাই কোঁচ ৰজা ভটীয়াই গ'ল। কিন্তু যাবৰ সময়ত চিলাৰায়ে অসমৰ বহুতো বুত্তিয়াল-কাৰিকৰ ধৰি নিলে। কছাৰী ৰাজ্য আক্ৰমণ কৰিবৰ মনেৰে গৈ দেৰগাওঁ পাৰ হৈ দোৱিয়াজানৰ পাৰত কোঁঠ দিলেগৈ। ওল-মাল লৈ সন্ধি কৰাৰ পিছতো অসমৰ ভাল মানুহ কিছুমান ধৰি নিয়াত ৰজাই

বোলে, 'কোচ ৰজাত বিশ্বাস নাই। ওল-মাল দি মিত্ৰতা কৰিলোঁ, তথাপি মানুহ ধৰি নিয়ে।' এই বুলি প্ৰতিবাদ জনাই কটকী পঠালে।

নৰনাৰায়ণ ৰজাই আৰু এটা কথা উলিযালে। স্বৰ্গদেৱৰ পাঁচহাত ওখ এটা হাতী আছিল, নাম খামৰিং। যুঁজত বৰ ভাল। নৰনাৰায়ণে বোলে, 'স্বৰ্গদেৱৰ হাতীটো মোক দিযক। মই যুঁজাই ৰং চাই ওলোটাই দিম।' খামৰিং হাতী লৈ আহোম মাউত মাজুলিলৈ গ'ল। নৰনাৰাযণৰ শুক্ৰধ্বজ হাতী, ওখই সাত হাত। দুযোটাৰে যুঁজ হ'ল। যুঁজত খামৰিং জিকিল। ৰজাই কথামতে হাতীটো ঘূৰাই দিলে। হাতী লৈ মাউতে চিতাপ দৌৰ দিলে। যুঁজ দেখি নৰনাৰায়ণৰ বিষযা চিৰা চহৰীয়াই বোলে, 'মহাৰাজ পাঁচহতীযা খামৰিঙে সাতহতীযা শুক্ৰধ্বজক যুঁজত হৰুৱালে। এইটো হাতী এৰি পঠিয়াব নেলাগিছিল।' ৰজাই ততালিকে ঘোঁৰা-মেলি মানুহ পঠালে। বাযু বেগে হাতী গৈ নিজৰ ৰাজ্যত সোমালগৈ, ঘোঁৰা-চোঁৱাৰীযে লগ ধৰিব নোৱাৰি বিমুখ হৈ আহিল।

মাজুলিৰ শিবিৰৰপৰা তিনি দিনৰ বাটত চকী বহুৱালে। এই পাৰৰ অনেক মানুহ খেদি কুৰি নিজৰ ৰাজ্যৰ ভিতৰলৈ নিলে। কবিৰাজ পণ্ডিতক পাই ধৰি নিলে। উত্তৰ পাৰত যিসকল ভূঞাই নৰনাৰাযণ ৰজাক বৰিছিল তাৰে বামুণৰ ভূঞা উজীৰ, তপস্বী লস্কৰ আৰু মাল্যামুল্যা লস্কৰক ৰাজখোৱা পাতি থৈ গ'ল। মাজুলিত নৰা-তগৰ ফুলৰ ৰূপ আৰু গোন্ধ দেখি লৈ গল।

আঘোণ মাহ। কুঁৱলীযে পৰশা নগৰলৈ স্বৰ্গদেও উলটি আহিল। আহিযেই ৰণৰ ফলাফল বিচাৰ কৰিলে। উজীৰ, তপস্বী আৰু মাল্যামুল্যা তিনিওকে ধৰি আনিবলৈ আদেশ দিলে।৮ সেই সমযতে আইখাম ত্যাওঙিপুং কোঁৱৰ বৰ লুইত পাৰ হৈ বামুণ উজীৰৰ ৰাজ্যত ওলাইছিলগৈ। খোৱাৰজাই বুঢ়াগোহাঁইৰ কণখাম আৰু ৰূপ সন্দিকৈক ডিবৰু মুখত নগৰ কৰি থাকিবলৈ দিলে, উজান ৰাজ্যৰ অধিকাৰ পাতিলে। ইতিমধ্যে উজীৰ

আৰু তপস্বীক বন্দীস্বৰূপে মোকলাই দিলে কিন্তু মাল্যামল্যা লস্কৰক বিশ্বাসঘাতকতাৰ অপৰাধত প্ৰাণদণ্ড দিলে।

নৰনাৰায়ণ কোচবিহাৰলৈ উলটি গ'ল। চিলাৰায়ে কছাৰী-জয়ন্তীয়া ৰাজ্য অধিকাৰ কৰি গৈ গৌড় আক্ৰমণ কৰিলেগৈ। খৈৰামী (খাচী) ৰজাই নৰনাৰায়ণৰ নামত মোহৰ মাৰিবলৈ টকা-শাল এখনৰ কৰ্ত্তৃত্ব পালে। ঘাওঁতে বাটত দক্ষিণ-কোলৰ সাত দুৱৰীয়া ৰজাসকলৰ ৰাজ্যৰ সীমা নিৰ্দ্ধাৰণ কৰি কৰ-কাটল নিৰূপণ কৰি দিলে।

তেতিয়া ব্ৰহ্মপুত্ৰ হাজোৰ কাষেদি খাৰু-ভাঙি লৈ বৈ গৈছিল। অনেক ঘূৰণ হৈছিল। নৰনাৰায়ণ-চিলাৰায়ে লুইতৰ ভাঁজ পোনাই হাতীমূৰা পৰ্বতৰ কাষেদি বোৱাবলৈ সৈন্যবাহিনীক আদেশ দিলে। সৈন্যবাহিনীয়ে হাতত যাৰ যি অস্ত্ৰ আছিল তাৰেই খাল যেনকৈ খান্দি পোনাই দিলে। বাৰিষা সেইফালেই ঘাই সোঁত গৈ হাজোৰ সোঁতা একালত মাৰি পেলালে। শোৱালকুছি পলাশবাৰীৰ মাজেদি যোৱা ব্ৰহ্মপুত্ৰৰ সুঁতিটো অস্ত্ৰৰে খান্দি উলিওৱা বাবে খৰ্গৰসোঁতা বোলে। নৰনাৰায়ণ চিলাৰায়ৰ অসম-ৰাজ্য আক্ৰমণ কৰি উলটি যোৱাৰ সাক্ষী খৰ্গৰ সোঁতাই আজিও দি আছে।

কোঁচৰ আক্ৰমণত আহোম ৰাজ্যত খেলি-মেলি হৈছিল। ঘাইকৈ লুইতৰ উত্তৰপাৰৰ প্ৰজাই বিশ্বাসঘাতকতা কৰিছিল আৰু আনুগত্য সলনি কৰিছিল। নিজৰ অঙহী-বঙহী আৰু বা-বিষয়াৰ মাজতো মনোভঙ্গ হৈছিল। বিশেষকৈ কোঁচ ৰজাই পৰাজয়ৰ গ্লানি সানি থৈ যোৱাৰ পিছত নগা, চুতীয়া, ভূঞা সকলোৱেই মূৰ দাঙি উঠিবলৈ সাহস কৰিছিল।

সেই সময়ত কোঁচ ৰজাৰ সাৰ্বভৌমত্ব মানি লোৱা ঢেকেৰি, ঢেকৰ পৰগণাৰ শাসনকৰ্ত্তা আছিল পৰন। পৰন ৰজাই ভায়েক ঢেলা ৰজাক লগত লৈ মাঘমহীয়া আক্ৰমণ কৰিবলৈ আহিল। তিপামৰজা আৰু তনখাম বৰগোহাঁইক দিখৌমুখলৈ পঠালে, বুঢ়াগোহাঁই, বৰপাত্ৰগোহাঁই আৰু ৰূপসন্দিকৈ আগুৱাই গৈ লুইতৰ পাৰত কোঁঠ দিলেগৈ। মুৰভগা, ভগামুৰত পৰন ৰজাৰ লগত ভেটা-ভেটি হ'ল আৰু তাতে যুদ্ধ হ'ল। বহুতো ঢেকেৰি

সৈন্য ৰণত পৰিল, অনেক সৈন্য ৰণক্ষেত্ৰ এৰি পলাল'। ৰজাও কোঠ এৰি যাওঁতে গুলী লাগি হাতী এৰি থৈ গ'ল। হাতীৰ পিঠিত পালে পিতলৰ হাওদা (টঙী) এখন, সোণৰ দণ্ড এডাল, সুণীয়া হেংদান এখন, সোণৰ ফাঁক আৰু মুঠিৰে কটাৰী এখন, ৰূপৰ বাৰু, ৰূপৰ তাওকিন, ৰূপৰ টেমা এটা। ঘোঁৰাত উঠি কিছু দূৰ গৈ ঢেলা ৰজা ঘোঁৰাৰ পৰা নামি নাৱেৰে পলাই গ'ল। হাতী-ঘোঁৰা, অস্ত্ৰ-শস্ত্ৰ, হিলৈ বহুতো পালে। তিনিজনা ডাঙৰীয়াই পিছে পিছে খেদি গৈ ঢেকেৰি ৰজা ঢেলাক ধৰি আনিলে।

ঢেকেৰি ৰজা পৰনে বিপন্ন হৈ বৈবাহিক সূত্ৰে মিত্ৰতা কৰিবলৈ ভুবন গুৰু আৰু শ্ৰীফল লস্কৰ এই দুইক কটকী পঠিয়াই নিজৰ ভনীয়েক চান্দকৰ্লা (চন্দ্ৰকলা) ক স্বৰ্গদেৱলৈ বিয়া দিবলৈ প্ৰস্তাৱ দিলে আৰু ভায়েক ঢেলা ৰজাক মুক্তি দিবলৈ অনুৰোধ কৰিলে। চুখামফাই এই প্ৰস্তাৱ পাই কন্যা আনিবলৈ দুটা হাতী আৰু দুটা ঘোঁৰা দি কন্যা যথানিয়মে খোজা-বঢ়া কৰিবলৈ ৰণ্ডা নামেৰে এজন বামুণ কটকী আৰু লাচামচৌ বাইলুঙক পঠালে। লগতে ঢেকেৰিৰ দুই কটকীও ঘূৰি গ'ল। দুই কটকীয়ে খোজা-বঢ়া কৰি উলটি আহিলত চাওমুংখাম নৰাকোঁৱৰ আৰু লাংখাম এই দুইৰ হাতত বস্ত্ৰ-অলংকাৰ সৈতে জোৰণ দি হাতী দুটা (নাম কিকং আৰু নীখাম) ঘোৰা তিনিটা আৰু ৩০০ পাইকক কন্যা আনিবলৈ পঠালে। পৰন ৰজাই ভনীয়েক চন্দ্ৰকলাক যথাৰীতিৰে উলিয়াই দিলে।

সেই সময়ত চুখামফা স্বৰ্গদেও মাজুলিৰ চিনাতলী বাহৰত আছিল। চিনাতলী বাহৰৰপৰা হাতী একুৰি, ঘোঁৰা যোলটা আৰু বহুতো পাইক লগত দি তিনিজনা ডাঙৰীয়াক আগবঢ়াই আনিবলৈ পঠালে। ভালেখিনি বাট আগ বাঢ়ি গৈ চন্দ্ৰকলা কুঁৱৰীক আগ বঢ়াই আনিলে। পৰন ৰজাই কুঁৱৰীৰ লগত যৌতুক দিলে, দ'তাল হাতী এটা, মাখুন্দী এজনী, ঘোঁৰা সাতোটা, বন্দী-বেটী এশ। কুঁৱৰীক পাই ঢেলা ৰজাক মুক্তি দি কন্যাৰ লগত গুবন গুৰু আৰু শ্ৰীফল লস্কৰক পঠাই দিলে। চন্দ্ৰকলাক

খোৰা ৰজাই পৰ্বতীয়া কুঁৱৰী পাতিলে। মৰমতে নাম দিলে নাংক'।

ঢেকেৰি ৰজা পৰনৰ লগত মিত্ৰতা স্থাপন হোৱাৰ মাহচেৰেকৰ পিছতে কোঁচৰ টেপু কাৰ্জি শাওণত উজাই আহি ভাদ্ৰ-আহিন দুমাহ লুইতৰ পাৰতে শিবিৰ পাতি আছিল। কাতি মাহত খোৰাৰজাই ডা-ডাঙৰীয়া সমন্বিতে ভটীয়াই গৈ টেপুৰ লগত মুখামুখি হ'লগৈ। লুইতৰ পাৰতে যুদ্ধ লাগিল। যুদ্ধত বহুত সৈন্য মৰিল, বহুতো পলাল। টেপু কাৰ্জিও পলাল। লগৰ মোহন লস্কৰক ধৰি আনিলে। কেইবাখনো বৰনাও, অস্ত্ৰ-শস্ত্ৰ আৰু অনেক সামগ্ৰী পালে।

ঘূৰি বছৰ পুহ পালেহি। টেপু কাৰ্জি আৰু এজন ভিতৰুৱাল কোঁচ বিষয়া লগ হৈ উজাই আহি নামডিমামুখ অৰ্থাৎ ধনশিৰীমুখত ওলালহি। স্বৰ্গদেও, চাৰিং-ৰজা, তিনিওজনা ডাঙৰীয়া গৈ ধনশিৰীমুখতে আগচি ধৰিলগৈ। তাতে এখন ৰণ লাগিল। ৰণত বহুতো কোচ সৈন্য মৰিল। টেপু আৰু ভিতৰুৱাল বিষয়া দুয়ো পলাল। এইবাৰো কেইবাখনো বৰনাও, হিলৈ আৰু আন অস্ত্ৰ-শস্ত্ৰ বহুতো পালে।

লুইতৰ পাৰত আৰু ধনশিৰামুখত এই দুখন ৰণ লাগিবলৈ পালে নৰনাৰাযণৰ এষাৰ কথাত। নৰনাৰায়ণ আৰু চিলাৰায় দুয়ো ভটীয়াই যোৱাৰ পিছত চুখামফাই ততালিকে ৰাজ্য সংগঠন কৰি লয় আৰু কোঁচ আক্ৰমণৰ সময়ত বিশ্বাসঘাতকতা কৰা লোক-সকলক শাস্তি বিহে। এই কথা জানিবলৈ পাই নৰনাৰায়ণে মন্তব্য কৰিছিল, 'মই সকলো মানুহ লগতে লৈ আহিব লাগিছিল। আনৰ ৰাজ্যত এৰি থৈ অহাৰ পৰিণাম ভোগ কৰিছোঁ। বাঘ নমৰাকৈ তাৰ ছাল কোনে লব পাৰে ?' এই কথাৰ পৰাই টেপু কাৰ্জিয়ে দুবাৰকৈ আক্ৰমণ চলাই ব্যৰ্থ মনোৰথ হৈ উলটি গৈছিল।

চুৰেং চাৰিং-ৰজা। মানুহে তেওঁক দেওৰজা বুলিছিল। তেওঁ যোগ-সাধনা কৰিছিল আৰু তাৰ দ্বাৰাই কেতবোৰ অসাধ্য সাধন কৰিব পাৰিছিল। তদুপৰি মাজে-সময়ে তেওঁৰ দেও

জ'কিছিল। চিলাৰায়ে দিখৌ মুখত কোঠ মাৰি থাকোঁতে এদিন দেখা-দেখি হ'ল। ওখ-পাখ, শকত-আৱত থুলন্তৰ পুৰুষ। বোলে, 'এওঁ কোন?' উত্তৰ আহিল, 'যুৱৰাজ।' বোলে, 'মাতি আন, কথা পাতোঁ।' দিখৌৰ পাৰৰ ৰামধাঁ দেৱালয়ত গোসাঁনী পূজা কৰি চিলাৰায ওলাই আহোঁতে দেওৰজা ঘোঁৰাত উঠি দিখৌ পাৰ হৈ গ'ল। চিলাৰায়ে মন কৰি আছিল। দেখি ক'লে, 'তোমাৰ মহিমা দেখিলোঁ। আৰু কি প্ৰভাৱ দেখুৱাব পাৰা।' দেওৰজাই বোলে, 'তোমাৰ যি ইচ্ছা।' চিলাৰায়ে নাও-খেল খেলিবলৈ ইচ্ছা কৰিলে। নাওবৈচাৰে সৈতে চিলাৰাযে এখন নাও ল'লে আৰু নাওবৈচা নোহোৱাকৈ দেওৰজাই এখন নাও ললে। প্ৰতিযোগিতা আৰম্ভ হ'ল। লগত বৈচা নোহোৱাকৈ দেওৰজাৰ নাও উৰি যোৱাদি গৈ অনেক আগ বাঢ়িল। চিলাৰাযে দেখি মন্তব্য দিলে, 'সঁচা, দেওৰজা যি দেওৰজা।' কথা পাতি থাকোঁতেই চকুৰ আগতে নাইকিযা হ'ল।

দেওৰজাৰ গাত এধাৰ মন্ত্ৰপূত বিৰি আছিল। কোঁচ-আহোমৰ ৰণ লাগি থকাৰ সমযতে এদিন পুৰা বিৰিধাৰ গাৰপৰা সোলোকাই শৰাইত থৈছিল। গা-ধুই থাকোঁতেই হঠাতে চিলনী এজনী উৰি আহি বিৰিধাৰ থাপ মাৰি নিলে। খন্তেক পিছত দিখৌৰ সিপাৰে থকা চিলাৰাইৰ শিবিৰত পেলাই দিলেগৈ। এই অমঙ্গলীযা ঘটনা দেখি দেওৰজাই বোলে, 'ঈশ্বৰ বিতুষ্ট হ'ল। জীযাই থাকি লাভ নাই।' এই বুলি যুদ্ধ ক্ষেত্ৰ এৰি চাৰিঙলৈ গ'ল আৰু তাত মৈদাম বন্ধাই, স্বজ্ঞানে মৈদামত সোমাই মৃত্যু বৰণ কৰিলে। চাৰিঙত থকা দেওৰজাৰ মৈদামৰ সেইটোৱেই ইতিবৃত্ত।

গৌড় আক্ৰমণ কৰিবলৈ গৈ চিলাৰাই বন্দী হ'ল। নৰনাৰাযণে চিন্তাত পৰিল, জানোচা, আহোমে এই সমযত কোচ ৰাজ্য আক্ৰমণ কৰে। চিলাৰাযেও গৌড়ৰপৰা বাতৰি পঠালে বোলে, 'মই আহি বন্দী হলোঁ। তোমাক অকলশৰীযা পাই অসমে পুনৰ আক্ৰমণ কৰিব পাৰে, গতিকে ততালিকে ওলা দি পঠিওৱা গোহাঁইসকলক মেলি দি মিত্ৰভাবে থাকিবা।'

কোঁচ-আহোমৰ সন্ধি হোৱাৰ পিছত ৰজাৰ ভাযেক, বুঢ়া-

গোহাঁই-বৰপাত্ৰগোহাঁইৰ দুই পুতেক আৰু বৰগোহাঁইৰ ভতিজাক এই চাৰিওকে নি কোচবিহাৰ পোৱালেগৈ। আকচু গোহাঁই আছিল অতি ধুনীয়া ডেকা। কোঁচ ৰাজ্যত তেওঁৰ মোহনীয় ব্যক্তিত্বই চাঞ্চল্য সৃষ্টি কৰিছিল। তেওঁৰ নাম দিছিল সোন্দৰ গোহাঁই, সুন্দৰ গোহাঁই। নৰনাৰায়ণ-চিলাৰায়ৰ কুঁৱৰীসকলে বোলে, 'পিতৃ-মাতৃৰ বুকুৰপৰা কাঢ়ি আনি এই ডেকা কেইটা ইয়াত বন্দী কৰি থৈছা। তেওঁবিলাক কিমান সন্তাপিত হৈছে ? ৰূপ-যৌৱন-সম্পন্ন এই ল'ৰা কেইটাৰ আশা-আকাঙ্ক্ষা নাই জানো ?' কুঁৱৰীসকলৰ কথা অনুসৰি পাশাখেলত জিকাৰ সুবিধা লৈ চাৰি গোহাঁইক ওলোটাই পঠাবলৈ সিদ্ধান্ত কৰিলে।

চিলাৰায় বন্দী। জানোচা নৰনাৰায়ণে ভয়তে মোকলাই দিছে এই ভাব যাতে আহোমৰ মনলৈ নাহে, তাকে কৰিবলৈ পাশা-খেল পাতিলে। পাশা-খেলত সোন্দৰ গোঁহাই জিকিল। গতিকে এৰি দিবলৈ সিদ্ধান্ত হ'ল। কিন্তু ৰজাৰ কাজি সকলে বোলে, 'এনেকৈ পঠোৱাটো ভাল নহয়। স্বৰ্গদেৱে খুজি পঠাওক।' ৰজাই সোন্দৰ গোঁহাইক ক'লে, 'তোমাৰ ৰজাই যদি প্ৰীতিপূৰ্বক খুজি পঠায়, মই তোমালোকক এৰি দিম।' সোন্দৰ গোহাঁযে স্বৰ্গদেৱৰ ওচৰলৈ মানুহ পঠালে। বাতৰি পাই সোণ-ৰূপৰ অলংকাৰেৰে অলংকৃত কৰি অনেক সন্দেশ দি দুটা হাতী পঠালে আহোম কটকী লেতাউৰ লগত। গোহাঁই কেইজনা উলটি অহাটো দেখিবলৈ খোৰাৰজাৰ ভাগ্যত নঘটিল। মৃত্যু হ'ল।

পৰশুৰাম কুণ্ডত স্নান কৰিবলৈ কনৌজৰপৰা এজন দৈৱজ্ঞ-ব্ৰাহ্মণ আহিছিল। নাম তেওঁৰ দৈতাৰি, অন্যনাম সূৰ্য্যবৰ। সূৰ্য্যবৰ ধৰা পৰিছিল কলিয়াবৰৰ পানীচকীত। পানীসিয়াই ধৰি নি বৰগোহাঁইৰ আগত ভেটাইছিল। বৰগোহাঁযে সোধ-পোছ কৰোঁতে তেওঁ জ্যোতিষীয়া ব্ৰাহ্মণ বুলি পৰিচয় দিয়াত সুধিলে, 'নৰনাৰায়ণ ৰজাই যে স্বৰ্গদেৱৰ ৰাজ্য অধিকাৰ কৰিছে, পুনৰ ঘূৰাই পাবনে ?' সূৰ্য্যবৰে গণনা কৰি নিৰ্দিষ্ট দিন-বাৰ ধৰি নৰনাৰায়ণ ৰজা আপুনি ভটীয়াই যাব বুলি ভবিষ্যত-বাণী কৰিলে। তেওঁক স্বৰ্গদেৱৰ ওচৰলৈ পঠিয়াই দিলে। মাহচেৰেক

পিছত সূৰ্য্যবৰৰ ভৱিষ্যত-বাণী ফলিয়ালে। ৰজা সন্তুষ্ট হৈ সূৰ্য্যবৰক সোণৰ লগুণ দি সোণামুৰা নাম দিলে। মানুহ-দুনুহ লগত দি পৰশুৰাম কুণ্ডলৈ পঠালে আৰু পৰশুৰাম কুণ্ডৰপৰা উলটি অহাৰ পিছত কনৌজলৈ নপঠাই জ্যোতিষীয়া দৈৱজ্ঞৰ ৰবদলৈ পাতিলে। কনৌজৰ পৰা তীৰ্থ কৰিবলৈ অহা গঙ্গাৰ পাৰৰ দৈৱজ্ঞ-ব্ৰাহ্মণ লুইতৰ পাৰত বন্দী হৈ ৰ'ল।

'তয়ো খোৰা, ময়ো খোৰা, লেফেৰা ৰবৰবা সিও খোৰা।' ভাল হৈছে। এইষাৰ কথা কৈছিল খোৰা ৰজাই টাবলুঙীয়া নগাৰ খুনবাওক উদ্দেশ্য কৰি। ৰজা চৰাইখোৰোঙত থাকোঁতে খুনবাৰে ভাৰ-ভেটি লৈ আহি দেখা কৰিলত ৰজাই সন্তোষ পাই হাজিসখি পতাই কৈছিল, 'তযো খোৰা, মযো খোৰা । ভাল হৈছে। এই বুলি মাছ খাবলৈ বিল এখন, মাটি ২০ পুৰা, মানুহ ২০ টা দিলে। চৰাইখোৰোঙতে ঘৰ-দুৱাৰ সজাই তিৰোতা এজনী বিয়া কৰাই দিলে। আৰু ক'লে, 'বছৰি আহি এই ঘৰতে থাকিবি। এই বিলৰ মাছেৰে শুকতি কৰি নিবি। মাটিৰ ধান নিবি।' টাবলুঙীয়া চাঙৰ লগত সেযেহে সম্বন্ধ বহুত পুৰণি।

খোৰা ৰজাই তেওঁৰ দীঘলীয়া শাসন কালত বহুতো নতুন নতুন কাম কৰি চুকাফাই পাতি থৈ যোৱা ৰাজ্যখন শক্তিশালী কৰি তুলিছিল। কোঁচ ৰজাই আংশিক ভাবে দখল কৰিছিল যদিও সি আছিল নিতান্তই খন্তেকীয়া। বুকু কাৰ্জ্যয়ে ধন-সোণৰ ভেটি দি মনভঙ্গা দুই-চাৰিজন বিষয়াৰ পৰোক্ষ নিষ্ক্ৰিয়তা এই পৰাজযৰ কাৰণ আছিল। নৰনাৰায়ণ ভটীয়াই যোৱাৰ অলপ দিনৰ পিছতে কলিয়াবৰ—সলালৈকে পুনৰ অধিকাৰ কৰি লয আৰু সলাত থাকিবলৈ সলাল গোহাইৰ বাব সৃষ্টি কৰি বৰগোহাই ফৈদৰ লেচাইজং ( লেচাইডাং ) নামেৰে ডেকা এজনক পোন প্ৰথম সলাল গোহাই পাতিলে আৰু আগলৈকো বৰগোহাইৰ মানুহেই এই বিষয় খাবলৈ নিবন্ধ কৰি দিলে। শিলত পেলাই ধুমেৰে খুন্দি প্ৰাণদণ্ড দিবলৈ ক্ষমতা দিলে। সেয়েহে সৃষ্টি হ'ল, 'যাক নোৱাৰিলে সলালৰ শিলে, তাক কি কৰিব ধদুৱাৰ কিলে।' 'সলালৰ শিল' আছিল বহুতৰে আতঙ্কৰ কাৰণ।

চুতীয়া ৰাজ্য অধিকাৰ কৰিবৰ সময়ত যিবোৰ বস্তু পাইছিল তাৰে ভিতৰত আছিল এখন কেকোঁৰা-দোলা। সেই দোলাৰে আহিঁ লৈ ওপৰে কেঁকোৰা মাৰি দি, ঢেকৰত দাপোণ লগাই নতুনকৈ কেঁকোৰা দোলা কৰিলে। স্বৰ্গদেও, ডাঙৰীয়া তিনিজনা আৰু দুজনা দাঁতিঅলীয়া গোহাঁয়ে কেঁকোৰা-দোলা পায়। নতুনকৈ বিষয়া নিয়োগ হোৱাত সেই কেঁকোৰা-দোলাৰে চালিমাৰি পোনাই ঢেকৰ দীঘলাই পহিঁ চাঙী নাম দি এবিধ দোলা তৈয়াৰ কৰি চাওপ্ৰেট বুঢ়াগোহাঁয়ে চৰাত বাহিৰলৈ পোৱা ফুকন কেইজনক দিযালে। তেতিয়াৰে পৰা বাহনৰ ভিতৰত পহিঁ চাঙী সোমাল।

চান্দকলা কুঁৱৰীক আনি চিনাতলী বাহৰ পোৱালেহি। তাৰে পৰা ৰজাও লগতে আহিল। অলপ দিনৰ পিছতে নৈঋত কোণত এটি নেজাল তৰা ওলাল। বাৰ হাতমান দীঘল নেজ হ'ব। নেজাল তৰা দেখি ৰজা-প্ৰজা উভয়ৰে আতংক সৃষ্টি হ'ল। দেওধাই বাইলুং মাতি আনি কুকুৰা ঠেং মাৰি মঙ্গল চোৱালে। মঙ্গলত ক'লে, 'ৰজা, ৰাজকোঁৱৰে দৰা হৈ কন্যা আগবঢ়াই অনাৰ নিয়ম নাই। কন্যা ৰজাৰ ঘৰলৈ আনি তাত চকলং কৰাৰহে নিযম। বৰকুঁৱৰী, পৰ্বতীয়া কুঁৱৰী, ৰাইডঙীয়া কুঁৱৰী এই তিনি কুঁৱৰীৰ সন্তান কন্যা আনিবলৈ যাব নেপায। এই ৰীতি অমান্য কৰি স্বৰ্গদেও চিনাতলী বাহৰলৈ আগ বাঢি যোৱাৰ বাবেই এই অমঙ্গল দেখুৱালে। নহ'লে বজ্ৰপাত হ'লহেঁতেন।' তেতিযাৰে পৰা আহোম-ৰাজকোঁৱৰৰ কোনোবা লগা-ভগা মানুহ গৈ কন্যা আগবঢ়াই আনি ৰজা ঘৰত চকলং কৰিছিল।

খোৱা ৰজা বুঢ়া হৈ আহিছিল। এসময়ত তিনিকুৰি দহ বছৰো পাৰ হৈ গৈছিল। কিন্তু চেঙেলীয়া কালতে হাতীৰ খেদা-চিকাৰত যি ৰাপ বহিছিল, তাক বযসে পাহৰাব পৰা নাছিল। মৃত্যুৰ পাঁচ বছৰৰ আগতে দিবাংমুখত হাতী ধৰিবলৈ গৈছিল। হাতীৰ চোঙত পালী দিবলৈ কছাৰী, চুতীয়া আৰু মৰাণৰ পাইক নিযুক্ত কৰি হাতীবৰুৱা বিষয় সৃষ্টি কৰিছিল। এই সময়তে কছাৰী, চুতীয়া আৰু মৰাণৰ পাইক ফালি আনি নতুনকৈ হাতী চুঙ্গি অৰ্থাৎ হাতী যোগনীয়া খেল সৃষ্টি কৰিছিল। হাতী-

বৰুৱাৰ অধীনত হাতী-ধৰা, হাতী প্ৰতিপাল কৰা, হাতীক শিকনি দিয়া আদি কাম চলিছিল।

চুখামফা খোৰাৰজাৰ মুখত ঘা লাগিছিল। সেই ঘা দিনক দিনে বাঢ়ি আহিছিল। এসময়ত একোকে খাব নোৱৰা হৈছিল। শলগুৰিত থাকোঁতেই গা-বেয়া লাগিছিল। তাৰপৰা আহি গড়গাওঁ পাই অসুখ অধিক বৃদ্ধি পাইছিল। পিছলৈ মুখত বিন্ধা ফুটি বিহ-পানী ওলাইছিল। বেজে এন্দুৰীয়া ৰোগ বুলি কৈছিল কিন্তু চিকিৎসাই সমূলি ফল দিয়া নাছিল। এসময়ত গা-ঘাটিছিল আৰু গা-বাজিছিল। সৰহ দিন নাই। বৰপুত্ৰ লাঙ্গি গোহাঁইক মিছা অপবাদ দি সোণাৰি কুঁৱৰীয়ে খেদোৱাইছিল ৰেৱতী গাঁৱৰ লাইহামৰ বাৰীতে ঘৰ-দুৱাৰ সাজি, খেতি-বাতি কৰি খাই আছিল। শৰীৰ যেতিয়া কাহিল হৈ আহিল, তেতিয়া লাঙ্গি গোহাঁইক মতাই আনি তিনিজনা ডাঙৰীযাৰ সাক্ষাতে ৰজা পাতিবলৈ অনুৰোধ কৰিলে। ভালেমান দিন মুখেৰে একো খাব নোৱাৰি অনাহাৰে থাকি মৃত্যু হ'ল। ইযাৰ এঘাৰ আৰু ন বছৰৰ আগতে বৰকুঁৱৰী আৰু পৰ্ব্বতীযা কুঁৱৰীৰো মৃত্যু হৈছিল। খোৰাৰজাক চৰাইদেওত মৈদাম দিযা হ'ল।

চুখামফা খোৰাৰজাদেৱৰ শ গোৰ কঁৰিবলৈ উলিওৱাৰ আগতেই লাঙ্গি গোহাঁইক সাত সেৱা কৰি ডাঙৰীয়া তিনিজনাই ৰজা পাতিলে। ৰজাৰ ঘৰত গোটখোৱা বিষয়া-পাইকেও সেৱা কৰিলে। তেওঁ আহোম মতে নাম ললে চুচেংফা, হিন্দুমতে বুদ্ধি-স্বৰ্গ-নাৰাযণ। বুঢ়া বযসত ৰজা হোৱা বাবে মানুহে বুঢ়াৰজাও বুলিছিল। আহোম ৰাজ্যৰ সীমা বহলাই সু-সংগঠিত কৰাৰ বাবে তেওঁৰ জনপ্ৰিয় নাম হ'ল প্ৰতাপসিংহ।

নাম ৰত্নমালা। এটি ৰূপৱতী কোঁচ কুঁৱৰী। মিত্ৰতাবন্ধনৰ

অৰ্থে স্বৰ্গদেও প্ৰতাপসিংহলৈ যাচি দিছিল ৰজা নৰনাৰায়ণে। যামিনী কাৰ্জি আৰু পতালসিং কাৰ্জি এই দুইক হাতত পত্ৰ-সন্দেশ দি জনালে, 'স্বৰ্গদেৱৰ লগত পূৰ্বৰ যি সম্প্ৰীতি আছিল, সেই সম্প্ৰীতি ভঙ্গ হ'ল। এইটো আমাৰ দোষ হৈছে। সেই দোষ মৰ্ষণাৰ্থে আমি ওলত মাৰি অনা চাৰিওজন কোঁৱৰক ঘূৰাই পঠালোঁ। পূৰ্বপ্ৰীতি সংস্থাপৰ অৰ্থে ৰত্নমালা কুঁৱৰীক স্বৰ্গ-দেৱলৈ নিবেদিছোঁ। যথাৰত গ্ৰহণ কৰিব।'

সোন্দৰ গোহাঁই প্ৰমুক্ষে চাৰিওজন কোঁৱৰ, যামিনী কাৰ্জি, পতালসিং কাৰ্জি আৰু বহুতো বৃত্তিযাল মানুহ আহি কাজলী-মুখ পালেহি। লগতে আহিল আহোম কটকী লেতাউ। যুদ্ধৰ সময়ত যিবোৰ মানুহ ধৰি নিছিল সেইবোৰ মানুহকো এৰি দিলে লগে-ভাগে দলে-বলে সকলো মানুহ ঘৰলৈ উলটি আহিল। আটাইবোৰ কাজলীমুখতে ৰৈ কোঁচৰ দুই কটকী আৰু আহোম কটকী লেতাউক স্বৰ্গদেৱৰ ওচৰলৈ পঠালে।

লেতাউৰ বিষয়-বাব গ'ল। কোচবিহাৰৰপৰা উলটি আহি স্বৰ্গদেৱৰ আগত সবিশেষ নিবেদন কৰোঁতে সুধিলে, 'তোৰ লগত কোন কোন কটকী আহিছে।' লেতাৱে নাম পাহৰি বোলে, 'গৰুৰ যে এটা শিং তললৈ যায তাক যি বোলে, সেই কটকী আহিছে।' গৰুৰ এটা শিং তললৈ গ'লে পতালশিঙীয়া বোলে। সেইটো সোঁৱৰাই দিযাত বোলে, 'পতালসিং কাৰ্জি আহিছে।' যামিনী কাৰ্জিৰ নাম পাহৰি বোলে, কেঁকোৰাৰ নাৱেৰে যে উজায সেই কটকী আহিছে। লেতাও কটকীৰ কাৰ্য্যত অসন্তুষ্ট হৈ তেতিযাই পোন্ধৰ ঘৰ বামুণ কটকী নিযুক্ত কৰিলে। কলীয়া, চতুৰ্ভূজ, ধৰাধৰ, চণ্ডীবৰ, একাদশ, ঠাকুৰি, ৰামকন্দলি, বৰগুৰু, সাগৰ কন্দলি, বৰ কন্দলি, চোট কন্দলি, বিৰিণা, নিৰহ এই পোন্ধৰ ঘৰ।

কোচবিহাৰৰ পৰা অহা মানুহ কাজলীমুখত থাকোঁতেই ৰজাই নামডাঙৰ কাষত সকলো মানুহলৈ ঘৰ-দুৱাৰ সজাই থলে। কাজলীমুখত নাও এৰি সোন্দৰ গোহাঁইৰ দল বামলৈ উঠি উজাবলৈ ধৰিলে। এসময়ত আহি দলে-বলে সকলো নামডাঙৰ পাৰত

উঠিলহি। অসমৰ যিবোৰ মানুহ ধৰি নিছিল তাৰেপৰাই খেলে খেলে ভগাই দিলে। কোচবিহাৰৰপৰা অহা সৰহভাগ বৃত্তিয়াল মানুহেই জাতত কোচ-কলিতা। কোনোবা কোচ আছিল যদিও সেই সময়তে কলিতাৰ বুকুত সোমাই পৰিল। ভাটীৰপৰা আহি বহা বাবেই নামডাং দিয়োঁৰ মাজৰ এই অঞ্চলৰ নাম ভটীয়াপাৰ হ'ল। তেতিয়াৰেপৰাই অসমৰ সৰহভাগ কলিতা মানুহেই বৃত্তি অনুসৰি জনাজাত হ'ল। কমাৰ কলিতা, কুমাৰ কলিতা, চমাৰ কলিতা, কঁহাৰ কলিতা, নট কলিতা, নাপিত কলিতা, সোণাৰি কলিতা ইত্যাদি।

বৰগুৰু কটকী হ'ল নতুনকৈ নিযুক্তি পোৱা বামুণ কটকী। নৰনাৰায়ণ ৰজাৰ ইচ্ছা অনুসৰি ৰত্নমালা কুঁৱৰীক আনিবলৈ জোৰণ দি পঠালে। লগত গ'ল পতালসিং আৰু যামিনী কাৰ্জি। কোচবিহাৰত বৰগুৰু কটকীক ৰাজকীয় ধৰণে তুলি অনেক বস্ত্ৰ-অলঙ্কাৰৰ যৌতুক দি ৰত্নমালা কুঁৱৰীক উলিয়াই দিলে। কোচবিহাৰ আহোমৰ আকৌ মিত্ৰতা স্থাপন হ'ল।

লগুণৰ গুৰি লেকাই চৌতিযা। চিলাৰায়ে হাবুং আক্ৰমণ কৰিবৰ সমযত ভালেমান আহোম, কছাৰী, মৰাণ আৰু বৰাহী মানুহেও লগুণ পিন্ধি ৰণ কৰিবলৈ গৈছিল। ৰণ ভাগিলত ৰজাই সকলো অব্ৰাহ্মণকে লগুণ গুচাবলৈ আদেশ দিলে। কোনো কোনোৱে গুচালে, কোনোৱে নগুচালে। ৰজাই লেকাই চৌতিয়াক বিচাৰ কৰিবলৈ আদেশ দিলে। লেকাই চৌতিয়াই ভেটি থাই অব্ৰাহ্মণৰো লগুণ ৰাখিলে, আৰু ভেটি খাবলৈ নেপাই ব্ৰাহ্মণৰো লগুণ গুচালে। সেই বাবে লেকাই চৌতিয়াক লোকাই চৌতিয়াও বোলে। লেকাই চৌতিযা পূৰ্বতে গোহাঁই মানুহ, লগুণ-গুচুৱা কাৰ্য্যত অন্যায কৰা বাবে চৌতিয়া খেললৈ অৱনমিত কৰিলে। লগুণৰ গুৰি লেকাই চৌতিয়া এই প্ৰবচনটিৰো সৃষ্টি হ'ল।

প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত ব্ৰাহ্মণসকলৰপৰা আকৌ আপত্তি আহিল। এয়া প্ৰায় আঢ়ৈকুৰি বছৰৰ পিছৰ কথা। চিলাৰাযৰ যুদ্ধৰ দুবছৰৰ পিছতে লগুণ বিচাৰ কৰোঁতেই লেকাই চৌতিয়াই কেৰোণ গুচাব নোৱাৰিলে। এতিয়া প্ৰায় আঢ়ৈকুৰি

বছৰ পাৰ হ'ল। নতুনকৈ লগুৱা পিন্ধা ব্ৰাহ্মণবো দ্বিতীয়-তৃতীয় পুৰুষ সোমাল। ৰজাই উপায়হীন হৈ এই শ্ৰেণীৰ ব্ৰাহ্মণৰ নামৰ শেষত আল প্ৰত্যয়যুক্ত একোটা নাম লগাই দিলে। পিঠিআল, চাপৰিআল, ঘৰিআল, কাষৰিআল, দিলিহাল, ঘঁৰিযাল, দিচৈআল, নেঘেৰিআল, নেজাল, ঠেহাল, হাবুঙীয়াল, শিহুৰাল, ঘটাল, পেটাল, উলুৰাল, মলুৰাল, ফাটোৱাল, ভঁৰাল ইত্যাদি। আহোম কছাৰী, বৰাহী, মৰাণৰ ৰক্ত ব্ৰাহ্মণৰ সৈতে সংমিশ্ৰিত হ'ল। গঙ্গাৰ এসুঁতি লুইতৰ এসুঁতিৰ লগত মিলি বৈ গ'ল। হাবুঙীয়া ব্ৰাহ্মণেও বৈদিক আচাৰ ৰীতি পাহৰি হাতীঘাঁহীৰ কাম কৰি আছিল। এই সময়তে তেওঁবিলাকো নতুন শ্ৰেণীত সোমাল।

প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনতেই হিন্দু ধৰ্ম আৰু সংস্কৃতিয়ে আহোম ৰাজ্যত গা কৰিবলৈ সুবিধা আৰু সুযোগ পায়।

মৃত্যুৰ সময়ত চুখামফা খোৰা ৰজাই বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰ গোহাঁই, লেচাম ফুকন আদিৰ সাক্ষাতে মনৰ কথা জনোৱাত লাঙিগ গোহাঁইক ৰজা পাতিলে। লাঙিগ পঞ্চম পুত্ৰ। আহোমে সাধাৰণতে নামৰ আগত লা সংযুক্ত কৰি পিছত সংখ্যাবাচক শব্দ যোগ কৰি পুত্ৰ-সন্তানৰ নাম ৰাখে। লা + আই —লাই, প্ৰথম পুত্ৰ। তেনেকৈ লা-ঈ, লা-ছাম, লা-ছাই ( লেচাই ), লা-ঙি, লা-ৰুক, লা-ছিত, লা-পেত ইত্যাদি। লা-শব্দৰ পিছত অন্য শব্দ যোগ কৰিও নাম ৰাখে। বহুতে আকৌ লা শব্দৰ পৰিবৰ্ত্তে লুক্ শব্দও ব্যৱহাৰ কৰে। বোধকৰোঁ আগৰ কেইজন পুত্ৰ ইতিমধ্যে মৃত্যু হৈছিল নতুবা ৰজা হবৰ বাবে যোগ্য নেদেখি লাঙিগ গোহাঁইক ৰজা পাতিছিল। পিছে লাঙিগ গোহাঁইৰ গাত সৰুবেপৰা দেও জঁকিছিল আৰু এটি শিৱলিঙ্গ লগত ৰাখি ফ্ৰা-গ্ৰা দেৱতা বুলি আহোম নিয়মে পূজা পাতল দিছিল। ৰাজপাটত বহি ৰজাই বোলে, "মোৰ গাত যে দেও আছে, সেই দেওৰ জঁক উঠিলে মই কেনেকৈ ৰাজকাৰ্য্য কৰিম ?' এই বুলি গড়গাওঁ নগৰৰ ওচৰতে দিখৌৰ কাষত এটি মন্দিৰ সাজি নাম দিলে, মহেশ্বৰ-ঘৰ। ব্ৰাহ্মণ, নট, বিয়াহ-গোৱা, বাদ্য-ভণ্ড সকলো মহেশ্বৰলৈ উচৰ্গি, দেও গাৰপৰা এৰুৱাই থলে। তেতিয়াৰে-

পৰা মহেশ্বৰ ব্ৰাহ্মণ সেৱাইত হ'ল। ব্ৰাহ্মণক দেৱোত্তৰ-ব্ৰহ্মোত্তৰ দি সংস্থাপিত কৰিলে।

নাজিৰাহটীয়া সোণাৰিৰ ছোৱালীবোৰ ধুনীয়া। সোণাৰি-শালত গঢ়ি-পিতি উলিওৱা প্ৰতিমা যেন। চকুত-লগা ছোৱালী। ধুনীয়া দেখি ৰজাই লিগিৰী কৰি কাৰেঙলৈ আনে। লিগিৰীযেই এদিন লগৰী হৈ ৰজাৰ মনৰ কাৰেঙতো ঠাই উলিয়াই লয়। লিগিৰী ৰাণী হ'বলৈ পালেই কাৰেঙত জেঙা লাগে। চুহুংমুং দিহিঙীয়া ৰজাই জীৱনৰ বিয়লি বেলিকা নাজিৰাহটীয়া সোণাৰিৰ এটি দীপলিপ কন্যা কুঁৱৰী পাতিছিল। সেই কুঁৱৰীৰ লগনীয়া কথাই পিতা-পুত্ৰৰ যুদ্ধৰ অৱতাৰণা কৰিছিল। এই বেলি চুখামফা খোৰাৰজাৰ পাল। মেছলৌ কুঁৱৰীযে লিগিৰী পাতি অনা কাঞ্চনীযে ৰজাৰ আমঠুত এডুখৰি ঠাই উলিযাই ললে। লগাই-যুঁজাই ৰঁজাৰ কোঁৱৰসকলক কাৰেঙৰপৰা খেদাই নাহৰক কোঁৱৰ পাতি সিংহাসনলৈ বাট পোনাইছিল। খোৰাৰজাৰ মৃত্যু হ'ল। লাঙ্গি গোহাঁই সিংহাসনত বহিল।

ৰাজকাৰেঙত অৱহেলিত ৰাজকোঁৱৰক গড়গাঁৱৰপৰা খেদি নাজিৰাব ৰেৱতী গাঁৱত থৈছিল। এনেকৈ থাকোঁতে এদিন নৰাই চোমদাৰৰ পুখুৰীত বৰশী বাইছিল। হলা গছ পালে আটাযে বাগী কুঠাৰ মাৰে। অনাদৃত ৰাজকোঁৱৰক কাঞ্চনী কুঁৱৰীৰ ককাই-ভাযেক কেওটাই বৰশী বাওঁতে গালি পাৰিছিল ইতিকিং কৰিছিল। ৰজাৰ জেঠৈৰিযেক-খলশালিয়েক, গতিকে ৰাজকোঁৱৰে জেঙা নবঢাই নীৰৱে সহি আছিল। বছৰ বাগৰি গৈছিল, সময সলনি হৈছিল। অনাদৃত ৰাজকোঁৱৰ দৈৱক্ৰমে সিংহাসনলৈ উলটি আহিছিল। ৰেৱতী গাঁৱত থাকোঁতে যিবোৰে উপকাৰ কৰিছিল, তেওঁবিলাকক বিষয-বাসনা দি ভাল মানুহ পাতিলে। কিন্তু কাঞ্চনী কুঁৱৰীৰ ককাযেক-ভাযেকহঁতে কৰা লাঞ্ছনাৰ প্ৰতিশোধ লৈ প্ৰাণদণ্ড দিলে।

স্বৰ্গদেও প্ৰতাপসিংহৰ দিনতেই তেওঁৰ ৰাজ্যত বৈষ্ণৱ ধৰ্মৰ সত্ৰানুষ্ঠান স্থাপিত হবলৈ ধৰে। সেই সময়তেই কিন্তু আহোম ৰজাঘৰত শাক্ত ধৰ্মৰ বীজো সোমায়। সমসাময়িক কোচৰজা

নৰনাৰায়ণে বৈষ্ণব ধৰ্মগুৰু শঙ্কৰদেৱ—মাধৱদেৱক আশ্ৰয় দি ধৰ্ম-সাহিত্য চৰ্চা কৰিবলৈ সুবিধা দিছিল আৰু সেই ৰজাঘৰতেই মাটিৰ প্ৰতিমাৰ দুৰ্গাপূজা মহাপয়োভৰেৰে অনুষ্ঠিত হৈছিল। সম্ভৱতঃ ই গঙ্গা উপত্যকাৰপৰা বগুৰা বাই আহি কোচবিহাৰত সোমাইছিলহি। কোঁচ ৰাজ্যৰপৰা উলটি অহাৰ পিছত সোন্দৰ গোহাঁইৰ লগত ৰজাই কথা-বতৰা হৈছিল আৰু কথা প্ৰসঙ্গতে কোঁচ ৰজাৰ ঘৰত মাটিৰ মূৰ্ত্তি সাজি শাৰদীয়া দুৰ্গা পূজা পতাৰ কথা উল্লেখ কৰিছিল। ৰজা আকৰ্ষিত হৈছিল। এসময়ত জনচেৰেক মৰাঙ্গিযাল খনিকৰক প্ৰতিমা-সজা বিদ্যা শিকিবলৈ পঠাইছিল। মাহচেৰেক পিছত খনিকৰ উলটি আহিল আৰু সেই বছৰেই দেৱীঘৰত দুৰ্গা-পূজা পাতিলে—ৰাজকীয় আড়ম্বৰেৰে। ধৰ্মীয় দিশতকৈ উৎসৱীয় দিশটোহে প্ৰধান আছিল।

আহোম স্বৰ্গদেওসকলে যুদ্ধতকৈ মিত্ৰতাহে অধিক বাঞ্ছা কৰিছিল। কোনোবা ৰজাই কন্যা যাচিলেই মিত্ৰতা কৰিবলৈ আগ বাঢ়ি গৈছিল। তেনেকৈ গৌড়, কমতা, কোঁচ, মণিপুৰ, মৰাণ, বৰাহী, কছাৰী সকলোৰে সৈতে বৈবাহিক মিত্ৰতা স্থাপন কৰিছিল। নৰনাৰাযণ ৰজাৰ আগ বয়সত পুত্ৰ-সন্তান নাছিল, গতিকে চিলাৰাইৰ পুত্ৰ ৰঘুদেৱনাৰাযণক যুৱৰাজ পাতিছিল। পিছ বয়সত নিজৰো এটি পুত্ৰ হোৱাত লক্ষ্মীনাৰায়ণ নাম দি যুৱৰাজ পাতি ৰঘুদেৱনাৰায়ণক উজানলৈ পঠাই ঘিলাবিজযপুৰত ৰাজধানী পাতি দিলে। ইতিমধ্যে চিলাৰাই আৰু নৰনাৰাযণ দুযো মৰিল। ৰঘুদেৱ আৰু লক্ষ্মীনাৰায়ণৰ মাজত অসূযা-অপ্ৰীতিত দিন গৈছিল। সেযেহে এদিন ৰঘুদেৱে চিন্তা কৰিছিল, 'পূবে আহোম, পশ্চিমে লক্ষ্মীনাৰাযণ, মাজত মই। লক্ষ্মীনাৰায়ণে কন্যা দি মিত্ৰ হৈ স্বৰ্গমহাৰাজাৰে এক হৈ মোৰ ৰাজ্য দখল কৰি লবলৈ কিমান পৰ?' এই বুলি ৰঘুদেৱনাৰাযণে জীয়েক মঙলদৈ কুঁৱৰীক বিয়া দি স্বৰ্গদেৱৰ লগত মিত্ৰতা স্থাপন কৰিলে।

কোঁচ ৰাজত্বৰ প্ৰভূত্ব সিমান দীঘলীয়া নহয়। চিলাৰায়ৰ মৃত্যুৰ পিছত ৰঘুদেৱে বিদ্ৰোহ কৰিবলৈ কুৰুং-কাবাং কৰিছিল।

কাৰণ, নৰনাৰায়ণে চিলাৰায়ৰ মাজু পুতেক ৰঘুদেৱক পুত্ৰ-বোধে তুলি লৈ যুৱৰাজ পাতিছিল। নিজৰ পুত্ৰ লক্ষ্মীনাৰায়ণ জন্মিলত তেওঁকো যুৱৰাজ পাতিলে। এই কথাত ৰঘুদেৱ ৰুষ্ট হ'ল আৰু বিদ্ৰোহ কৰিবলৈ মনস্থ কৰিলে। ৰঘুদেৱৰ মনৰ কথা এজন পাত্ৰই নৰনাৰায়ণক জনোৱাত, তেওঁক ৰাজ-মেললৈ আহিবলৈ নিদি নিজৰ ঘৰতে থাকিবলৈ দিলে। ৰঘুদেৱে কথা বিধাৰণ দেখি লগত কিছুমান বিশ্বাসী মানুহ লৈ সোণকোষ নৈ পাৰ হৈ পুবলৈ আহি ঘিলাত নগৰ পাতি ঘিলাবিজয়পুৰ নাম দি স্বতন্ত্ৰ ৰজা হ'ল। ৰঘুদেৱে তাতে থাকি পুনৰ সোণকোষ পাৰ হৈ গৈ নৰনাৰায়ণক আক্ৰমণ কৰিলে। নৰনাৰায়ণে ৰঘুদেৱক পৰাস্ত কৰি ৰাজছত্ৰ কাঢ়ি ললে। তেতিয়াৰেপৰা কোচবিহাৰ আৰু কোচ-হাজো দুঘৰ হ'ল। দুয়োঘৰৰ অসূয়া—অপ্ৰীতিও দিনক দিনে বাঢ়ি আহিবলৈ ধৰিলে। লক্ষ্মীনাৰায়ণে মোগল বাদশাহলৈ কন্যা দি বশ্যতা স্বীকাৰ কৰি মিত্ৰ হ'ল। এই মিত্ৰতাৰ সূত্ৰ ধৰি আহি এদিন মোগলে কোচবিহাৰ হাত কৰি ললে, কোঁচ-হাজোও মোগলৰ অধীন হ'ল। বিশ্বসিংহই তেওঁৰ ওঠৰ কুমাৰক একোখন পৰগণা দি সংস্থাপিত কৰিছিল। তেওঁবিলাক কালত একোজন শাসনকৰ্ত্তালৈ ৰূপায়িত হ'ল।

ৰঘুদেৱ মৰিল। পুতেক পৰীক্ষিতনাৰায়ণ ৰজা হ'ল। পৰীক্ষিত সুদক্ষ শাসক নাছিল আৰু জনপ্ৰিয়ও নাছিল। গতিকে ৰঘুদেৱৰ কুঁৱৰী, পৰীক্ষিতৰ বৈমাতৃ মধ্যাক্ষিণীয়ে এজনী দাসী পঠিয়াই লক্ষ্মীনাৰায়ণক কোৱালে, 'আমাৰ ৰজা মৰিল। পৰীক্ষিত-নাৰায়ণ ৰাজ্য ৰক্ষা কৰিবলৈ সমৰ্থ নহয়। এই সময়তে ৰাজ্য অধিকাৰ কৰি লওকহি।' এই বাতৰি পাই লক্ষ্মীনাৰায়ণ খেদি আহিল। যুদ্ধত লক্ষ্মীনাৰায়ণৰ ভায়েক বলিনাৰায়ণক কাটিলে। চূড়াচান্দ কাৰ্জি, সতানন্দ কাৰ্জি, পাৰ্থু কাৰ্জি, ভোলা কাৰ্জি আৰু পুলক কাৰ্জি বন্দী হ'ল। লক্ষ্মীনাৰায়ণ কোচবিহাৰলৈ উলটি গ'ল। কাৰ্জিসকলে আনুগত্য প্ৰকাশ কৰি পৰীক্ষিত-নাৰায়ণক সেৱা কৰিলে। তাৰে ভিতৰৰে পাৰ্থু কাৰ্জিয়ে সেৱা নকৰিলে। ৰজাই দায় ধৰি সুধিলত ক'লে, 'মহাৰাজ, সেৱা

কৰিলোৱেই বা নকৰিলোঁৱেই, মই তোমাৰ বন্দী। সেৱা নকৰাৰ বাবে কিয় দায় ধৰা।' এনেতে লক্ষ্মীনাৰায়ণে ৰঘুদেৱৰ ৰাজছত্ৰ ঘুৰাই দিলে। পৰীক্ষিতনাৰাযণেও কাৰ্জিসকলক মুক্তি দিলে। পাৰু কাৰ্জিকে ধৰি সকলোৱে সেৱা কৰি নিজ ৰাজ্যলৈ উলটি গ'ল। পাৰু কাৰ্জিক সুধিলে, 'তই যে এতিয়া সেৱা কৰিলি, আগতে নকৰিলি কিয়?' পাৰুৱে উত্তৰ দিলে, 'মহাৰাজ, লক্ষ্মীনাৰায়ণ যেনে, তুমিও তেনে। এতেকে এতিয়া তোমাক সেৱা কৰিলোঁ। আগতে সেৱা কৰা হলে, ক'লাহেঁতেন, বোলে, প্ৰাণৰ ভযতহে সেৱা কৰিছে। এতিয়া সেৱা কৰি নিজৰ ৰাজ্যলৈ যাওঁ।' কাৰ্জিসকল ঘূৰি গ'ল।

পৰীক্ষিতৰ দুৰ্বলতাৰ সুযোগ লৈ ভাযেক ইন্দ্ৰনাৰাযণে ককাযেকক প্ৰাণে মাৰিবলৈ মন্ত্ৰণা কৰিছিল। এই ষড়যন্ত্ৰৰ প্ৰমাণ পাই ভায়েক ইন্দ্ৰনাৰাযণক মেচৰ হতুৱাই ঘাড় মোচৰাই মাৰিলে। ইন্দ্ৰনাৰায়ণক এনেকৈ মৰোৱা দেখি ভাযেক মানসিংহই ঢেকেৰি পৰগণাৰ কিছুমান মানুহ লগত লৈ পলাই আহি গড়গাঁৱত ওলালহি। ৰজাৰ কোঁৱৰ দেখি দাঁতিঅলীয়া ৰজাৰ মৰ্য্যাদা দি নামৰূপত পাতি ৰজা নাম দিলে। লগত অহা মানুহবোৰক দিহিঙৰ দক্ষিণপাৰে সংস্থাপন কৰিলে। এই ঠাইডোখৰকে ঢেকেৰিডোবা বুলিছিল। কিছুদিনৰ পিছত পৰীক্ষিতনাৰাযণে মানসিংহক খুজি পঠাইছিল, প্ৰতাপসিংহ স্বৰ্গদেৱে শৰণাগত বুলি এৰি নিদিলে।

আহোম ৰাজ্যৰ পশ্চিমে কোঁচ-হাজো আৰু কোচবিহাৰ। দুযোখন কোঁচ ৰাজ্য। নৰনাৰাযণ-চিলাৰাযে বিজয অভিযানেৰে চাৰিওপিনে সন্ত্ৰাসৰ সৃষ্টি কৰা মাত্ৰ দুকুৰি বছৰেই পাৰ হোৱা নাই। দদাযেক লক্ষ্মীনাৰায়ণ আৰু ভতিজাক পৰীক্ষিতনাৰায়ণৰ বিৰোধ তীব্ৰতৰ হৈ উঠিল। পৰীক্ষিতে সোণকোষ পাৰ হৈ গৈ লক্ষ্মীনাৰাযণৰ ৰাজ্যৰপৰা ডকা-সোপা দি ধন-সোণ কাঢ়ি মানুহ-দুনুহ ধৰি আনে। ইযাৰে প্ৰতিকাৰ কৰিবলৈ লক্ষ্মীনাৰায়ণে মোগল বাদশাহলৈ জীযেকক দি মিত্ৰতা কৰিলে আৰু পৰীক্ষিতৰ বিৰুদ্ধে ব্যৱস্থা লবলৈ অনুৰোধ জনালে। চাহজাহান বাদশাই

মকৰম খাঁকে সেনাপতি পাতি পৰীক্ষিতক আক্ৰমণ কৰিবলৈ আদেশ দিলে। মকৰম খাঁ আহি ধুবুৰীত শিবিৰ পাতিলে। মোগলৰ কুবেৰ খাঁ আৰু কোচৰ সেনাপতি পুৰন্দৰ নস্কৰৰ মাজত তৰ্যা-মৰা ৰণ লাগিল। ৰণত ঠাৰৰিব নোৱাৰি মানাহ নৈ পাৰ হৈ আহি বৰনগৰত ৰ'লহি। তাৰেপৰা কটকী পঠিয়াই মকৰম খাঁক কোৱালে, বোলে, মোগল বাদশাহে নবাবক বঢ়াই-বৰ্জাই মিত্ৰতা কৰিবলৈহে পঠাইছিল, খেদা-খুৰা কৰি ফুৰিছে কেলেই?' এই বুলি কৈ মনে মনে প্ৰতাপসিংহ স্বৰ্গদেৱলৈ কটকী পঠাই ক'লে, 'বঙ্গালে আমাৰ ৰাজ্য আক্ৰমণ কৰিছে। এই সময়ত স্বৰ্গদেৱে সৈন্য-সামন্ত দি সহায় কৰক। এতিয়া আমি স্বৰ্গদেৱৰ ৰাজ্যৰ জেওৰা হৈ আছোঁ, বঙ্গালে যদি সেই জেওৰা ভাঙি আগ বাঢ়িল, এদিন স্বৰ্গদেৱৰ ৰাজ্য বঙ্গালৰ হাতত ধোবাৰ পাট হ'ব।' প্ৰতাপসিংহ স্বৰ্গদেৱে মাথোন জনালে, 'জেঠেৰি ৰজাই যদি মোগলক বলে পৰা নাই, আমাৰ ইয়ালৈকে আহক, মই ৰক্ষা কৰিম।' এনেতে মকৰম খাঁই পৰীক্ষিতনাৰায়ণক ফুচুলাই ধৰি দিল্লীলৈ পঠাই দিলে।

পৰীক্ষিতনাৰায়ণ এক প্ৰকাৰ নজৰবন্দী হৈ দিল্লী পালেগৈ। মোগল বাদশাহে ক'লে, 'লক্ষ্মীনাৰায়ণ তোৰ দদায়েৰ, পিতৃতুল্য। সেৱা কৰিবৰ যোগ্য। সেৱকৰূপে অধীনতা স্বীকাৰ নকৰি কিয় বিবাদ কৰ?' বাদশাহৰ প্ৰশ্ন শুনি পৰীক্ষিতে উত্তৰ দিলে, 'বাদশাহ, তুমি চক্ৰৱৰ্তী ৰজা হৈ কিয় অন্যায় আচৰণ কৰিবলৈ কৈছা?' যি নিজৰ ভাগ্যৰ বলত, ঈশ্বৰৰ কৃপাত ৰজা হৈ ৰাজ-সিংহাসনত বহে, তেওঁ নিজৰ পিতৃকো সেৱা কৰিব নেপায়। লক্ষ্মীনাৰায়ণ মোৰ দদাইহে, মই তেওঁক কিয় সেৱা কৰিম। সমান ৰজা। সিংহই নিজৰ ইচ্ছা আৰু বুদ্ধিৰেহে হাতী আদি কৰি পশু বধ কৰি আহাৰ কৰে, বান্দৰৰ আদেশত সিংহ নেমাৰে। গহীন-গম্ভীৰজনে কালৰ ইচ্ছা অনুসৰি বাঢ়ে কিম্বা টুটে। মাছক আনন্দ দিবলৈ বঢ়া-টুটা নকৰে।' পৰীক্ষিতৰ পানী-নসৰকা উত্তৰ শুনি চাহজাহান বাদশাহ নিৰুত্তৰ হৈ ৰ'ল। কিন্তু পৰিস্থিতি সাপেক্ষে মোগলক সাত লাখ টকা কৰ দিবলৈ অঙ্গীকাৰ

কৰি ধীৰনাৰায়ণ, দৰ্পনাৰায়ণ, সুৰনাৰায়ণ আৰু ভীমনাৰায়ণ এই চাৰিও পুতেকক জামিন বন্দী স্বৰূপে থৈ পৰীক্ষিতনাৰায়ণ উলটি আহিল। আহোঁতে আদৰবাটতে বাৰাণসীত (কোনোৰমতে প্ৰয়াগত) মৃত্যু হ'ল।

পৰীক্ষিতৰ মৃত্যু হ'ল। ভায়েক বলীনাৰায়ণে মোগলৰ অধীনতা স্বীকাৰ নকৰি স্বৰ্গদেও প্ৰতাপসিংহৰ আশ্ৰয় বিচাৰিলে গৈ। স্বৰ্গদেৱে বলীনাৰাযণক ধৰ্মনাৰায়ণ নাম দি দৰং অঞ্চলৰ কৰতলীয়া ৰজা পাতিলে। তেতিয়াৰ দৰঙৰ ৰাজ্যই লুইতৰ দুয়োপাৰ জুৰি আছিল আৰু ৰাজধানীও দক্ষিণপাৰেহে আছিল। এযেই দৰঙী ৰাজ্য আৰু দৰঙী ৰজাৰ গুৰি।

কপিলী উপত্যকাৰ দক্ষিণৰ পৰ্বতত দুখন ৰাজ্য। মানুহ বিলাকক চিণ্টেং আৰু খাইৰিম বোলে। তেওঁবিলাকৰ সংস্কৃতিত প্ৰাচীন অষ্ট্ৰিক উপাদান প্ৰচুৰ পৰিমাণে আছিল। মন্-খেমৰ শাখাৰপৰা উদ্ভূত ভাষা বয়। তেওঁবিলাকৰ সমাজ মাতৃপ্ৰধান। অসমীয়া মানুহৰ কামাখ্যা তেওঁবিলাকৰ কা মেই-খা, বুঢ়ীগোসানী। এসময়ত লুইতৰ পাৰলৈকে বসবাস কৰিছিল। ঘাইকৈ বানপানী আৰু প্ৰতিৰক্ষাৰ কাৰণতে পৰ্বতলৈ উঠি গৈছিল। চিণ্টেংসকলৰ বাসস্থান বৰাক উপত্যকালৈকে বিস্তৃত আছিল। এই চিণ্টেংসকলকে অসমীয়াই জয়ন্তীয়া বা জয়ন্তা বোলে। তেওঁবিলাকৰ বুঢ়ীগোসানী গৰাকীক অসমীয়াই জয়ন্তী দেৱী নাম দিযে। জয়ন্তীয়াসকলৰ সংস্কৃতিত ভালেমান হিন্দু উপাদান সোমাই বহু পৰিমাণে হিন্দুমুখী কৰি তোলে। খাইৰিমসকলৰ ৰাজ্যকে খৈৰামী ৰাজ্য নাম দিযে। এসময়ত আহোমসকলৰ সম্পৰ্ক এই দুযো জাতিৰে সৈতে স্থাপিত হয়। খাইৰিম বা খৈৰামসকলকে পিছলৈ মানুহে খাচী বা খাচীয়া বোলে। খাচীসকলক পৰাস্ত কৰি কছাৰী ৰজাই তেওঁৰ ৰাজধানীৰ নাম খাচপুৰ থয়।

জয়ন্তীয়া ৰজাৰ সৈতে আহোমৰ যোগসূত্ৰ স্থাপন হৈছিল স্বৰ্গদেও প্ৰতাপসিংহৰ দিনতে। জয়ন্তীয়া ৰজাই প্ৰতাপসিংহলৈ তিনিজনী কন্যা দিছিল বৈবাহিক সম্পৰ্ক স্থাপন কৰিবলৈ।

জয়ন্তীয়া ৰজা যশনাৰায়ণৰ দিনত এগৰাকী কুঁৱৰী আনিছিল সোন্দৰ গোহাঁয়ে। সাতগাঁৱৰ বাটেদি। গোভাৰ বাটেদি লাইসন্দিকৈয়ে আনিছিল এগৰাকী। তৃতীয় গৰাকী কুঁৱৰী আনিছিল ফুলবৰুৱাই। বাট একেটা। আহোম ৰজালৈ কন্যা দি কছাৰীক এশিকনি দিয়াই আছিল জয়ন্তীয়া ৰজাৰ উদ্দেশ্য।

সেয়া চুহুংমুং দিহিঙীয়া ৰজাৰ দিনৰ কথা। ডেৰচোংফা ৰজা যুদ্ধত মৰাৰ পিছত কছাৰী ৰাজ্য অৰাজক হৈ আছিল। ফুংডাং দলৈয়ে লগত এজন পাত্ৰক লৈ মৰঙীৰ বৰচেতিয়াক জনালেহি বোলে, 'গোহাঁই তিনিজনক জনাই স্বৰ্গদেৱক খুজি আমাক এজন ৰজা দিব লাগে।' গোহাঁইসকলে বোলে, 'কাক ৰজা পাতিব খোজে, নাম ধৰি খোজক।' ফুংডাং দলৈয়ে মদন কোঁৱৰৰ নাম ক'লে। ডাঙৰীয়াসকলে স্বৰ্গদেৱক জনালে। স্বৰ্গদেৱে দেওধাই বাইলুং মাতি আনি দিন-বাৰ চাই মদন কুমাৰক এটি আহোম কুঁৱৰী দি ৰজা পাতিলে আৰু মাক গডমা কুঁৱৰীক লগত দি পঠালে। নাম দিলে নিৰ্ভয়নাৰায়ণ। লগতে নিৰ্বন্ধ কৰিলে, 'পহুটো পাৰ যদি এটা পিৰা মোলৈ, এটা পিৰা বুঢ়াগোহাঁইলৈ বুলি আগ কৰি থাবি। কুৰিটা মানুহে সৈতে এটা খুংডাং মোৰ ৰাজ্যত থাকিব। এটা গ'লে আন এটা আহিব। বছৰে ছমাহে বা-বাৰ্তাৰি জনাই থাকিবি। বছৰি সাতোটা ঘোঁৰা দিবি।' এই বুলি ৰজাক দিলে, কেঁকোৰা দোলা এখন, সুণীয়া হেংদান এখন, কেপকৰা দলিচা এখন, সোণৰ গোটা খাৰু এযোৰ, কেৰু এযোৰ, কুনমিন এসাজ, মুক্তাৰ হাৰ এধাৰ, সোণৰ কলহ দুযোৰ, ৰূপৰ কলহ দুযোৰ, সোণৰ পিয়লা এটা, বানকাঁহী এখন, ৰূপৰ মাইহাং এখন, বেৰাকাঁহী এখন, সোণৰ জৰা এটা, ৰূপৰ জৰা এটা, খাট, তুলী আৰু আঠুৰা। কুঁৱৰীৰ লগতো শুবৰ-খাবৰ বস্তু অনেক দিলে। সেইদৰে মাকৰ লগত দহজনী বেটী আৰু দহোটা হাতী-ঘোঁৰা দিলে। এহেজাৰ মানুহ গৈ ৰজা-ৰাণীক আগবঢ়াই থৈ আহিলগৈ। তেতিয়াৰেপৰা নিৰ্ভয়নাৰায়ণ, দুৰ্লভনাৰায়ণ, আৰু মেঘনাৰায়ণ তিনিওজন ৰজাৰ দিনত সম্প্ৰীতিৰেই দিন পাৰ হৈছিল। যশনাৰায়ণ ৰজাই প্ৰতাপসিংহৰ দিনত জয়ন্তীয়া ৰাজ্য

আক্ৰমণ কৰি পৰাস্ত কৰিলে আৰু সন্ধ্যাৱলী নামে কুঁৱৰীক বিয়া কৰাই জয়ন্তীয়া ৰাজ্য অধীন কৰিলে। ধনমাণিকে বায়েক মুক্তাৰাণী, অমৰসেনা আৰু ভাগিনীয়েক যশমাণিকক ওল ৰাখি কছাৰীৰ ৰাজধানীলৈ পঠালে। ধনমাণিক মৰিলত যশমাণিক ৰজা হ'ল।

জয়ন্তীয়া ৰজাই স্বৰ্গদেৱলৈ কন্যা দিয়াৰ ৰাজনৈতিক স্বাৰ্থ আছিল। কছাৰী ৰজাৰ মানুহে চাউল ধান-মাহ বিক্ৰী কৰে শ্ৰীহট্টৰ বজাৰত। তালৈ জয়ন্তীয়া ৰাজ্যৰ মাজেদি যাব লাগে। এদিন জয়ন্তীয়া ৰজাই বোলে, 'কছাৰী মানুহে যে আমাৰ মাটি গৰকি গৈ বেচা-কিনা কৰে, তাৰ বাবে খুঁত দিয়ক।' কছাৰী মানুহে খুঁত দিবলৈ অমান্তি হোৱাত চাৰিভাৰ চাউল কাঢ়ি নিলে। কছাৰীৰ খুংডাঙে এই কথা ৰজাৰ আগত কোৱাত ৰজাই জয়ন্তীয়াৰ মানুহ ধৰি নিবলৈ আদেশ দিলে। কছাৰী সৈন্যযো খেদি যোৱাত জয়ন্তীয়াই উভতি ধৰিলে। ঘোৰ ৰণ লাগিল। ৰণত কছাৰী সাৰিল। কছাৰীৰ ওঠৰখন পৰগণা অধিকাৰ কৰি চিৰিপতি নামেৰে এজনক শাসনকৰ্ত্তা পাতি দিলে। এইদৰে অলপ দিন যোৱাৰ পিছতে সংঘটম হৈ কছাৰীয়ে জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰি ৰণত পৰাস্ত কৰে। খাচীয়া ৰজাক পৰাস্ত কৰাৰ বাবে কছাৰী ৰজাই নিজৰ ৰাজধানীৰ নাম ৰাখে খাচপুৰ। মুলাগুল নামৰ ঠাইকে দুযো ৰাজ্যৰ সীমা পাতি বৰাক নৈয়েদি অহা-যোৱা কৰি কছাৰীয়ে শ্ৰীহট্টৰ বজাৰত বেহা-বেপাৰ কৰিবলৈ ধৰিলে।

এইদৰে দিন বাগৰি গৈ আছে। কছাৰী আৰু জয়ন্তাৰ 'পেটে-পেটে অসূয়া। ঘাইকৈ কছাৰীৰ। তথাপি এদিন কছাৰী-জয়ন্তীয়া দুযো গোট খাই বোলে, 'আমি মিলা-প্ৰীতি স্থাপন কৰোঁ। তাৰ চিন স্বৰূপে দুযো মিলি চিৰা-জলপান খাওঁ।' জয়ন্তীয়াই আগতে খুৱাবলৈ গাত ললে। সেই মতে কছাৰীৰ মানুহ কপিলী পাৰ হৈ গৈ জয়ন্তীয়াৰ ৰাজ্যত ৰাজহুৱা সবাহ পাতি ধুমধামকৈ জলপান খালে। এইবাৰ কছাৰীৰ পাল পৰিল। জয়ন্তীয়াৰ মানুহ জলপান খাবলৈ কপিলী পাৰ হৈ আহিল।

একান্তমনে বং-আনন্দ কৰি জলপান খাই থাকোঁতে হাবিত লুকাই থকা কছাৰী সৈন্যই জয়ন্তীয়াৰ সকলো মানুহকে কাটিলে। এই কথাত জয়ন্তীয়া ৰজাই বৰ বিষম পালে। প্ৰতিশোধ লবলৈ বাট চাই থাকিল।

এনেতে আহিল মোগল সেনাপতি জামাল খাঁ। জামালখাঁই খাচপুৰ অধিকাৰ কৰি ওঠৰ পৰগণা বশ কৰি ললে। কছাৰী ৰজা যশনাৰায়ণ মাইবঙত থাকিল। পোনতে বলে নোৱাৰিব যেন দেখি হাতী, আগৰ কাঠ, সোণ-ৰূপৰ দুজোপা গছ দিবলৈ অঙ্গীকাৰ কৰি জামালখাঁক সন্তুষ্ট কৰি থলে। বাৰিষা হ'ল। বোকা-পানীয়ে বেৰি ধৰিলে। জ্বৰ-গ্ৰহণীয়ে মোগলক জুলুকি জুলুকিকৈ শিকালে। এনেতে এদিন যশনাৰায়ণৰ ভাযেক ভীমবল কোঁৱৰে পৱনা নামৰ হাতীৰে ৰাতিৰ আন্ধাৰত অতৰ্কিতে আক্ৰমণ কৰি জামাল খাঁকো কাটিলে আৰু বহুতো সেনাক মাৰিলে। বাকী সকলো মোগল সৈন্য বন্দী কৰি আনি ইটা পকাই, তাৰে নগৰৰ চাৰিওমেৰে গড় মৰালে।

জামাল খাঁক পৰাস্ত কৰি সাহস পাই ভীমবল কোঁৱৰে বৰাক নৈ পাৰ হৈ গৈ সিপাৰৰ ওঠৰখন পৰগণা জয় কৰি ওঠৰটা জমিদাৰ ধৰি আনিলে। সেই সুযোগতে জয়ন্তীযা ৰাজ্য জয় কৰি ল'লে।

জয়ন্তীযা ৰজা ধনমাণিকক পাঁচ বছৰ লোঁৱা লগাই বন্দী কৰি থৈছিল। এদিন ৰাতি ধনমাণিকে দেখে তেওঁৰ লোৰ শিকলি ডাল ছিগি গৈছে। মুকলি হৈ ধনমাণিক ৰজা পলাবলৈ ধৰিলে। অলপ দূৰ গৈছে, এনেতে দেখিলে বাটতে এটা বাঘ বহি আছে। বাঘটো দেখি ভয় নকৰি ৰজাই আঠুকাঢ়ি হাতযোৰকৈ ক'লে, 'মহামাযা, তুমি পাঁচ বছৰে মোক বন্দীকৈ থৈছিলা। এতিযা তুমিযে মুকলি কৰি দিছা। যদি মোক মাৰিবলৈ আহিছা, ঠাইতে মাৰা , যদি ৰক্ষা কৰিবলৈ আহিছা তেনেহলে বাট দেখুৱাই নিযা।' সচাঁকৈয়ে বাটে বাটে গৈ বাঘ জয়ন্তীপুৰ ওলালগৈ। ধনমাণিক ৰজা পলাই গ'ল বুলি জানি যশনাৰায়ণ কছাৰী ৰজাই পুনৰ ভীমবল কোঁৱৰক জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰিবলৈ আদেশ দিলে।

ধনমাণিক ৰজাই সন্ধ্যাৱলী নামেৰে নিজৰ এগৰাকী কন্যা দি মিত্ৰতা কৰি ৰাজ্য ৰক্ষা কৰিলে। ধনমাণিক ৰজা মৰিলত যশ-মাণিক ৰজা হ'ল। ধনমাণিকৰ দিনতে বায়েক মুক্তাৰাণী, অমৰ-সেনা আৰু যশনাৰায়ণক ওল দিছিল।

বাৰে বাৰে কছাৰীৰ হাতত লাঞ্ছিত হৈ যশমাণিক ৰজাই স্বৰ্গ-দেৱৰ লগত মিত্ৰতা কৰি দ্বন্দ-ভেদ নীতিৰে কছাৰীক এশিকনি দিবলৈ মন কৰিলে। এই উদ্দেশ্যে ৰূপৰাই আৰু ৰূপাবৰ (পুৰাই) নামেৰে দুজন কটকীক পঠাই কোৱালে, 'কছাৰীক বলেৰেও নোৱাৰোঁ, মিত্ৰতা কৰিও নোৱাৰোঁ, এতেকে স্বৰ্গমহা-ৰাজৰ অনুগ্ৰহ ভিক্ষা কৰিছোঁ, তেহে যদি ৰাজ্যও ৰক্ষা পৰে, দেহাও ৰক্ষা পৰে।' ৰূপৰাই আৰু পুৰাই আহি কপিলীৰ চকীত চকীয়ালক জনালে। চকীয়ালে পানীশিযাক জনালে। পানীশিযাই স্বৰ্গদেৱলৈ জনালে। স্বৰ্গদেৱে তিনিজনা গোহাঁইৰ লগত আলোচনা কৰি জযন্তীযা কটকী ৰূপৰাই আৰু ৰূপাবৰক গডগাঁৱত তুলিলে। জযন্তীযা কটকী দুজনে তেওঁবিলাকৰ ৰজাই কন্যা দি মিত্ৰতা কৰিবলৈ ইচ্ছা থকাৰ কথা জনালে। দুই কটকীক বঁটা-বাহন দি লগত নিৰহ আৰু সোণাবৰ কটকীক জয়ন্তীযা ৰজাৰ কুশল-মঙ্গল বাৰ্ত্তা লবলৈ পাঁচিলে। নিৰহ আৰু সোণাবৰ কটকীক আলহ-উদহকৈ সোধ-পোছ কৰি ক'লে, 'মোৰ এই বিপদৰ সময়ত যে স্বৰ্গমহাৰজাই বঁটা দি বা-বাতৰি লৈছে, মই সুখী হৈছোঁ। মযো কন্যা দি মিত্ৰতা স্হাপন কৰিম। যি হয়, জোৰণৰ বস্তু দি পঠাওক।' নিৰহ আৰু সোণাবৰ কটকীয়ে পুনৰ ৰূপৰাই আৰু ৰূপাবৰ কটকীক লৈ আহি গড়গাওঁ পালেহি। জয়ন্তীযাৰ কটকীক তুলি লগত সোভা তামুলী আৰু দামোদৰ কটকীক এইবাৰ জোৰণ দিবলৈ পঠালে।

জয়ন্তীয়াৰ কন্যা বিয়া কৰাবলৈ ইচ্ছা কৰা দেখি সেই সুযো-গতে কছাৰীক এশিকনি দিযাৰ উপায় চিন্তা কৰিলে। কটকীক জনালে, 'স্বৰ্গমহাৰাজাক ক'বি, 'গোভাৰ বাটত যৱন (মোগল) আছে। গতিকে সেই বাটে কন্যা নিব নোৱাৰে। কছাৰীৰ সাতগাঁৱৰ বাটেদি তেতেলীগুৰিয়েদি কন্যা নিয়াহে ভাল হ'ব।'

## ন

প্ৰতাপসিংহ স্বৰ্গদেৱৰ শৰ তেতিয়াও মৈদামলৈ নিযা নাই। তাৰ আগতে এজনাক সিংহাসনত বহুৱাই ডা-ডাঙৰীযাসকলে সাতসেৰা কৰাৰ নিযম। চুৰমফা বৰকোঁৱৰ স্বাভাৱিকতে সিংহাসনৰ উত্তৰাধিকাৰী। কিন্তু চঞ্চল, ৰজাৰ লাযেকৰ মানুহ নহয। প্ৰতাপসিংহ স্বৰ্গদেৱৰ ব্যক্তিত্ব আৰু চৰিত্ৰৰ লগত পুতেকহঁতৰ কোনো তুলনাই নহয। বৰপুতেক হিচাপে চুৰমফাকে প্ৰতাপসিংহই মনোনীত কৰিব লাগিছিল। সম্ভৱতঃ ডাঙৰীযা তিনিজনাই সমৰ্থন নজনাব বুলি সন্দেহ কৰিছিল। মৃত্যুৰ পিছত চুৰমফা উত্তৰাধিকাৰী হ'ব লাগিছিল কিন্তু বাস্তৱ ক্ষেত্ৰত তাৰ বিপৰীতে হ'ল। ডা-ডাঙৰীযা ফুকন-ৰাজখোৱাসকলে ভাযেক চুতিত্যংফাকহে ৰজা পাতিবলৈ যো-জা কৰিলে। ডাঙৰীযাসকল গৈ জনালে, 'আমি পাইক বন্দীসবে আপোনাকে পাটত বহুৱাবলৈ আশা কৰিছোঁ।' চুত্যিংফা কোঁৱৰে তাৰ উত্তৰত ক'লে, 'ডাঙৰীযা-বিষযাসকলে যি কৈছা, মই শুনিছোঁ। তথাপি বুলিছোঁ, বৰককাই থাকোঁতে সৰু ভাযেক ৰজা হোৱাতো যুগুত নহয। মই ৰজা নহওঁ। ককাইকে ৰজা পাতক।' চুত্যিংফাক একোপধ্যে মান্তি কৰাব নোৱাৰি ডাঙৰীযা তিনিজনাই চুৰমফাকে ৰজা পাতিলে। ডাঙৰীযা-বিষযাসকলৰ মনত এচপৰা ক'লা ডাৱৰৰ ছাঁ পৰি ৰ'ল।

তেতিযা কছাৰী ৰজা ইন্দ্ৰবলনাৰাযণ। প্ৰতাপসিংহ স্বৰ্গদেও মৃত্যু হোৱাৰ কথা জানি আগৰ ফুল চাব গুচাই চিঠিত সিংহ চাব দি চামৰঢোলা আৰু মাধকন্দলি এই দুই কটকীক পঠালে। লগত দিলে মজুন্দাৰ আৰু উজান দলৈক। স্বৰ্গদেৱে লাকু বৰপাত্ৰক সুধিবলৈ দিলে। বৰপাত্ৰই বোলে, 'প্ৰীতিৰ কাৰণে আহিছ। অথচ ফুল চাব গুচাই সিংহ চাব দি চিঠি আনিছ। এতিয়াও যা পূৰ্বৰ ধাৰাণে আহগৈ' এই বুলি কটকীৰ আগতে কাকত ফালি,

কটকীকো দায ধৰি খেদি পঠিয়ালে। কছাৰীৰ লগত বৈ থকা প্ৰীতিৰ সোঁতটো খন্তেকলৈ থমকি ৰ'ল।

চন্দ্ৰমফা ৰজাৰ এটা গৰ্হিত কামৰ বাবে ডাঙৰীয়া-বিষয়া, কাঁড়ী-পাইক সকলোৱে একেমুখে নিন্দা কৰিলে। পিতৃ প্ৰতাপসিংহ স্বৰ্গদেৱৰ চমুৱা কুঁৱৰী এগৰাকীক আনি তেওঁ কুঁৱৰী পাতিবলৈ দিহা কৰিলে। এনে কাম নকৰিবলৈ তিনিজনা ডাঙৰীয়ায়ো বাৰণ কৰিলে। এনেতে এদিন চন্দ্ৰমফা চৰাইদেও পৰ্বতলৈ গৈছিল। তাতে এজোপা গছৰপৰা চৰাযে মতাদি মাতি অশৰীৰী বাণী শুনিবলৈ পালে, 'তই ৰজা হৈ অন্যায কৰিছ, তোৰ শ্ৰীহত হ'ব। অল্পায়ু হ'বি।' চৰাইদেওৰপৰা উলটি আহি মাহীমাকক কুঁৱৰী পতাৰ ইচ্ছা পৰিত্যাগ কৰিলে।

ভণ্ডাৰী চেতিযাৰ ঘৰৰ পেটকামুৰীযাৰ জীযেক, চুতীয়া সোণাৰিৰ এজনলৈ বিয়া হৈছিল। তাইৰ সতি-সন্ততি নাছিল। গিৰিয়েকৰ ককাযেকৰ (বৰজনাকৰ) লৰা এটা পো বুলি তুলি লৈছিল। চুৰমফাই তাইকে গিৰিযেকৰপৰা এৰুৱাই আনি নতুনকৈ বিয়া কৰাই বৰকুঁৱৰী পাতিলে। তাইৰ লগত অহা লৰাটোক কোঁৱৰ বুলি দোলা আবোৱান দিলে। আন কি তাকে ৰজা পাতিবলৈকো নতুন বৰকুঁৱৰীযে পৰামৰ্শ দিলে। পিছে, ছমাহ নৌ হওঁতেই লৰাটি মৰিল। ঈশ্বৰে নসহিলে।

বৰকুঁৱৰী পতা নৌ দুদিন হওঁতেই পেটকামুৰীযাৰ জীযেক ৰজাৰ শিৰত চৰি নাচিছিল। ৰজাই কুঁৱৰীৰ আগত মাত এষাৰো মাতিব নোৱাৰিছিল। প্ৰতাপসিংহ স্বৰ্গদেৱৰ বীৰ্য্য পুত্ৰ চুৰমফাৰ স্খলন দেখি ডা-ডাঙৰীযা সমন্বিতে কাঁড়ী-পাইক সকলোৱে তবধ মানিছিল। চুৰমফাৰ ৰাজভোগো চমু চাপি আহিছিল।

বৰকুঁৱৰীৰ তোলনীয়া লৰাটিৰ মৃত্যুৰ কাৰণ যদিও স্বাভাৱিক আছিল, চুত্যিংফাৰ মাজু পুতেক লাপলুপ গোহাঁযে বিহ খুৱাই মাৰিলে বুলি অভিযোগ আনি চুত্যিংফাক কৈছিল, 'তোৰ পুতেৰেহে মোৰ লৰাটো মাৰিলে। তাকো মই মাৰোঁ, উলিয়াই দে।' তাক উলিযাই নিদিয়াত চুতিাংফাৰ বিষয় গুচাই লিগিৰা-

লিগিৰী, চাংমাই-পানীতোলা, কুকুৰাচোৰা-গা-চোৰা সকলোকে এবুৰাই আনি হাতীশালত বন্দীকৈ থলে।

চুৰমফা ৰজাই মৃত কোঁৱৰৰ মৈদাম সাজিবলৈ পাট-কাঠ কাটিবলৈ দিলে। শিল-ইটাও মৈদামৰ ভেটিত থাপিবলৈ দিলে। এনেতে বৰকুঁৱৰী শোকবিহ্বলা হৈ কান্দি-কাটি আউলী-বাউলী হ'ল। ভাত পানী এৰিলে। তাকে দেখি কুঁৱৰীৰ লগতে ৰজায়ো ভাত-পানী নেখাই চ'ৰাত বহি মেল-দোৱান কৰিবলৈ এৰিলে। বৰকুঁৱৰীয়ে কান্দি কান্দি ক'লে, 'মৈদামতনো মোৰ লৰাই কাৰ লগত উমলিব? সিনো অকলৈ কেনেকৈ থাকিব?' এই বুলি ডাঙৰীয়া-বিষয়া সকলোৰে একোটাকৈ লৰা মাৰি মৈদামত দিবলৈ ৰজাক ক'লে। ৰজাযো কুঁৱৰীৰ কথা পেলাব নোৱাৰি তাকে কৰিবলৈ আদেশ দিলে। ৰজাৰ অপুদ্ঘাত আদেশ শুনি ডাঙৰীযাসকলে একমুঠ হৈ ক'লে, 'বোপা পুথাও-পুলিনৰ দিনতো এনে কথা হোৱা নাই। এতিযা আমাৰ দিনতহে নহ'বলৈ হ'ল। ৰজাই কি কৰে চাওঁ। তোলনীয়া পো চুতীযা লৰাৰ লগত আমাৰ পেটৰ পোৱালি মৰিবলৈ দিব নোৱাৰোঁ। আৰু কাকো শুদাই নেৰোঁ।'

দিলিহিযালৰ শুকুলাহুদু বুঢ়াগোঁহাই, পৰ্বতীযা পিলিঙা বৰগোহাঁই, লাকু বৰপাত্ৰগোঁহাই, তিপাম ৰজা, পানীফুকন এই-সকলে আলোচনা কৰি চুত্যিংফাৰ ওচৰলৈ গৈ ক'লে, 'স্বৰ্গদেও, আমি ঠাৰিবিব নোৱৰা হৈছোঁ। ককাযেৰ ৰজাই ৰাজ্য ভাঙ্গে এতিযা। আপুনি ৰজা হৈ ৰাইজক ৰক্ষা কৰক।' চুত্যিংফাই বোলে, 'মই ৰুগীযা-বেথীয়া মানুহ। আগতেই ৰজা নহ'লোঁ।' এতিযা কেনেকৈ ৰাজ্য চলাম। মই পুৰ্বেই কৈছোঁ, 'মই ৰজা নহওঁ।' ডাঙৰীযা তিনিজনাই বধ-শপত দি ক'লে, 'স্বৰ্গদেও, আমাক ৰক্ষা কৰক। নহ'লে বধ-শপত লাগিব।' চুত্যিংফা মান্তি হ'ল। চুৰমফা ৰজা হোৱাৰ মাত্ৰ তিনি বছৰৰ মুৰত এদিন দোকমোকালিতে কাৰেঙৰ জখলা ওভতাই ধৰিলে। তাৰপৰা নি নিয়মীযাকৈ ৰোজ-বাজ দি টকৌবাৰীত ৰখীয়া দি থলে। ছমাহৰ মুৰত চুৰমফা ৰজা মৰিল। মাজ-মুৰকত ৰজা ভাগিল,

সেই কাৰণে ভগাৰজা বোলে। চন্দ্ৰত্যিংফা ৰুগীয়া আছিল। সততে নৰিয়া পৰি থাকে , সেই কাৰণেহে নৰিয়া ৰজা বোলে।

আগদিনা পূৰ্ব-ফল্গুনী নক্ষত্ৰ, সিংহ ৰাশিত সূৰ্য্য গ্ৰহণ হ'ল পিছদিনাই ভগাৰজাৰ ৰাজভোগ টুটিল। এওঁৰ দিনতে উটা-বুৰা বানপানী হৈ বহুত গৰু-ম'হ উটুৱাই নিলে আৰু কেইবাটাও ভুঁইকঁপ হ'ল।

ভগাৰজাই আৰোৱানত শুকুলা গিলিপ ললে আৰু শুকুলা পযজাৰ পিন্ধিলে। তাকে দেখি ডাঙৰীযাসকলেও সেইদৰে ল'ব খুজিলে। ৰজাই বোলে, ডাঙৰীযাৰ লগত স্বৰ্গদেৱৰ পাৰ্থক্য থাকিলেহে ভাল। তথাপি যদি ল'ব খুজিছে ডাঙৰীযা তিনিজনাই আৰোবানৰ নালত একোখনি ফুলাম গামোচা বান্ধি লওক।' তেতিযাৰে পৰা এই নিযম চলিল।

ৰঙা ফুকনে ডাঙৰীযা সকলৰ আগতে দোলাত উঠাৰ অপৰাধত প্ৰাণদণ্ড দি নিয়ম-নিবৰ্ন্ধ কৰি দিলে। লাখটকীযা মুদৈযে ডাঙৰকৈ আৰু সৰহীযাকৈ ঘৰ সাজি আড়ম্বৰ কৰিলে। তেতিযাই খোকাং দি ফুলচাঁত লগাই ঘৰ সাজিবলৈ বাৰণ কৰিলে। কুকুৰাচোৱা লগাই ৰাজ্যত জনাই দিলে। সোণৰ মণি, আঙঠি, থুৰীযা আদি, যি যিমানৰ মানুহ, সেইদৰে পিন্ধিবলৈ আদেশ দিলে। গুণা দিযা নৰামেখেলা, নৰাচোলা সৰ্বসাধাৰণে পিন্ধা নিষেধ কৰিলে।

ডাঙৰীযা-বিষযাসকলৰ মৰ্য্যাদা আৰু চলা-ফুৰাৰ নিয়ম স্বৰ্গদেও প্ৰতাপসিংহৰ দিনতে মোমাই তামুলী বৰবৰুৱাই বান্ধি দিছিল। বাটত দেখা-দেখি হলে সৰুৱে ডাঙৰক বাট এৰি দিয়াৰ নিযম আছিল। স্বৰ্গদেও বাহিৰলৈ গলে বাটত গোহাঁই তিনিজনাৰে ভেটাভেটি হলে গোহাঁই তিনিজনাই গা-দেখা দি যাব লাগে। ৰজা হাতীত গলে, ডাঙৰীযা তিনিজনাযো হাতীৰ ওপৰৰ পৰাই গা-দেখা দিব পাৰে। ৰজা ঘোঁৰা বা দোলাত গলে ডাঙৰীয়া সকলে যিহতে নেযাওক নামি দলিচাৰ ওপৰত থিয হৈ থাকিব লাগে। শদিয়াখোৱা গোহাঁই, মৰঙীখোৱা গোহাঁই, সলাল গোহাঁই এই তিনিও জনাৰ ক্ষেত্ৰতো একে নিযম। চাৰিঙীয়া, তিপমীয়া,

নামৰূপীয়া আদি মেলখোৱা ৰজাসকলৰ ক্ষেত্ৰত তেওঁবিলাকে ডাঙৰীয়া তিনিজনাক বাট এৰি দিব লাগে। বুঢ়াগোহাঁই, বৰ-গোহাঁই, বৰপাত্ৰগোহাঁই এই তিনিজনা ডাঙৰীয়াৰ দাঁতিঅলীয়া গোহাঁই তিনিজনাৰে ভেটাভেটি হলে দাঁতিঅলীয়া তিনিজনাই বাট এৰি দিয়াৰ নিয়ম। দাঁতিঅলীয়া তিনিজনা আৰু মেলখোৱা ৰজা তিনিজনৰে ভেটাভেটি হলে পৰস্পৰে পৰস্পৰক বাট এৰি দিয়ে। বৰবৰুৱা আৰু বৰফুকনে বাটত ৰজা বা ডাঙৰীযা তিনিজনাক লগ পালে দোলাৰ পৰা নামি গা-দেখা দিব লাগে। চ'ৰাৰ ফুকনকে ধৰি বাকী চমুৱা ফুকনসকলে ডাঙৰীযা তিনিজনক বাটত লগ পালে চাঙৰীৰপৰা নামি ডাঙৰীযা তিনিজনক দেখা দি চাঙৰী আঁতৰাই থব লাগে। ইযাৰ সলনি ৰঙা ফুকনে ডাঙৰীযা তিনিজনৰ সমুখতে দোলাত উঠি ফুৰিছিল। ৰাজকীয নিযম ভঙ্গৰ অপৰাধত ৰঙা ফুকনৰ প্ৰাণদণ্ড হ'ল।

চুৰমফা ভগা ৰজাৰ দিনতো জয়ন্তীযা ৰাজ্যৰ লগত সম্প্ৰীতি চলি আছিল। সেই সম্প্ৰীতি গাঢ কৰিবলৈকে ভগা ৰজালৈ এগৰাকী কন্যা দিবলৈ ইচ্ছা কৰিলে। স্বৰ্গদেৱে ডেবেৰা, সোণাবৰ কটকীৰ হাতত জোৰণ দি পঠালে। জোৰণ সোণৰ খাৰু ৪ পাট, সোণৰ আঙঠি ৪ যোৰ, বাখৰপতা আঙঠি ২ টা, হাতৰ ডিঙিৰ মণি ৩ ধাৰ, ডিঙিৰ হাৰ এধাৰ, পাটৰ কাপোৰ এযোৰ, মেখেলা এযোৰ, বৰৈ-লগোৱা ৰিহা ১ খন। টংচু সন্দিকৈ আৰু মদনোখোৱা চেতিযাই কেঁকোৰা দোলাত তুলি কন্যা নমাই আনিলে। জযন্তীযা ৰজালৈ উপহাৰ দিলে হাতী ৪ টা, ঘোঁৰা ২ টা, সোণৰ ক'ৰীযা ১ যোৰ, কেৰু ৩ যোৰ, কুন্‌মিন কুনখা এযোৰ। ৰাণীলৈ দিলে পাটৰ কাপোৰ এযোৰ, মেখেলা এযোৰ, ৰূপৰ খাৰু ৪ পাট। কাপোৰ ৰাখি জযন্তীযা ৰজাই ৰূপৰ খাৰু ঘূৰাই দিলে।

জযন্তীযা কুঁৱৰীক থবলৈ ভালেমান মানুহ আহিছিল। তেওঁবিলাকক উপহাৰ দিলে হাতত পিন্ধা গোটা খাৰু ৬ যোৰ, বচোৱালেৰে সৈতে কপাহী কাপোৰ ৭ যোৰ। কন্যা যোগাবলৈ অহা মানুহক খাবলৈ দিলে—চাউল ১০০০ পুৰা, লোণ ১০ মোণ, তেল ২০ কলহ, খাহী ২০ টা, গাহৰি ২০ টা, মদ ২০ কলহ।

প্ৰতাপসিংহ স্বৰ্গদেও অতি জনপ্ৰিয় ৰজা আছিল। তেওঁৰ বছৰেকীয়া সকামলৈ প্ৰজা ভাগি-ভুঁৰাৰ আহিছিল। তদুপৰি ৰাজ্যৰ গোসাঁই মহন্তকো নিমন্ত্ৰণ জনাইছিল। প্ৰত্যেক মহন্তই লগত ভকত-বৈষ্ণৱ লৈ সকামলৈ আহিছিল। সকলো মহন্তৰ যিমান মানুহ, মোৱামৰীয়া মহন্তৰ লগত তাতোকৈ অধিক মানুহ। তাকে দেখি গৰ্বিত হৈ মহন্ত নিত্যানন্দদেৱে ক'লে, 'মোৰ ভকতৰ ফুতে বাকী গোঁসাইসকল উৰি যাব। মই ইন্দ্ৰবংশী ৰজাৰ ঘৰৰহে সমান।' এই কথা মৰা পাচনিযে শুনি আছিল। গোচৰ গৈ ৰজাৰ কাণত পৰিলগৈ। দ্বিতীয়তে ৰজাৰ লগত যায় এশ-ছকুৰি জোৰ। নিত্যানন্দদেৱে বাৰকুৰি জোৰ লৈ মহাপযোভৰে বাহৰলৈ উলটিছে। কন্যা খুজি নেপাই ক্ষুব্ধ হৈ থকা বেজদলৈয়ে ৰজাক উচটনি দিলে। মৰা পাচনিৰ অভিযোগ আৰু বেজদলৈৰ উচটনি দুয়োৰে সংযোগত ৰজাই নিত্যানন্দ গোঁসাইৰ প্ৰাণদণ্ডৰ আদেশ দিলে। কলা চাউডাঙে ৰজাৰ আদেশ কাৰ্য্যকৰী কৰি গড়গাঁৱৰ-পৰা দুমাইল মান দূৰত কুজিবালিতে গোঁসাইক কাটি শৰটো দিখৌ নৈত পেলাই দিলে। বাতৰি পাই শিষ্যবৰ্গ জাণ্ডুল খাই উঠিছিল। গোঁসাইৰ শৰটো নৈৰপৰা বুটলি নি কাথপাৰতে এটা ভঁৰাল-ঘৰত গোপনে থৈ ভঁৰালটোত জুই দি শৱ-সংকাৰ কৰিলে। সেই ঠাইতে নিত্যানন্দদেৱৰ থান প্ৰতিষ্ঠিত হ'ল।

ভগা ৰজাক চৰাইদেও পৰ্বতৰ কাষৰ টকৌবাৰীত ৰখীয়া দি থৈছিল। লগুৱা-লিগিৰী, চাংমাই-পানীতোলা আদিও লগত দিছিল। পিছে ছমাহ এইদৰে থাকোঁতে এদিন চাংমাইৰ হতুৱাই ভাতত বিহ দিয়ালে। সেই ভাত খাই গা-বিধাৰণ পোৱাত বিহ খুৱালে বুলি জানি ভায়েক নৰিয়া ৰজাক অভিশাপ দিলে, 'মোৰ প্ৰতি যি পাট শৰ প্ৰযোগ কৰিলি, তেনে শৰে তোমাৰো প্ৰতিকাৰ সাধিব। তুমিও অধিক কাল ভুঞ্জিবলৈ নেপাবা।' সচাঁকৈয়ে মাত্ৰ চাৰি বছৰৰ পিছত নৰিয়া ৰজাৰো দশা একে হ'ল।

নৰিয়া ৰজাৰ ঘাইকৈ ক'কালৰ বিষ আছিল। সেই বিষ মাহেকে-পষেকে উক দি ৰজাক জৰ্জৰিত কৰিছিল। এনেকৈ

ক'কাল পৰি কুঁজা হৈ গৈছিল। সেই বাবে মানুহে কেঁকোৰা ৰজাও বুলিছিল।

নৰিয়া ৰজাৰ দুগৰাকী কুঁৱৰী আছিল। এগৰাকী লাকু বৰপাত্ৰৰ জীয়েক, আন গৰাকী টেপৰতলীয়া সৰিয়হ বুঢ়াগোহাঁইৰ ভনীয়েক। ৰজা হৈয়েই লাকু বৰপাত্ৰৰ জীয়েকক বৰকুঁৱৰী পাতিলে। এইজনা কুঁৱৰীৰ দুজন কোঁৱৰ—লাপলুপ গোহাঁই আৰু খহুৱা গোহাঁই। ইজনা কুঁৱৰীৰ এজন কোঁৱৰ —কুকুৰেখোৱা গোহাঁই।

লাকু বৰপাত্ৰই-জী-নাতিয়েক লাপলুপ গোহাঁইক ৰজা পাতিবলৈ ষড়যন্ত্ৰ আৰম্ভ কৰিলে। লাকু বৰপাত্ৰৰ আসৈ পাই কোঁৱৰে লগত সৰহীয়াকৈ মানুহ-দুনুহ লৈ স্বয়ঙ্গে প্ৰৱৰ্ত্তিলে। ৰজা পাটত থাকোঁতেই নিজে ৰজা বোলাই ফুৰাটো আন ডাঙৰীয়াসকলে সহ্য কৰিব নোৱাৰিলে। সৰিয়হ বুঢ়াগোহাঁয়ে ভনীয়েকৰ হতুৱাই কথাটো ৰজাৰ কাণত পেলালে। বোলে, বৰ পুতেৰ লাপলুপ গোহাঁয়ে লাকু বৰপাত্ৰৰ লগ লাগি ৰাজ্য মোৰাই ললে। নিজকে ৰজা বোলাই ফুৰে। কাহানিবা তোমাকো ধৰেহে। নৰিয়া ৰজাই চৰীয়া-পৰীয়া লগাই বিচাৰ কৰি প্ৰমাণ পালে। আঘোণৰ সোতৰ দিন যাওঁতে দেওবাৰে ৰাজদ্ৰোহ অপৰাধত লাকু বৰপাত্ৰক প্ৰাণদণ্ড দিলে। বৰপাত্ৰৰ জীয়েককো বৰকুঁৱৰী ভাঙি সৰিয়হে বুঢ়াগোহাঁইৰ ভনীয়েকক বৰকুঁৱৰী পাতিলে। লাপলুপ গোহাঁইক ভাত খাবলৈ মাতি আনি ঘৰত সুমুৱাই বন্দী কৰিলে আৰু ভোগবাৰীলৈ নি তাতে মৰালে। পিছত কুকুৰেখোৱা গোহাঁইৰ মাকে খহুৱা গোহাঁইৰ বিৰুদ্ধে লগাইছিল, বোলে, লাপলুপ গোহাঁইৰ খণ্ডত খহুৱা গোহাঁয়ে ৰজাক কিবাটো কৰেহে লাগে।' তাকে শুনি নৰিয়া ৰজাই খহুৱা গোহাঁইক লগৰ পৰা আঁতৰাই হেমনাবাৰীতে থৈছিল।

এদিন বৰকুঁৱৰীয়ে খহুৱা গোহাঁইক ৰজাৰ ঘৰত ভাত খাবলৈ মাতিছিল। ভাত খাই থাকোঁতে লাপলুপ গোহাঁইলৈ মনত পৰি দাঁত-কামোৰ মাৰিলে। ইয়াকে দেখি কুকুৰেখোৱা গোহাঁইৰ মাকে বৰঘৰৰ ফ'কামৰ খুটাৰ আৰৰ পৰা শেল মাৰি পঠালে,

ভাগ্যে গাত নেলাগিলে। ৰজাই দেখি থকুৱা গোহাঁইক হেমনাবাৰীৰ পৰা আঁতৰাই ভোগবাৰীত থলেগৈ।

স্বৰ্গদেৱ প্ৰতাপসিংহৰ দিনতে পোন প্ৰথমে চুঙ্গি অৰ্থাৎ ডফলাৰ লগত সংস্পৰ্শলৈ আহিছিল। তেওঁবিলাকে নিজকে নিছিং বোলে। নিছিং শব্দৰপৰাই চুঙ্গি শব্দ ওলাইছে। আহোম ভাষাত চুঙ্গি শব্দৰ অৰ্থ যোগনীয়া। ডফলাসকলে নিয়মীয়াকৈ বিহ যোগান ধৰিছিল। সি যি কি নহওক, ডফলাসকলে সম্পূৰ্ণৰূপে অধীনতা স্বীকাৰ কৰা নাছিল। তদুপৰি ভৈয়ামলৈ নামি আহি গাওঁ-ভুঁইৰপৰা বয়-বস্তু ডকা-সোপা দি লৈ যোৱাটো সাধাৰণ কথা আছিল।

নৰিয়া ৰজাই ডফলাসকলক সৈমান কৰিবলৈ এক অভিযানৰ আয়োজন কৰিলে। শুকুলাহুদু বুঢ়াগোহাঁই আৰু টেমা বৰপাত্ৰ গোহাঁই এই দুজন দিক্ৰং নৈযেদি উজাই গৈ মাঘনোৱাত ৰ'লগৈ। ঘোঁৰাকোঁৱৰ আৰু পিকচাই চেতিয়া দুয়ো বুৰৈ নৈযেদি ডফলা গাওঁ সোমাই ঘৰ-দুৱাৰ পুৰি খেতি-বাতি হানি কৰি উলটি আহিল। মাঘনোৱাত শিবিৰ পাতি থকা ডাঙৰীয়াসকলে চকীয়াল ৰূপাই হাজৰিকাক গড় মাৰিবলৈ বাঁহ কাটি আনিবলৈ আদেশ দিলে। বাঁহ কাটি বাঁহ আনোতে ৰূপাই হাজৰিকা আৰু লগৰ কুৰিটা মানুহ কাটিলে।

এদিন কেইজনমান চুঙ্গিয়ে ভেশছন ধৰি ডাঙৰীয়াসকলৰ কোঁঠত সোমাল। কোঁঠত সোমাই বোলে, 'বা-বাতৰিটো লবলৈ আমাক আইকুঁৱৰীদেৱে পঠাইছে।' বুঢ়াগোহাঁয়ে সঁচা বুলি ভাবি আইকুঁৱৰীদেৱৰ কটকী বুলি কাপোৰ এসাজ দিলে। কোঁঠৰ বাহিৰ ওলাই গৈ ডফলা কেইজনে ক'লে, 'কোঁঠত সোমাই আই-কুঁৱৰীদেৱৰ নাম লৈ কাপোৰ এযোৰ আনিলোঁ। ইয়াকে তৰ্কিব নোৱাৰিলে, আমাকনো কেনেকৈ জয় কৰিব।' এই বুলি ডফলাৰ দলটো পলাই গৈ পৰ্বতত উঠিলগৈ। ডাঙৰীয়াসকলে মাঘনোৱাৰপৰা কোঁঠ তুলি বান্দৰডেৰালৈ আহিল। বান্দৰডেৰাৰপৰা পৰ্বতলৈ উঠি ডফলাৰ গাওঁ-ভুঁই মানুহ-দুনুহৰ বিষয়ে জানিবলৈ যাওঁতে বতাহগিলা আৰু তেওঁৰ লগৰ ৫০০ মানুহ ডফলাই

কাটিলে। খৰি-কাঠ কাটিবলৈ অহাৰ চলেৰে দা-যাঠি লৈ কুৰাই আনি এই কাৰ্য্য কৰিলে।

এই অভিজ্ঞতা পাই দিহিঙ্গীয়া চপৰাখোৱা বৰগোহাঁয়ে শুকুলাহুদু বুঢ়াগোহাঁইক ক'লে, 'ডফলা ডালৰ বান্দৰ। তাক জানো ধৰিব পাৰিম? আমি হুহঁকি যাওঁ।' ইয়াকে শুনি টেমা বৰপাত্ৰয়ো সমৰ্থন দিলে। দুয়োৰে মনোভাব বুজিব পাৰি বুঢ়াগোহাঁযে বোলে, 'আমিনো ইযাত থাকি কি কৰিম? ওলাই যাওঁ। স্বৰ্গদেৱে দায় ধৰিলে, মোৰ ভনী আইকুঁৱৰী হৈ মাছি ৰাখিব নোৱাৰিবনেকি?' এইবুলি সৈন্য-সামন্ত লৈ ওলাই আহিল। এই কথাত দায ধৰি স্বৰ্গদেৱে ক'লে, 'সিহঁতে কিয় উলটি আহিল? মোৰ আজ্ঞা হ'লেহে আহিব পায। এই কথাতে ইমান, ডাঙৰ কাৰ্য্য-কাম হ'লে কেনেকৈ কৰিব?' এই অপৰাধতে বুঢ়াগোহাঁই-বৰপাত্ৰ গোহাঁই দুযোকে ভাঙ্গিলে। এই সমযত পুনু চলিহা বা পূৰ্ণ চলিহা নামৰ এজন ঢেকেৰি মানুহ পশ্চিমা ডফলাৰ ৰজা হৈছিল। ডফলাৰ হতুৱাই তেওঁক কটালে।

মেচাঘৰীয়া বৰগোহাঁই আৰু হাতীমুৰীয়া ফুকনক পুনৰ চুণ্ডিগক দমন কৰিবলৈ পঠালে। হাতীমুৰীয়া ফুকন গ'ল পশ্চিমেদি আৰু বৰগোহাঁই গ'ল লুইতেদি উজাই আঠিযাবাৰীলৈ। তাতে কোঁঠ মাৰি ৰ'ল। হাতীমুৰীয়া ফুকনে খোৱামুখেদি বাট কাটি আহি আঠিযাবাৰীত ওলালহি। দুযো সেনাপতিয়ে ডফলা গাঁৱত জুই দি পুৰি গৰু-মেথন, ধান-চাউল লৈ ওলাই আহিল। পৰ্বতৰ গাইদি নামি আহোঁতে ডফলাই কাঁড় মাৰি বৰগোহাঁইক আহত কৰিলে। তাতে দহ দিন থাকি সুস্থ হৈ ৰঙ্গাতি, সোলেঙী, তিতিৰিয়া এই তিনিখন ডফলা গাওঁ জয় কৰি খাৰৈয়েদি লুইত পালেহি। পিছৰ বছৰ পুনৰ ডফলা পৰ্বতত সোমাই ধান চপাই অনাত খাবলৈ নেপাই ডফলা আহি বৰিলহি। ডফলাৰ ঘঁৰিয়াল পৰা ৰজাই ভয পাই নিজে আহি বৰিলহি। স্বৰ্গদেৱে ডফলাৰ বহুতো মানুহ তুলি আনি উজানিৰ অভয়পুৰ-বৰহাটৰ ওচৰত পাতিলে। সেইবোৰ মানুহ সময়ৰ সোঁতত মিলি গ'ল। এই সময়ৰেপৰা প্ৰকাশ্যে ডফলা অসমৰ বুকুত সোমাল।

কছাৰীৰ বীৰদৰ্পনাৰায়ণ ৰজাই সম্প্ৰীতি বাঞ্ছা কৰি দুজন কটকী পঠালে। এজনক মৰঙীয়েদি পঠালে, নাম মজুন্দাৰ, আনজনক পঠালে ৰহা চকীযেদি, নাম ফুৰা দলৈ। দুয়োকে যথানিয়মে সোধ-পোছ কৰি লগত শীতলিয়াল আৰু নাৰাযণ দুই কটকীক পঠাই দিলে। পত্ৰ-সন্দেশ পাই কছাৰী ৰজা বীৰদৰ্প-নাৰায়ণে ক'লে, 'মোক যে থাপিত-সাঞ্চিত বুলি কৈছে, কেতিয়া থাপিছিল ? পূৰ্বে ষিসকলক কন্যা দি থাপিছিল, তেওঁবিলাকক বুলিব পায। যেনেকৈ অজাত পুত্ৰৰ নামকৰণ অৰ্থহীন, তেনেকৈ কন্যা নো দিওঁতেই থাপিত-সাঞ্চিত বোলাটো উচিত হোৱা নাই। থাপিত-সাঞ্চিত বুলি লিখিছে যেতিযা নিজৰ কথা ৰাখি এতিযাও কন্যা দিযক।' ইযাৰ উত্তৰত আহোমৰ কটকীযে ক'লে, 'ৰজা-সকলৰ অভিপ্ৰায ৰজাসকলেহে জানে। এযা, আমাৰ মুখৰ বচন নহয, পত্ৰৰ বচনহে। অন্যথা কিয় লিখিব ? মহাৰাজাই পাত্ৰ-মন্ত্ৰী সকলেৰে বিচাৰ কৰি চাওক।' এই বুলি শীতলিয়াল আৰু নাৰাযণ কটকীৰ লগত কছাৰীৰ ডেবেৰা দলৈক পঠালে।

কছাৰী ৰাজ্যৰ পৰা উলটি আহি দুই কটকীযে স্বৰ্গদেৱক সবিশেষ জনালে। ৰজাই ডাঙৰীযাসকলৰ পৰামৰ্শ বিচৰাত ক'লে, পূৰ্বে ভীমবলনাৰাযণলৈ কন্যা দি অসন্তোষ পাই থকা হৈছে। নিওঁতে অনাদৰ কৰি নিলে। এতিযা এযৰীযাকৈ নিশ্চয কৰি কথা দিযা ভাল নহয। তথাপি স্বৰ্গদেৱৰ মনেহে জানে।' ডাঙৰীযাসকলৰ অভিপ্ৰায বুজি স্বৰ্গদেৱে ক'লে, 'কন্যা দি সম্প্ৰীতি স্হাপন কৰিম। তাৰ পিছত সুবিধা বুজি হাট পাতিম, হাটত আমাৰ মানুহে বেচা-কিনা কৰিব। বেচা-কিনা কৰাৰ ছলেৰে কছাৰী ৰাজ্যৰ ছল-বিছলো চাব। এনেকৈ এদিন ছল চাই আক্ৰমণ কৰি গাওঁ দখল কৰিম। তেতিযাহে সোন্দৰ গোহাঁইক মৰাৰ হোৰ তুলিব পাৰিম।' এই বুলি কৈ কন্যা দিম বুলি পত্ৰ-সন্দেশ দি পঠালে শীতলিযালৰ নাৰাযণ আৰু কামদেৱ কটকীক। এই সমযতে কছাৰী সীমান্তত এখন হাট পাতিলে। বীৰদৰ্প-নাৰায়ণ ৰজাই সেই বাতৰি পাই কন্যা আনিবলৈ মজুন্দাৰ আৰু মাধৱকন্দলিক কটকী পঠালে।

পোৱালি পাচনি নামৰ এজন পাচনি আছিল ৰজাৰ খাটনিয়াৰ। পিছে তেওঁ বৰকুঁৱৰীক তোষামোদ কৰি কৰি ৰাণীৰো খাটনিয়াৰ হৈছিল। এই সাহসতে এদিন কুৰিজন মানুহক অপমান কৰিছিল। এই অপৰাধত তাক দিনচেৰেক বন্দী কৰি থৈছিল। বন্দীশালৰ পৰা মুকলি হৈ আহি খণ্ডতে ৰজা-ৰাণীৰ মাজত ভেদ লগাবলৈ ৰজাৰ কথা কুঁৱৰীক লগায়, কুঁৱৰীৰ কথা ৰজাক লগায়। এদিন ৰজাক লগালে, 'কুঁৱৰীয়ে ৰূপাই গৰীয়াৰ হতুৱাই বৰগোহাঁইক কোৱাইছে, বোলে, 'ভাগিনিয়েক কুকুৰখোৱা গোহাঁইক ৰজা পাতক। ৰজাই পোৱালি পাচনিৰ লগনীযা কথা শুনি ৰূপাই গৰীয়াক কাটিলে। এদিন ৰজা-ৰাণী দুয়োৰে সাক্ষাতত কথা পাতোঁতে পোৱালি পাচনি ধৰা পৰিল। তেতিয়া বৰকুঁৱৰীয়ে ক'লে, 'দেখিছোঁ, স্বৰ্গদেও ঈশ্বৰেও মিছাহে কয।' ৰজাই শপত খাইহে বৰকুঁৱৰীৰ পতিয়ন আনিব পাৰিলে। হাতে-লোতে ধৰা পৰাত পোৱালি পাচনিক থিয়ৈ থিয়ৈ কাটিবলৈ আদেশ দিলে। কিন্তু এই ঘটনাৰ পৰিণতি স্বৰূপে বৰকুঁৱৰীৰ অভিমান বাঢ়িল। পুতেক কুকুৰেখোৱা গোহাঁইৰো অহঙ্কাৰ আৰু অত্যাচাৰ বৃদ্ধি হ'ল।

নৰিযা ৰজাৰো দিন চমু চাপি আহিছিল। খহুৱা গোহাঁইক হেমনাবাৰীৰ পৰা আঁতৰাই নি ভোগবাৰীত থোৱা দেখি কুকুৰখোৱা গোহাঁযেই সিংহাসনৰ অধিকাৰী হ'ল বুলি ঠাৱৰ কৰি লৈছিল। তদুপৰি বৰকুঁৱৰী আছিল মাক। গতিকে অহঙ্কাৰে অন্ধ কৰি পেলাইছিল। এই জন কোঁৱৰে বাটে-পথে মানুহক অপদস্থ কৰিছিল। এবাৰ এগৰাকী গৰ্ভৱতী তিৰোতাৰ গৰ্ভ ফালি সন্তান উলিয়াই চাইছিল। অনেক তিৰোতাৰ সতীত্ব নষ্ট কৰিছিল। তিৰোতা মানুহৰ ভাল কাপোৰ কাঢ়ি আনি নিজৰ তিৰোতাক দিয়ে। চ'ৰাৰ ফুকনবোৰৰ দোলাত কুকুৰ তোলে। চ'ৰাৰ পৰা ঘৰলৈ যাওঁতে ফুকনবোৰৰ গালৈ বাটলু গুটি মাৰে। দ'তুৱা মানুহৰ দাঁত কাটে। এনেকৈ বলিযালি কৰিবলৈ ধৰিলে। প্ৰজাই ৰজাত গোচৰ দিয়ে, ৰজাই বৰকুঁৱৰীৰ ভয়ত মুখেৰে মাতিব নোৱাৰে। অতিষ্ঠ হৈ ডা-ডাঙৰীয়াসকলে

ভিতৰুৱাকৈ সমালোচনা কৰি নৰিয়া ৰজাক ভাঙি খহুৱা গোহাঁইক ৰজা পাতিবলৈ দিহা কৰিলে।

এজনা স্বৰ্গদেও পাটত থাকোঁতে আন এজনক ৰজা পাতিবলৈ চিন্তা কৰাটো আহোম ৰাজতন্ত্ৰত ক্ষমাহীন অপৰাধ। এনে ষড়যন্ত্ৰত যোগ দি ৰজা পাতিব পাৰিলে ভালেই, নোৱাৰিলে সমুচিত শাস্তি প্ৰাণদণ্ড। বুঢ়াগোহাঁয়েই এই বিষয়ত আগ ভাগ লৈছিল যদিও একেলগে ডাঙৰীয়া-বিষয়াসকলক কথাটো জনাবলৈ সুবিধা পোৱা নাছিল। সেইদিনা আছিল নৰিয়া ৰজাৰ মাকৰ সকাম। ডাঙৰকৈ ভোজ পাতিছিল। তালৈ মিতিৰ-কুটুম্বৰ উপৰিও বৰুৱা-ফুকন, ৰাজখোৱা-হাজৰিকা সকলোকে নিমন্ত্ৰণ জনাইছিল। দুৱাৰ মুখতে ৰজা আৰু বুঢ়াগোহাঁযে কিবা কথা পাতিছিল। ভোজ খাই, ওলাই আহোঁতে বুঢ়াগোহাঁযে আটাইকে গোটাই লৈ ক'লে, 'কথা কি, তহঁতে জানিছনে? ৰজাৰ লগত বিশ্বাসেৰে কথা হোৱা তহঁতে দেখিছ? বৰগোঁহাযেও দেখিছে। স্বৰ্গদেৱৰ ইচ্ছা, খহুৱা গোঁহাইকে ৰজা পাতিব লাগে। এই কথা তহঁতক জনাবলৈ কৈছে।' কুকুৰেখোৱা গোঁহাইৰ উৎপাতৰ পিছৰে পৰা আটাযে নৰিয়া ৰজাক ভাঙিবলৈ বিচাৰি আছিল। বুঢ়াগোহাঁযে স্বৰ্গদেৱৰেই ইচ্ছা বুলি জনোৱাত সদৌৱে একে মুখে সমৰ্থন জনালে। তাৰপৰা বাহিৰে বাহিৰে গৈ খহুৱা গোহাঁইক আনি চ'ৰাতে বহুৱাই থৈ নৰিযা ৰজাৰ কাৰেঙৰ জখলা ওভতাই থলে। এই আযোজনৰ গুৰি ধৰিছিল দিহিঙীয়া বৰগোহাঁই, শুকুলাহুদু বুঢ়াগোহাঁই, হাতীপোৱালি ভগা বুঢাগোহাঁই, নাকজয় দুলীযা বৰুৱা, ঘৰফলীযা বৰুৱা, দীঘলা ঘোঁৰাচোৱা বৰুৱা, সোণামুৱা বেজ আদিয়ে।

নৰিয়া ৰজাৰ কাৰেঙলৈ গৈ জখলা ওভতাই থোৱা দেখি কাৰেঙৰ পৰাই মাত লগালে, 'কোন।' বুঢ়াগোহাঁয়ে বোলে আনক অনা নাই, খহুৱা গোহাঁইকহে আনিছোঁ।' ৰজাই তাকে শুনি ক'লে, 'মই আন বুলিহে ভয় কৰিছিলোঁ। মই ৰুগীয়া-বেথীযা মানুহ, পূৰ্বে ৰজা নহওঁ বুলিলোঁ। আটায়ে ধৰি ৰজা পাতিলি এতিয়া মাজ-মুৰকত ইয়াকেহে কৰিলি। মোক যি শুলে বিন্ধিছে,

তাকো সেইডাল শুলেই বিন্ধিব।' বুঢ়াগোহাঁয়ে ক'লে, 'বলৱন্তই বল কৰিছে গুণে ধৰিলোঁ। দেহালৈ হানি নাই। পাটখনিহে গ'ল।' এই বুলি কাৰেঙৰ পৰা সসম্মানে নমাই আনি ৰমণী বজাৰৰ ওচৰৰ ৰণচেখামলৈ লৈ গ'ল। তাতে ৰথীয়াপৰীয়া দি বন্দীকৈ থলে। লাকু বৰপাত্ৰৰ জী ভগাজনা বৰকুঁৱৰী নৰিয়া ৰজাৰ লগতে গ'ল। তাৰেপৰা পুতেক খহুৱা গোহাঁইৰ কাৰেঙলৈ অহা-যোৱা কৰি কৰি থাকে। তাকে দেখি এদিন নৰিয়া ৰজাই ক'লে, 'পুতেৰ ৰজা হৈছে, ভালেই হৈছে। দিনচেৰেক যদি ৰাজপাট ভোগ কৰিবলৈ ইচ্ছা আছে, তেনেহলে চ'ৰাৰ চাৰি খুটা সলাই নতুন খুটা লগাব। আৰু জয়খামডাং খাতৰ কেঁকোৰা-কুচিয়াৰ গাঁতবোৰ মাৰি ল'ব।' ৰাজ্যক প্ৰতিপাল কৰিব। দুষ্ট লোকৰ কথা নলব, সামান্য মানুহক ভিতৰুৱাল নকৰিব। লৰা মানুহক বিষয়া নেপাতিব। গুণত পূজা, দোষত দণ্ড কৰিব।' কুঁৱৰীৰ যোগেদি দিয়া এই পৰামৰ্শৰ পৰিণতি স্বৰূপে কেই-দিনমানৰ ভিতৰতে ভাতৰ লগত বিহ মিহলাই খুৱাই ৰজাক মাৰিলে।

প্ৰতাপী প্ৰতাপসিংহৰ মৃত্যুৰ পিছত ৰজা হ'ল তেওঁৰ দুটি পুত্ৰ, স্ত্ৰৈণ, দুৰ্বল আৰু অবিবেচক। এই দুৰ্বলতাৰ সুযোগ লৈছিল চাৰিজনা ডাঙৰীযা আৰু চ'ৰাৰ ছয় ফুকনে। আৰম্ভ হৈছিল শিথিলতা, পক্ষপাতিতা আৰু স্বেচ্ছাচাৰিতা। পৰিণতি স্বৰূপে দুয়োজনা ৰজাই বিহত মুখ দি মৃত্যুবৰণ কৰিব লগা হৈছিল। সোণাৰি চুতীয়াৰ বৈণীযেকে পুতেকৰ মৰা-শৰৰ লগত জীযা মানুহৰ সন্তান দিবলৈ ওলাইছিল , কুকুৰেখোৱা গোহাঁযে মানুহ হৈ কুকুৰৰ দৰে কাম কৰিছিল। কিন্তু আহোম-ৰাজ-পাটত বহি অকৰ্মণ্যতা প্ৰমাণ কৰিলে। তাৰ প্ৰতিকাৰ কৰিবলৈ তিনিজনা ডাঙৰীয়া, বৰবৰুৱা, বৰফুকন, ফুকন, ৰাজখোৱা আছিল। নৰিযা ৰজাৰ ৰাজত্বৰ সমাপ্তি ঘটিল।

চুত্যিংফা নৰিযা ৰজাই ৰাজ্যাভিষেক উৎসৱত ডাঙৰীয়াসকলক বঁটা দিওঁতে নিযম বান্ধি দিলে। শিঙৰি ঘৰত কুন্‌মিন্ কুন্‌খা (কিংখাপ, মেজাঙ্কৰী আদিৰে তৈয়াৰী টাই আহিৰ্ৰ চোলা-

কাপোৰ ), পাটঘৰত পাগ-জামা, আৰু ৰজা পাতোঁতে বিষয়াসকলক বচোৱাল- টঙালি উপহাৰ দিয়া হ'ল।

স্বৰ্গদেও প্ৰতাপসিংহই জয়ন্তীয়াৰ কন্যা আনিবলৈ কছাৰী ৰজা যশনাৰায়ণৰ ওচৰলৈ শীতলিযালৰ ডেবেৰা কটকীক বাট বিচাৰি পঠিযালে। কছাৰী ৰজাই বোলে, 'পূৰ্বাপৰে যি পথেদি অহা-যোৱা কৰে, সেইপথেদি কন্যা নমাই নিযক। মোৰ ৰাজ্যৰ মাজেদি বাট দিলে সেই বাটেদি আহি কেতিযাবা ৰাজ্য আক্ৰমণ কৰিব। বাট নিদিওঁ।' যশনাৰাযণৰ এই ব্যৱহাৰত স্বৰ্গদেও ক্ষুব্ধ হৈ উঠিল।

চাওপেত বুঢ়াগোহাঁইকে মুখ্য কৰি এদল সৈন্য ধনশিৰীযেদি পঠালে। খামচিং বৰগোহাঁই আৰু সোন্দৰ গোহাঁইক কপিলীৰ বাটেদি যাবলৈ আদেশ কৰিলে। কপিলীযেদি গৈ সাতগাওঁ তেতেলীগুৰিত শিবিৰ পাতি থাকি যশনাৰাযণক পুনৰ বাট দিবলৈ অনুৰোধ কৰিলে. যশনাৰায়ণে বাট নিদিলে। স্বৰ্গদেৱে আদেশ দিলে কছাৰী ৰাজ্য দখল কৰি বাট উলিযাই কন্যা আনক। আদেশ অনুসৰি সোন্দৰ গোহাঁযে তিয়ৰি, দেৱৰগাওঁ, ধৰ্মপুৰ, লাহোৰ, সাকিম, ( বাকি ) নামৰ আৰু সাতগাওঁ এই সাতোখন বিলাইত দখল কৰি ডেমেৰাত কোঁঠ মাৰিলেগৈ। যশনাৰাযণ ৰজাই এই কথাত ভয পাই শ্ৰীকান্ত আৰু শীতলিযালৰ ডেবেৰা কটকীক ক'লে, 'তহঁত যে আহিছ, ই জানো সম্প্ৰীতিৰ লক্ষণ। সিপিনে সোন্দৰ গোহাঁযে ৰাজ্য দখল কৰি ললে।' তাকে শুনি দুই সলি-সিয়ান কটকীয়ে বোলে, 'আমি একো নেজানো। পিঠি দিলে, পিছপিনে হাতী নাইবা পৰ্বতকো নেদেখি। আৰু এটা কথা, কছাৰী ৰজা স্বৰ্গদেৱৰ থাপিত-সাপিত। নিজ হাতে ৰোৱা গছক সাধাৰণতে ৰোওঁতাই অপকাৰ নকৰে। কিন্তু কোনোবা গছে যদি ছাঁও নিদিয়ে, ফলো নিদিযে, গৃহস্থই তেতিযা তেনে গছ নেৰাখে। আমি কি জানো ?' যশনাৰায়ণ ৰজাই দুই কটকীক ৰাখি থলে। আনপিনে সাতগাঁৱেদি জয়ন্তীযা কুঁৱৰীক নমাই আনিলে। সোভা তামুলীয়ে কন্যা আনি গড়গাঁৱত শোধালেহি। জয়ন্তীয়া ৰজাৰ লগত বৈবাহিক সূত্ৰে মিত্ৰ হ'ল।

কছাৰী ৰজাই বৰকথা মাতি উত্তৰ দিয়াত প্ৰতাপসিংহই ক'লে, ঘৰৰ কুকুৰ যদি বলিয়া হৈ মানুহ কামোৰে, তাক ৰাখি থোৱাটো উচিত নহয়। মোৰ থাপিত-সাঞ্চিত হৈ মোৰ আদেশ অৱজ্ঞা কৰিছে যেতিয়া, তেনেকৈ ৰাখি থোৱা উচিত নহয। ৰাজ্য আক্ৰমণ কৰক।

এখন যুদ্ধৰ আযোজন হ'ল। সোন্দৰ গোহাঁযে মাইবং অধিকাৰ কৰিবলৈ আঁচনি কৰি দৈয়াং পাৰ হৈ কোঁঠ মাৰিলে। যশনাৰায়ণ ৰজাই বোলে, 'এফালে সোন্দৰ গোহাঁই আগ বাঢ়ি আহিছে, সিফালে জযন্তীয়াও শত্ৰু হ'ল। এই সময়ত সন্ধি কৰাই ভাল।' এই বুলি সোন্দৰ গোহাঁইলৈ প্ৰস্তাৱ পঠালে।

এই পৰ্ব বিশ্বাসঘাতকতা আৰু ৰক্তক্ষযৰ পৰ্ব। জেঠ মাহ। ৰ'দ-বৰষুণত অনেক সৈন্য নৰিয়া পৰিল। তাকে দেখি স্বৰ্গদেৱলৈ জনাই পঠালে। কিন্তু ৰজাই মাইবং অধিকাৰ কৰিবলৈ আদেশ দিলে পিছে ডা-ডাঙৰীযাসকলে ক'লে, 'স্বৰ্গদেও, বিহগছৰ পুলি নেজানি ৰুলেও উঘালি পেলাব নেপায। তাতে কছাৰী ৰজাক পুলিন-পুথাওসকলে থাপি-সাঞ্চি গৈছে। তেনে ৰজাৰ নগৰ অধিকাৰ কৰিলে শোভন নেদেখি।' ডাঙৰীযাসকলৰ পৰামৰ্শৰ উত্তৰত স্বৰ্গদেৱে ক'লে, গৃহস্থৰ নিজৰ কুকুৰ হলেও বলিয়া হৈ মানুহ কামুৰিলে তাক জানো নেমাৰে ? বিশেষকৈ মিত্ৰ শত্ৰু হ'লে সি অতি ভয়ানক হয।' ডা-ডাঙৰীযাসকলৰ পৰামৰ্শ গ্ৰহণ নকৰি সোন্দৰ গোহাঁইক কছাৰী ৰাজ্য আক্ৰমণ কৰিবলৈ আদেশ দিলে।

সোন্দৰ গোহাঁইৰ দিন মন্দ। ভণ্ডাৰী গোহাঁয়ে সোভা তামুলীৰ আগত অতি গোপনে বাৰ্তাৰ পঠালে বোলে, 'সোন্দৰ গোহাঁয়ে ৰাতিক দিন কৰি, হাড়ক মাটি কৰি ৰণ কৰিছে। এইপিনে তেওঁৰ বৰঘৰিণীক ৰজাই চাঙলৈ আনিবলৈ নিয়ম কৰিছে। বাৰ্তাৰ পাই সোন্দৰ গোঁহাই দুখ-বেজাৰত জৰ্জৰিত হৈ ক'লে, 'গড়গাঁৱলৈ গলেও মৰা, ৰণত পৰিলেও মৰা। পুত্ৰ ভাৰ্য্যা ৰক্ষা কৰিবলৈহে দেহ-প্ৰাণ উৰ্চৰ্গ ৰজাঘৰত কাম কৰে। পুত্ৰ-ভাৰ্য্যাকে যদি ৰাখিব নোৱাৰিলো, জীয়াই থাকি কি লাভ ?' বৰগোহাঁইক

ক'লে, 'আপুনি সন্তুষ্ট হওক। মই ইযাতে চাৰিকড়া কড়ি দি চাৰিহাত মাটি কিনি থৈছোঁ। মোৰ দিন ভাল নহয়।'

সোন্দৰ গোহাঁইৰ বিতুষ্টিৰ কথা কছাৰী ৰজাযো জানিবলৈ পালে। যশনাৰায়ণে ভায়েক ভীমবল কোঁৱৰৰ লগত আলচি সিদ্ধান্ত কৰিলে, 'আহোমক সম্মুখ সমৰত বলে নোৱাৰোঁ। পোনতে ওল-মাল দি মিত্ৰতা কৰাৰ কথা কওঁ। পিছত দগা দি কাটিম।' কছাৰী ৰজাৰ মানুহ সোন্দৰ গোহাঁইৰ ওচৰলৈ অহা-যোৱা কৰি থাকে, আলেখ-লেখ চাই থাকে। ভীমবল কোঁৱৰ, পৱনা হাতী এই দুইক ওল দিবলৈ জনালে। যশনাৰায়ণ মান্তি হ'ল।

ভীমবল কোঁৱৰ সাহসী, বুদ্ধিয়ক আৰু চতুৰ আছিল। 'ৰণত মৰিলেও মৰা, আহোমৰ হাতত মৰিলেও মৰা। ওল মাল দিবলৈ দিন লোৱাঁ। ইতিমধ্যে সন্তুষ্ট হৈ আহোমক ধৰোঁ।' কথামতে কাম। দেওধনি তুলি, পূজা কৰি ফল পালে শুভ। পৱনা হাতীযে পূজাৰ নিৰ্মালি শুৰেৰে তুলি মূৰত ললে। ভীমবল কোঁৱৰে এইবোৰ লক্ষণ দেখি ওল-মাল দিয়াৰ কথা বন্ধ কৰিলে। আনপিনে চাউল, কোমোৰা, কচু আদি যোগোৱাৰ চলেৰে কছাৰী মানুহ দহ-বাৰটাকৈ আহি সোন্দৰ গোহাঁইৰ শিবিৰৰ তলা-নলা চাই ফুৰে। সিহঁতে গৈ ভীমবল কোঁৱৰক সবিশেষ জনায়গৈ। এইদৰে ছেগ চাই থাকি এদিন ৰাতি হিলৈৰ মুখত গৰঙেৰে পানী বাকি খাৰ সেমেকালে। অনেক সৈন্যৰ নৰিয়া। সোন্দৰ গোহাঁই আৰু খামচিন বৰগোহাঁই দুয়ো অসাৱধান। এনে এটা দিনতে ভীমবল কোঁৱৰে ৫০০ বছা বছা সৈন্য লৈ পৱনা হাতী আৰু শত্ৰুমৰ্দন হাতীৰে কোঠ ভাঙি আহোমৰ শিবিৰ আক্ৰমণ কৰিলে। তিনি ভাগৰ দুভাগ সৈন্য দা-যাঠিৰে খুচি-কাটি মাৰিলে। বৰতোপ নুফুটে। সৈন্যও অসাৱধান। সোন্দৰ গোহাঁই কোঁঠৰপৰা আঁতৰি আহি দৈয়াঙৰ কাষৰ কাইটনি হাবিত লুকাই থাকোঁতে খামচা নামেৰে কছাৰী সৈন্য এজনে মূৰ কাটি নিলে। খামচিন বৰগোহাঁইক কছাৰীয়ে বৰ্চাৰে খুঁচি মাৰিলে। কোঁঠত থকা সকলো বস্তু কছাৰীয়ে অধিকাৰ কৰিলে। মূৰ

নাইকিয়া শৰ দুটা লৈ আহোম সৈন্য আহি মৰঙীৰ চকী পালেহি।

খামচা কছাৰী খামি ডাঠ সৈন্য। কোমোৰাবন্ধীয়া মানুহটো সমুখত থিয় হৈ সোন্দৰ গোহাঁইৰ মূৰ কাটি নিলে। আনজন অনামী কছাৰী সৈন্যযো শেলে খুঁচি মৰা খামচিন বৰগোঁহাইৰ মূৰ কাটি নি যশনাৰায়ণ ৰজাৰ আগত দিলেগৈ। ৰজাই আনন্দ পাওক চাৰি দুযোটা সৈন্যকে দোষ ধৰি ক'লে, 'অহম ৰজাৰ সেনাপতি, ডাঙৰ ডাঙৰীযা। বন্দী কৰি কিয নানিলি? মোৰ ৰাজসভাত থাকিলেহেঁতেন, দেশ-বিদেশৰ মানুহে দেখিলে হেঁতেন। মযো কলোঁহেঁতেন, অচমক পৰাস্ত কৰি সেনাপতিক ধৰি আনিছোঁ। স্বৰ্গদেৱেও আশা কৰি থাকিলেহেঁতেন। কিয কাটিলি? এই বুলি দুয়োটা সৈন্যকে প্ৰাণদণ্ড দিলে। 'কোনো মৰে হাড়ে হাড়ে, কোনো মৰে মঙহ ভাৰে।'

সোন্দৰ গোঁহাইক পৰাস্ত কৰি যশনাৰাযণ ৰজাই প্ৰতাপ-নাৰাযণ নাম ললে আৰু নিজৰ ৰাজধানী মাইবঙৰ নাম কীৰ্ত্তিপুৰ ৰাখিলে। পূৰ্বৰ থাপিত-সাঞ্চিত এই অপবাদবপৰাও মুক্ত হ'ল। কৰতলীযা ৰূপে দিবলগীযা ঘোঁৰা ইত্যাদি নিদিওঁ বুলি স্বতন্ত্ৰ হ'ল।

শীতলিয়ালৰ ডেবেৰা আৰু শ্ৰীকান্ত কটকীক ৰাজসভালৈ আনি ক'লে, 'তহঁতে দেখোঁ সম্প্ৰীতিৰ কথা কৈছিলি, পিছত দেখোঁ ৰণমুৰা হৈহে আহিলি। যি হ'বৰ হ'ল। এতিয়া গৈ তহঁতৰ স্বৰ্গমহাৰজাত কবিগৈ। শুনিছোঁ, দুয়ো গোহাঁই ডাঙৰ মানুহ। মূৰ কাটি আনি যতনকৈ থৈছোঁ। তহঁতৰ দেশত মূৰ নথকা দেহৰ কাজ-শৰাধ নকৰে। কাজ-শৰাধ কৰিবলৈ যদি মূৰ লাগে, ৰজাই খোজে যদি দিম। মানুহ পঠাই নিযাব। এই বুলি ডেবেৰা আৰু শ্ৰীকান্তক কলৰ ভুৰত তুলি ধনশিৰীয়েদি উটুৱাই পঠালে। কচু-ঢেকীয়া খাই কথমপি আহি দৈয়াঙৰ চকীত ওলালহি। চকীয়ালে পাই দুই কটকীক নি মৰঙীৰ বৰ-চেতিযাক দিলেগৈ। বৰচেতিয়াই গড়গাঁৱলৈ পঠালে।

গড়গাঁৱৰ কাৰেঙৰ চ'ৰাত বহি স্বৰ্গদেৱে শ্ৰীকান্ত আৰু

ডেবেৰা দুই কটকীক মতাই নি শোধালে, 'ক'ত, কি হ'ল, ক।' দুই কটকীযে বোলে, 'স্বৰ্গদেৱে দাই নধৰিলেহে ক'ব পাৰোঁ।' ৰজাই বোলে, 'কছাৰীযে যি বুলিছে তাকেহে ক'বি, কিয় দাই ধৰিম।' দুই কটকীয়ে থামচিন বৰগোহাঁই আৰু সোন্দৰ গোহাঁইৰ মূৰ কাটি নি সাঁচি থোৱাৰ কথা ক'লে। লগতে স্বৰ্গদেৱে মূৰ খুজি মানুহ পঠিয়ালেহে দিয়াৰ কথা ক'লে। বাতৰি শুনি স্বৰ্গদেৱৰ মুখ বিবৰ্ণ হ'ল। হঠাতে খঙৰ কোবত চ'ৰাৰপৰা উঠি ভিতৰলৈ গ'ল। খন্তেক পিছত ওলাই আহি চ'ৰাত ক'লে, 'বঙাল শত্ৰু সমুখ হৈ আছে। কছাৰীতকৈ বঙাল মোৰ ডাঙৰ শত্ৰু। কছাৰীক থৈ বঙালক আগতে ধৰিব লাগে।' মোগল সেনাপতি ছৈয়দ আবুবকৰ (বাবাকৰ) আহি অসম ৰাজ্য উজাৰ কৰিবলৈ হাজোত থানা দি আছিল। কোচ ৰাজ্যৰ ৰজা পৰীক্ষিতনাৰায়ণক মকৰম খাঁই নজৰবন্দী কৰি দিল্লীলৈ পঠালে। কোচ ৰাজ্য একপ্ৰকাৰ অধীন হোৱাত আহোম ৰাজ্য দখল কৰিবলৈ সুবিধা হ'ব বুলি মোগলে ছল চাই আছিল।

কছাৰী ৰাজ্য সম্প্ৰতি আক্ৰমণ নকৰি তিনি গোহাঁইৰ তিনিজন, চাৰিং ৰজাৰ এজন আৰু বৰচেতিযাৰ এজন পাচোঁজনৰ হৈ পাঁচজন মানুহ কছাৰী ৰাজ্যলৈ পঠাই, কছাৰীৰ গতি-বিধি, চাল-চলন আৰু মন-বুধি বুজিবলৈ দিহা কৰিলে। কমলা, নিতাই, বিহুৰা, ৰুপাই আৰু লাঙ্গিচঙিগ এই পাঁচজনক বাছি লৈ স্বৰ্গদেৱে বুজালে, 'কছাৰী ৰজা ক'ত আছে, কি কৰিছে, বুজ লবি। মোৰ নাম নলবি, গোহাঁই তিনিজনাই পঠাইছে বুলি কবি। যুন্ধৰ কাৰণে নহয, প্ৰীতিৰ কাৰণেহে পঠাইছে। জযন্তীয়া কুঁৱৰীক নমাই নিবলৈহে সোন্দৰ গোহাঁইক পঠাইছিল। সোন্দৰ গোহাঁয়েহে বঢ়া কাম কৰি কছাৰী ৰাজ্যৰ গাওঁ দখল কৰিলে। গোহাঁইক মাৰি ভাল কামেই কৰিলে।' পাঁচোজন একগোট হৈ গৈ কছাৰী ৰাজ্য পালেগৈ। ইতিমধ্যে কছাৰী ৰজা যশনাৰায়ণ মৰিল। ভীমবল কোঁৱৰ ভীমবলনাৰায়ণ নাম লৈ ৰজা হ'ল।

স্বৰ্গদেও প্ৰতাপসিংহই শিকাই পঠোৱা মতে কছাৰী ৰজাক সবিশেষ নিবেদন কৰিলেগৈ। তাৰ উত্তৰত কছাৰী ৰজাই ক'লে,

'তহঁত পাঁচজন যে আহিছ, কি কাৰণে ? কছাৰী-আহোমৰ মাজত পূৰ্বতে মিলাপ্ৰীতি আছিল। সেই মিলাপ্ৰীতি আমাৰ দোষত ভগা নাই। সোন্দৰ গোহাঁয়ে জয়ন্তীয়া কুঁৱৰী নিবলৈ আহি মোৰ গাওঁ অধিকাৰ কৰিলে। বাকী ডাঙৰীয়াসকলেও সৈন্য সামন্ত লৈ ডিমাপুৰৰ সিংহদুৱাৰত কোঠ পাতি আছিল। কি কাৰণে ? বোলে, কন্যা যোগাবলৈ অহা জয়ন্তীযা মানুহক মাছ-পহু মাৰি পুহিবলৈ পঠাইছিল। মোৰ ৰাজ্যত মাছ-পহু মাৰিবলৈ পঠাব পায়নেকি ? বাৰু, ডাঙৰীয়াসকলে সম্প্ৰীতি স্হাপন কৰিবলৈ পঠাইছে। ভাল হৈছে। ডাঙৰীযাসকলৰ যহতহে স্বৰ্গমহাৰজাৰ গুণ-যশ বৃদ্ধি পায, সম্প্ৰীতিও গাঢ় হয়। সূৰ্য্যৰ কিৰণ পালে যেনেকৈ পদুম বিকশিত হয, থিক তেনেকৈ ডাঙৰীযা-সকলৰ গুণেহে বুদ্ধিও বঢ়া-টুটা হয। ডাঙৰীযাসকলে যে পূৰ্ব-প্ৰীতিৰ কথা স্মৰণ কৰি পাঁচজন মানুহ পঠাইছে, ময়ো এজন কটকী পঠাওঁ।' এইবুলি ৰমানন্দ নামেৰে এজন কটকী লগত দি পাঁচজন মানুহক বিদায দিলে।

ভীমবলনাৰাযণৰ লগত সম্প্ৰীতি স্হাপন কৰিবলৈ আহোম-কছাৰীৰ মাজত কটকী অহা-যোৱা কৰিবলৈ ধৰিলে। ৰমানন্দৰ লগত যোৱা মাধৱকন্দলি আৰু ডেবেৰা কটকীক ভীমবলনাৰাযণে ক'লে, 'স্বৰ্গমহাৰজাই পূৰ্বতে থাপিছে-সাণ্ঠিছে। সেইবাবে থাপিত-সাণ্ঠিত বুলিব পায কিন্তু পূৰ্বে যেনেকৈ নিৰ্ভযনাৰাযণক কন্যা দি থাপিছিল, এতিযাও কন্যা দি সম্প্ৰীতি স্হাপন কৰক।' এই বুলি ৰমানন্দক লগত দি মাধৱ কন্দলি আৰু ডেবেৰাক ঘূৰাই পঠালে। ভীমবলনাৰাযণৰ অভিপ্ৰায় বুজি চাৰিঙীয়া সন্দিকৈৰ দীপলিপ কন্যা এটি বুঢ়াগোহাঁইৰ জী বুলি কছাৰী ৰজালৈ দিবলৈ দিহা কৰিলে। ভীমবলনাৰাযণক কন্যা নিবলৈ ডিমাপুৰৰ সিংহদুৱাৰলৈ আগ বাঢ়ি আহিবলৈ ক'লে। ভীমবলনাৰাযণ সন্দেহপৰাযণ, আগ বাঢ়ি নাহিল। শীতলিযালৰ ডেবেৰা কটকীক লগত দি কন্যা আগবঢ়াই পঠালে। এই কথাত ভীমবল পৰম আনন্দিত হ'ল। কটকীৰ হাতত অনেক বয-বস্তু দি বিদায় দিলে।

ভীমবলনাৰায়ণ অতি চতুৰ আৰু কৌশলী আছিল। কন্যা গ্ৰহণ কৰি মিত্ৰতা কৰিলেও কিছুদিনৰ পিছত বাঘৰ গাওঁ দখল কৰি ললে। এই কথা শুনি স্বৰ্গদেৱে বৰ'চৰাত আলোচনা কৰি কছাৰীৰ সীমাত গড় বান্ধিবলৈ প্ৰস্তাৱ কৰিলে। ডাঙৰীয়া তিনিজনাই তাকে শুনি ক'লে, 'গড় বান্ধিলে পূৰ্বাপৰলৈ সীমা বান্ধি দিয়া যেন হয়। সীমাৰ কাষে কাষে দৈয়াঙৰ পাৰত গাওঁ পাতি মানুহ বহুৱালেহে ভাল।' ডাঙৰীয়াসকলৰ কথা শুনি ৰজাযো শলাগিলে। পিছত কুঁৰিত. এঘৰকৈ মানুহ তুলি নি ধনশিৰী-দৈয়াং উপত্যকাত গাওঁ পাতিলে। সেযে বছা দৈয়াং।

জয়ন্তীয়াৰ কন্যা আনিবলৈ গৈ আহোম আৰু কছাৰীৰ ৰি বিৰোধ লাগিল, সি বহুত দিন ধৰি চলিল। সিপিনে তিনি গৰাকী জয়ন্তীয়া কুঁৱৰী আনি প্ৰতাপসিংহই কুঁৱৰী পাতিলে। সোন্দৰ গোহাঁয়ে আনিলে সাতগাওঁ-তেতেলীগুৰিযেদি, লাই-সান্দিকৈয়ে আনিলে গোভাৰ বাটেদি আৰু ফুলবৰুৱাই আনিলে পুনৰ গোভাইদি।

খাচীয়া-জয়ন্তীয়াৰ সৈতে আহোমৰ মিত্ৰতা স্থাপন হ'ল। সেই সুযোগতে ফুলগুৰিত হাট-বাট কৰিবলৈ কলং সীমা কাৰ মাটি খুজিলে। প্ৰস্তাৱ শুনি ৰজাই তিনিজনা ডাঙৰীয়া সৈতে মেল কৰি ক'লে, 'এখন দেশৰ ৰজা। নিজৰো ৰাজ্য আছে। তথাপি যে মাটি বিচাৰি প্ৰাৰ্থনা কৰিছে। তোমালোকে কি বোলা?' ৰজাৰ কথা শুনি খাম্প্ৰত বৰগোহাঁই ডাঙৰীয়াই গহীনাই উত্তৰ দিলে, 'নিদিলেও ভাল নেদেখি। দিলেও তলিছিঙাকৈ দিব নেলাগে। দুয়ো ৰাজ্যই যাতে উমৈহতীয়াকৈ হাট-বাট কৰিব পাৰে, সেইৰূপে থব লাগে। তদুপৰি কলঙৰ চকীত লাঙিগ ফুকন আছে, তেওঁকো সুধিব লাগে।' খাম্প্ৰত বৰগোহাঁইৰ কথা মতে লাঙিগ ফুকনক সোধাত ক'লে, 'ঠাই ভাল। মাছ-পহু মৰা ঠাই। জয়ন্তীয়ালে যদি খৰি, মাছ, পহু যোগাব পাৰে, তেতিয়াহে ফুলগুৰিত হাট পাতিবলৈ মাটি দিব লাগে।' সোণাবড় আৰু ৰূপাবড় নামে দুজোপা বড় গছ আছিল। আগতে তাৰে তলত হাট বহিছিল। স্বৰ্গদেৱে মাটি দিয়াত ফুলগুৰিত

হাট পাতিলে। সেই হাটত অসমৰ সাউদ-মুদৈ আৰু জয়ন্তীয়া-খৈৰামী আৰু গাৰো মানুহে মুকলিকৈ হাট-বাট কৰা হ'ল। তিনিও পৰ্ব্বতীয়া ৰজাৰ মানুহে ভৈয়ামত ঘৰ সাজি লৈ হাট-বাট কৰিছিল। যুগৰ সাক্ষী লৈ ফুলগুৰিৰ হাট আজিও জীয়াই আছে। লাঙ্গি ফুকন যেতিয়া কাজলীমুখত আছিল, তেতিয়ালৈকে নিয়মীয়াকৈ খৰি, মাছ, পহু যোগাই আছিল। যেতিযা পুৰাহাটী বৰফুকনৰ সদৰ ঠাই হ'ল, তেতিযাৰপৰাহে জয়ন্তীযালে মাছ পহু যোগাবলৈ এৰিলে।

ডিমৰুৱা এখন সৰু ৰাজ্য। মানুহ আছিল ১৪,০০০। পৰ্ব্বতৰ পাদদেশত শান্তিৰে বাস কৰিছিল। কছাৰী ৰজা যশনাৰায়ণে ডিমৰুৱা ৰাজ্যত উপদ্রৱ আৰম্ভ কৰাত ৰজা প্ৰান্তেশ্বৰৰ গৈ নৰনাৰাযণৰ শৰণাগত হ'লগৈ। নৰনাৰাযণে জয়ন্তীয়া ৰাজ্যৰ সীমাৰ কাষে কাষে ওঠৰজন পোৱালি ৰজাক অধিকাৰ পাতি দিলে। নিযমীয়াকৈ কৰ-কাটল দি প্ৰান্তেশ্বৰে ৰাজ্য ভোগ কৰি আছিল। পিছে পুতেক চক্ৰধ্বজ ৰজা হৈ বাৰবছৰ কৰ-কাটল নিদিযাত তেওঁক বন্দী কৰি থলে। চক্ৰধ্বজে মুকলি হ'বৰ মনেৰে ৰঘুদেৱনাৰাযণৰ শৰণাপন্ন হ'ল। পিছত যেতিযা ৰঘুদেৱ ঘিলাবিজযপুৰত ৰজা হ'ল, তেতিযা পুনৰ দাঁতিঅলীয়া ৰজা পাতি থলে। চক্ৰধ্বজৰ পুতেক পোৱালসিংহ, পোৱালসিংহৰ পুতেক প্ৰভাকৰ, এওঁবিলাকে ৰঘুদেৱৰ পুতেক পৰীক্ষিতনাৰাযণৰ দিনত কৰ-ভাৰ দি ডিমৰুৱা শাসন কৰিছিল। কিন্তু মকৰমখাঁই যেতিযা পৰীক্ষিতক দিল্লীলৈ ধৰি নিলে, তেতিযা জয়ন্তীয়া ৰজা ধনমাণিকে প্ৰভাকৰক বন্দী কৰি জয়ন্তীপুৰলৈ ধৰি নিলে। পিছে ধনমাণিক মৰিলত পুতেক যশমাণিকে হাতী এটা আৰু ৰূপ এহেজাৰ ব'টা স্বৰূপে দি এৰি দিলে। সেযা ১৫৩৮ শকৰ আহিন মাহ। স্বৰ্গদেৱে ডিমৰুৱা ৰজাক পুনৰ ৰজাৰ মৰ্য্যাদা দি দাঁতিঅলীযা ৰজা পাতি থলে।

এটা দীঘলীযা শতাব্দী। স্বৰ্গদেও প্ৰতাপসিংহৰ দিনতে এই বিশেষত্বপূৰ্ণ শতাব্দীটোৰ ( সপ্তদশ শতিকা ) দুৱাৰ মুকলি হয়। এই শতাব্দীটোত মোগল সাম্ৰাজ্যবাদীয়ে অসম অধিকাৰ কৰিবলৈ

লোলুপ দৃষ্টিৰে চাই আছিল। সেই উদ্দেশ্যে ইটোৰ পিছত সিটোকে আক্ৰমণ চলাইছিল। কোচ ৰজা লক্ষ্মীনাৰায়ণ আৰু পৰীক্ষিতনাৰায়ণৰ ভিতৰুৱা বিৰোধৰ পৰিণতি স্বৰূপে মোগল শক্তি সোমাই আহিছিল। আৰম্ভ হৈছিল দীঘলীয়া সংঘৰ্ষ। সোণ, হাতী, অগৰু আৰু জালুক বিচাৰি আহিছিল মোগল সদাগৰ। সুলভ মূল্যত বস্তু কিনি মোগল সদাগৰে প্ৰচুৰ লাভ কৰিছিল। সদাগৰৰ মুখত ঐশ্বৰ্য্য-প্ৰাচুৰ্য্যৰ কথা শুনি এদিন ৰাজ্যখনকে নিজৰ কৰি লবলৈ চাহজাহান বাদছাহ উদ্যত হৈ উঠিছিল। সেই উদ্দেশ্যেই ২২ ওমৰাহ সৈতে মকৰম খাঁক পঠাইছিল। মকৰম খাঁ আহোঁতে বাটতে লুইত পাৰ হৈ পহু মাৰিবলৈ গৈছিল। নাও বুৰি মকৰম খাঁ মৰিল। ছৈয়দ আবুবকৰ কামৰূপৰ অধিপতি হ'ল। পৰীক্ষিতৰ ৰাজ্য পৰোক্ষে মোগল ৰাজ্যৰ বুকুত মাৰ গ'ল। মোগলে হাজোত থানা পাতিলে।

মোগলৰ গতি-বিধি লক্ষ্য কৰি পিকচাই চেতিয়াই স্বৰ্গদেৱলৈ জনাই পঠালে, বোলে, ছল-বুদ্ধি কৰি মোগলে কোচ ৰাজ্য দখল কৰিলে। পাণ্ডুৰ থানাদাৰ মোগলৰ সেনাপতি সত্ৰাজিতে কাজলী-মুখেদি কলং সোমাই উজাই আহি সলা পালেহি। লগত আহিল বাচৰু নাও ৬০ খন।' সলাত সত্ৰাজিতে তিনিটা কাম কৰিলে। পোনতে স্বৰ্গদেৱৰ ভঁৰাল লুট কৰি আহিলা-পাতিসমূহ অধিকাৰ কৰিলে, দ্বিতীয়তে বিশ্বনাথৰ দেওঘৰৰ বিগ্ৰহৰ আগত সোণৰ-ৰূপৰ যি অয-অলঙ্কাৰ আছিল সেইবোৰ লুট কৰি নিলে, তৃতীয়তে দেওঘৰৰ দেৱদাসী নটিনী তিনিজনী ধৰি নিলে। ইয়াৰ আগতে চেংধৰা নেওগে অৱশ্যে শিঙ্গৰিত দুখন মোগলৰ সদাগৰী নাও পাই লুট কৰি আনিছিল আৰু নাৱত অহা মানুহ এটাও কাটিছিল। ইয়াৰে প্ৰতিশোধ লবলৈ হাজোৰ থানাদাৰ ছৈয়দ আবুবকৰে সত্ৰাজিতক আদেশ দিলে।

মোগলৰ ৰতনছাহ নামেৰে সদাগৰ এটাই শিংগৰিত বেহা-বেপাৰ কৰি আছিল। অভিপ্ৰায় আছিল দুটা। এক বেহা-বেপাৰ কৰা, দুই, অসম ৰাজ্যৰ বিষয়ে সামৰিক জ্ঞান আহৰণ কৰা।

ৰতনছাহ সদাগৰৰ দুচলীয়া কথা বুজি তাক ধৰি আনিবলৈ আদেশ দিলে। ৰতনছাহক ধৰিব নোৱাৰিলে। পলাল। নাৱত থকা দুটা মানুহ পাই ধৰি আনিলে আৰু নাৱৰ ধন-বস্তু সকলো কাঢ়ি আনিলে। এইবেলি ৰতনছাহ গৈ সত্ৰাজিতক সবিশেষ জনালেগৈ। সত্ৰাজিতে ছৈয়দ আবুবকৰ, ছৈয়দ ছালাহ আৰু আলিয়াৰ খাঁক লগত লৈ ভৰলীমুখ পালেহি। সত্ৰাজিতৰ সৈন্যবাহিনীত পৰীক্ষিতৰ ৰাজ্যৰ মানুহো আছিল।

কছাৰী ৰাজ্যত ভীমবলনাৰায়ণে সোন্দৰ গোহাঁইক কাটিলে। সোন্দৰ গোহাঁই আৰু কেঁৰা গোহাঁই নামেৰে দুটি ডেকা পুতেক আৰু কাচনমলা নামেৰে এটি জীয়েক আছিল। এদিন ৰজা প্ৰতাপসিংহই ভঁৰালী চেতিযাক ইঙ্গিততে ক'লে, 'নল বৰা আৰু খুকুৰি বৰা ইহঁত দুটাক পাব লাগিছিল।' চেতিযাই ইঙ্গিতটো বুজি সোন্দৰ গোহাঁইৰ দুই পুতেকলৈ গুপুতে বাতৰি পঠালে, 'ৰজাৰ মন ভাল নহয়। নল বৰা, খুকুৰি বৰা বুলি আখেক আৰু কেঁৰা গোহাঁইকহে বুজাইছে। পালে কিন্তু নেৰে। দুয়ো গোহাঁই পলোৱাহে ভাল।' এই বাতৰি পাই আখেক আৰু কেঁৰা গোহাঁই দুয়ো কছাৰী ৰাজ্যৰপৰা বাহিৰে বাহিৰে পৰীক্ষিতৰ ৰাজ্যলৈ পলাই গ'ল। বৰাহী হাজৰিকাক ধৰি আনিবলৈ পাচিছিল। দুয়ো গোহাঁই কলিযাবৰৰ পৰা গৈ কাজলীমুখ পালেগৈ। কাজলীমুখৰ চকীত বৰাহী হাজৰিকাই লগ পাইছিল কিন্তু ধৰি আনিব নোৱাৰিলে। দুয়ো গৈ হাজোত থাকিলগৈ। ছৈযদ আবুবকৰে যেতিয়া সত্ৰাজিতক লগত লৈ অসম আক্ৰমণ কৰিবলৈ সন্টম হৈ আহিল, তেতিয়া আখেক গোহাঁই আৰু কেঁৰা গোহাঁইকো লৈ আহিল। এই বাতৰি পাই স্বৰ্গদেৱে খাম্প্ৰত বৰগোহাঁইক ক'লে, 'যেনে-তেনে সিহঁত দুটাক আনিব। মই সিহঁতক নেমাৰোঁ।' কথা শুনি খাম্প্ৰত বৰগোহাঁয়ে মাতি পঠালে। আখেক গোহায়ে ক'লে, 'স্বৰ্গদেৱৰ ভযতহে শত্ৰুৰ মাজত আছোঁহি। নহ'লেনো দেশ ছাৰি বিদেশত কোন থাকে।' বৰগোহাঁইৰ কথাত বিশ্বাস কৰি আখেক গোহাঁই বঙালৰ লগৰ পৰা গুচি আহিল।'

ভৰলী নৈৰ সিপাৰে মোগল সৈন্য, এইপাৰে অসমৰ সৈন্য।

মোগলৰ সেনাপতি ছৈয়দ আবুবকৰ, ছৈয়দ ছালাহ, আলিয়াৰ খাঁ আৰু সত্ৰাজিত। বাট দেখুৱাই আনিছিল আখেক আৰু কেঁৰা গোহাঁয়ে। দুয়ো পক্ষই দেখা-দেখি হৈ থাকে। আঘোণ মাহৰ ঘন কুঁৱলীৰে ঢকা এক ৰাতিপুৱা। মোগলে নাঁৱত ঘোঁৰা তুলি পাৰ হৈ আহিল। অতৰ্কিতে অসমৰ সৈন্যবাহিনীক অশ্বাৰোহী সৈন্যই আক্ৰমণ কৰিলে। ৰণত বৰচেতিয়াৰ নাতি ৰতি ডেকাকে ধৰি লৰি গোহাঁই আদি ভালেমান কেইজন বাছকবনীয়া যুঁজাৰু পৰিল। মাঘৰ বিহুৰ মেজি পুৰাই সেইদিনাই সকলো সৈন্যই ভালকৈ খোপনি লবলৈ বুলি চামধৰালৈ হুহুঁকি আহিল। এই কথা শুনি স্বৰ্গদেও প্ৰতাপসিংহৰ খং উঠি টানকৈ আদেশ দিলে, 'যুদ্ধত যি পাছ মুখ, পাছ ভৰি কৰিব, সেই সকলক কুঠাৰেৰে বুকু ফালি, কোৰেৰে কুৰি, কুটনাত কাটি, সকলোকে দেখুৱাই কাউৰী-চিলনীক দিবি। তাওখুনৰ পুতেক লাও বাইলুঙৰ হাতত মঙহ কুটা কুটনা, কোৰ, কুঠাৰ দি পঠালে। ৰজাৰ এই টান আদেশ শুনি সেনা-সেনাপতি সকলো সচকিত হৈ উঠিছিল। সেনাপতিসকলে আখেক গোহাঁইক সুধি মোগল সৈন্য কেতিয়া, কেনেকৈ থাকে জানি ললে আৰু চামধৰাৰপৰা গৈ ভৰলী নৈৰ কাষৰ, কোঁঠ অধিকাৰ কৰিলেগৈ।

অসমৰ ইতিহাসৰ এখন তাৎপৰ্য্যপূৰ্ণ যুদ্ধ। ৰজা-প্ৰজা সকলো সমানে উদগ্ৰীৱ। বুঢ়ী ভৰলী নৈ। মহামাযা কেচাইখাতীৰ অন্য ৰূপ। বাৰিষা হলেই পাগলী হয। হেজাৰ-বিজাৰ জীৱ-জন্তু উটুৱাই নিযে। জীযা মানুহৰ বলি লয। পকনীযাৰে পাক মাৰি গৰ্ভলৈ টানি নিযে। অসমৰ সৈন্যবাহিনীযে ভৰলীক পুজা কৰি নাও-নাওৰা, আহিলা-পাতি উচৰ্গা কৰি ভৰলীক তুতি-প্ৰাৰ্থনা কৰিলে, 'আই ভৰলী, বঙাঘাঁখনি খাই দিয়া। দেশকো ৰক্ষা কৰা, জাতিকো ৰক্ষা কৰা।' স্বৰ্গদেৱে সদায় চিন্তা কৰি থাকে। মোগল শত্ৰুক কেনেকৈ যুদ্ধত পৰাস্ত কৰি খেদিব পাৰি। এদিন এই কথাকে চিন্তা কৰি কৰি টোপনি অহা নাছিল। ৰাতি নিশা চিল্‌মিল্‌কৈ টোপনি আহিছিল। এটা সপোন দেখিলে, নাংকুৰি দেৱতাই কৈছে, মই তোৰ লগত যাম। ৰণত

অনায়াসে জিনিব পাৰিবি।' সপোন দেখি স্বৰ্গদেৱে দেওধাইৰ হতুৱাই নাংকুৰি নাথামৰ পূজা কৰোৱালে। সবুৰেপৰা স্বৰ্গদেৱে মহেশ্বৰৰ পূজা কৰিছিল। যুদ্ধৰ শুভ ফল কামনা কৰি মহেশ্বৰ-ঘৰত পূজা-পাতল কৰি স্তুতি-প্ৰাৰ্থনা কৰিলে। মহেশ্বৰেও সপোনত ক'লে, 'ভয় নকৰিবি, মই তোৰ বঙাল শত্ৰুক জিনি দিম।'

দলাইবন্ধীয়া গাঁৱৰ পোনে লুইতত নামি স্বৰ্গদেৱে হাতীত উঠি দুহাতে দুচৰু সোণ-ৰূপ লৈ ব্ৰহ্মপুত্ৰত উদ্দেশ্য কৰি ক'লে, 'হে ব্ৰহ্মপুত্ৰ দেৱতা, মই-যদি ৰণত হাৰিম, মোক তল নিযাবা। মই যদি ৰণত জিকিম মোক থাউনি দিবা।' এই বুলি হাতীৰপৰা নামি পানীলৈ গ'ল। পানীত থাউনি পালে, এবুকু মাথোন পানী হ'ল। আনন্দিত হৈ ৰজাই সোণ-ৰূপ দুচৰু লুইতত উটুৱাই দি ক'লে, 'তুমি দেখিছা, বঙাল শত্ৰু সমুখ হৈ আছে। তুমি মাৰি দিবা। মাজ ৰাজ্যৰপৰা দেওঘৰৰ নটিনী ধৰি নিলে, ইয়াতকৈ মোৰ কি ডাঙৰ লাজ আছে।'

ভৰলী পাৰৰ ৰণলৈ সকলো সন্টম হ'ল। ৰজা ভটীযাই গৈ বৰালিমৰাত শিবিৰ পাতি ৰ'লগৈ। মাঘৰ বিহুৰ দিনা অসমৰ সৈন্য হুহ'কি আহিছিল কিন্তু মাঘৰ সাদিনৰ দিনা অতৰ্কিতে মোগলৰ শিবিৰ আক্ৰমণ কৰিলে। বৰপেটা আৰু ভৰলীৰ মাজত তুমুল যুদ্ধ হ'ল। বামত পালে মোগল সৈন্যক কচুকটা দিয়ে, পানীত পৰিলে ভৰলীৰ কোবাল সোঁতে উটুৱাই নিয়ে। লুইতৰ সোঁতত আহোম নাৱৰীয়াই আমনি নেপায, মোগল নাৱৰীয়া উটি যায। ভৰলীৰ শিবিৰ এৰি মোগল সৈন্য পলাই গৈ কণামুৰি লাগি দলনি—দোপনিত পৰিলগৈ। তিৰোতা মানুহেও দুই চাৰিটা কাটিলে-মাৰিলে। কিছুমানৰ হাতত খেৰ বান্ধি জুই লগাই এৰি দিলে। বিস্তৰ মোগল সৈন্য বন্দী হ'ল, অনেক মৰিল। হাতী পালে ১২ টা, ঘোঁৰা ৯০ টা, নাও ১৬০ খন, লোৰ জাথৰ ৮৫ টা, খাৰ-বাৰুদ, হিলৈ বৰতোপ অনেক পালে। মোগলৰ কৰতলীয়া আঠজন ৰজা বন্দী হ'ল। এজন মৰিল। সত্ৰাজিত পলাই হাবিল কিন্তু পুতেক কৰ্মচান্দক পাই কালিয়াবৰৰ

কামাখ্যা মন্দিৰত বলি দিলে। ৫০০০ মৰিল, ৯০০০ বন্দী হ'ল, ৩০০০ সৈন্য পলাই গ'ল।

এই ৰণত জিকাৰ পৰিণতি স্বৰূপেই ৰাজ্যৰ সীমা আগ বাঢ়ি গৈ কাজলীমুখ পালেগৈ। নিজ ৰাজ্য সুৰক্ষিত কৰিবৰ বাবে লুইতৰপৰা চামধৰা পৰ্বতলৈ গড় বান্ধিলে। স্বৰ্গদেৱে নিজে গড় নিৰ্মাণৰ কাম চোৱা—চিতা কৰিছিল। গড় বন্ধা কামৰ দায়িত্ব দিছিল ভণ্ডাৰি গোহাঁই চেতিয়াক। সেয়েহে তেওঁ গড় মাৰি ভোমোৰাগুৰি পৰ্বতৰ গাত ফলি কাটি জনাই দিছিল, স্বৰ্গনাৰায়ণ মহাৰজাই যৱনক নিপাত কৰি পাছে পৰ্বত কাটি গড় নিৰ্মাণ কৰিলে ( স্বস্তি শ্ৰীশ্ৰীসকল মঙ্গলালয় স্বৰ্গনাৰায়ণদেৱ আগে যৱনক নিপাত কৰি পাচে পৰ্বত কাটি গড় শ্ৰীভণ্ডাৰি গোহাঁই কৰিলন্ত, শক ১৫৩৮।) ভৰলী মুখৰ ( বৰ্ত্তমান মৰাভৰালী ) যুদ্ধৰ বিপুল বিজয়ৰ বাৰ্ত্তা শিলত কাটি ঘোষণা কৰিলে।

মোগলৰ লগত সংঘৰ্ষ দীঘলীয়া হৈছিল। স্বৰ্গদেও প্ৰতাপসিংহই যুদ্ধক্ষেত্ৰৰ অনতিদূৰত শিবিৰ পাতি ৰণৰ যাৱতীয় নিৰ্দেশ আছিল। তিনিজনা ডাঙৰীয়া সমন্বিতে প্ৰায় সকলো উচচপদস্থ বিষয়া যুদ্ধক্ষেত্ৰত আছিল। ৰজাৰ নগৰ প্ৰায় উদং হৈ পৰিছিল। এই পৰিস্থিতি লক্ষ্য কৰি মোমাই তামুলীক বৰবৰুৱা পাতিলে। এয়ে প্ৰথম নিয়ম। ৰাজকীয় কামত-আতিৰি গলেও যাতে বিচাৰ, শোধ-পোছ চলি থাকে, সেই বাবে ন্যায়সোধা ফুকনৰ পদ সৃষ্টি কৰিলে। ৰজাই যেনেকৈ তিনিজনা ডাঙৰীয়াৰ লগত আলচ কৰি ৰাজকীয কাৰ্য্য পৰিচালনা কৰে, সেইদৰে কাৰ্য্য পৰিচালনা কৰিবলৈ ছজন ফুকনক বৰবৰুৱাৰ চৰাত বহিবলৈ দিলে। নাওবৈছা ফুকন, ভিতৰুৱাল ফুকন, ন-ফুকন, তৰুৱা দিহিঙীয়া ফুকন, চোতিয়া ফুকন, নেওগ ফুকন, এই ছজনকে চৰাত বহে বাবে চৰুৱা ফুকন বোলে।

লান্-ফিমা অৰ্থাৎ ফিমাৰ বংশৰ এটি লৰা আছিল, নাম শুকতি। শুকতিয়ে ভাগিনিয়েক লেফেৰাক ধন দিবলৈ আছিল। গড়গাঁৱৰ পশ্চিমে চুণপোৰাত বৰআলিৰ কাষতে লেফেৰাৰ ঘৰ। বাটৰ কাষলৈকে বাৰী। ঢাপ মাৰি টাটী চকোৱাবে জেওৰা দিছিল

শুকতিয়ে। মিহিকৈ চাঁচি, কামী-জেঠীৰে চকোৰা বৈছিল চকুত লগাকৈ। তাকে চাই বিধে বিধে লাগনি গছৰ পুলি ৰুইছিল বাৰীত। গড়গাঁৱৰপৰা হাতীত উঠি গজপুৰলৈ যোৱা প্ৰতাপসিংহৰ চকুত পৰিছিল বাৰীখন, বাৰীৰ ঢাপ আৰু জেওৰা। সুধিছিল, কোনে বাৰী পাতিছে বুলি। ভাগিনিযেক লেফেৰাই ভাৰ্স্তৰে কৈছিল, মোমায়েক শুকতিৰ কথা। ৰজাই তেতিয়াই লৈ গৈছিল শুকতিক। কাৰেঙত তামুলীৰ বাব দিছিল। তামোলক আহোম ভাষাত মা-মামু বোলে। সময়ত মা-মু শব্দৰ লগত তামুলী যোগ হৈ মোমাই তামুলী প্ৰখ্যাত হ'ল, শুকতি নামটো পাহৰণিৰ বুকুত তল পৰিল।

এনেতে আৰু এটা ঘটনা ঘটিল। সেই সময়ত বৰবৰা আছিল থাওমুং সন্দিকৈ। থাওমুং সান্দকৈৰ ঘৈণীযেকৰ নাম লাহদৈ। লাহদৈ নামে-কামে লাহদৈ আছিল। জীযৰী কালত ৰজাই লাহদৈৰ লগত মুখৰ চুপতি মাৰিছিল। কোঁৱৰ হৈ থকা কালতে এদিন ৰজাই লাহদৈক ৰজা হ'লে কুঁৱৰী পাতিম বুলি আশা দিছিল। কিন্তু সময়ত ৰজাই পাহৰি গ'ল। এদিন বাটত দেখি মাতি পঠালে। লাহদৈয়ে টান মাতেৰে উত্তৰ দিলে, 'আগতে কৈছিল, মই ৰজা হলে তোক ভাল কৰিম। এতিযা বুঢ়াকালত মনত পৰিল, নেযাওঁ।' লাহদৈ নগ'ল। লাহদৈৰ ব্যৱহাৰত ৰজা ৰুষ্ট হ'ল। তাতে শুকতি তামুলীযে জনালে বোলে, 'থাওমুং বৰবৰাই শিকাই দিযামতেহে ঘৈণীযেকে তেনেকৈ ক'লে।' ৰজাই খঙত থাওমুং সন্দিকৈ বৰবৰা আৰু ঘৈণীযেক লাহদৈক ৰাজ-আদেশ উলঙ্ঘা কৰাৰ অপৰাধত প্ৰাণদণ্ড দিলে। যি ঠাইত লাহদৈক পুতিছিল, সেই ঠাইনেই গড় যোৱাত তাকে মানুহে লাহদৈ গড় বোলে। বৰবৰা বিষয শূন্য হোৱাত শুকতি তামুলীক বৰবৰা পাতিলে। শুকতি তামুলীযে বৰবৰা হৈ গড়গাওঁ মেৰাই গড় বান্ধি, খাৱৈ খন্দাই, বাহিৰে কোটোহা বাঁহ ৰুলে। সেযেহে ইযাৰ নাম হ'ল বাঁহগড়। জেওৰা ভেটিব জনা শুকতিৰ গাত দূৰদৰ্শী প্ৰতাপ-সিংহই ৰাজ্য এখন ভেটিব পৰাৰ গুণ দেখিছিল।

চাওকাংবাণ্ডুক বৰগোহাঁয়ে চুতীয়া ৰাজ্যৰপৰা এটা মানুহ

ধৰি আনিছিল। বৰগোহাঁয়ে উপকাৰ পাই মানুহটোক লগত লৈ ফুৰাইছিল। ৰজাই দেখনিযাৰ মানুহ দেখি বৰগোহাঁইক খুজি লগত ললে। নাম দিলে হুন্ হুন্ পাতৰ। তুৰ্কৰ যুদ্ধত বীৰত্ব প্ৰদৰ্শন কৰি ৰজাৰ অধিক প্ৰিয়পাত্ৰ হ'ল। এওঁৰে পাৰিনাতি শুকালি। শুকালিৰে পো-নাতি, নাম ৰণকপ। কলিযাবৰত থকা চাৰি পানীসিযাৰে মুখ্য হৈ আছিল। তেওঁৰ আন নাম লাঙ্গি। ভৰলীমুখৰ যুদ্ধত পৰাক্ৰম দেখুৱাই ফুকন হৈছিল। আহোম ৰাজ্যৰ সীমা যেতিয়া পশ্চিমে কাজলীমুখলৈকে বিস্তৃত হ'ল, তেতিয়া বৰফুকনৰ বিষয় সৃষ্টি কৰি সোণৰ টেমি, খাৰু দি লাঙ্গি ফুকনৰ বৰফুকনৰ লগত পালিবিষয়া দিলে পানীফুকন, ডেকাফুকন, পানীদিহিঙীয়া ফুকন, নেওগ ফুকন, নেক ফুকন আৰু চেতিয়া ফুকনক। হাজোৰ ওচৰত হোৱা যুদ্ধৰপৰা ৰণকপ পানীসিযা নাম তল পৰি লাঙ্গি বৰফুকন নাম প্ৰখ্যাত হ'ল। ভোমোৰাগুৰিৰ শিলালিপিত ভণ্ডাৰি গোহাঁই আৰু আবাই বৰজনা গোহাঁইৰ লগতে লাঙ্গিবৰফুকনে চামধৰা সীমা কৰি হাৰুণি-দাৰুণি পৰ্বতলৈ গড় বন্ধোৱাৰ কথা উল্লেখ আছে।

স্বৰ্গদেও প্ৰতাপসিংহৰ দিনত বহুতো ঘটনাৰ লগত জড়িত আৰু এটি চৰিত্ৰ হ'ল ভণ্ডাৰি চেতিয়া গোহাঁই। মোগলৰ বিৰুদ্ধে ভৰলীৰ যুদ্ধত পৰাক্ৰম দেখুৱাই গড বান্ধি শিলৰ ৰেখাৰে কীৰ্ত্তি-যশ যুগমীয়া কৰিছিল। ফ্ৰাচেংমুং বৰগোহাঁযে শদিযা অধিকাৰ কৰিবৰ সময়ত চুতীযা ৰজাৰ ভঁৰালী এটাই ৰাজভঁৰালৰপৰা দা এখন আৰু বাৰু এখন চুৰকৈ আনি বৰিলহি। বৰগোহাঁ য সেই ভঁৰালীক নি নিজৰ খেলুৱাকৈ খনাখোকোৰাত পাতিলে। তেওঁৰ দুই পুতেক লাঙিমুই আৰু লাঙিথপ। তনখাম বৰগোহাঁযে জীযেক নাং চং গাভৰুক খোৱা ৰজালৈ উলিযাই দিওঁতে লাঙি-মুইক কামে-বনে ভাল পাই চেতিযা খেললৈ তুলি ভণ্ডাৰি গোহাঁই নাম দিলে। ভণ্ডাৰি গোহাঁই একালত প্ৰতাপী লোক হৈ উঠিছিল। কিন্তু মানৰ চৰিত্ৰৰ মহিমা ৰহস্যমণ্ডিত। এইজনা ভণ্ডাৰি গোহাঁযেই সোন্দৰ গোহাঁইলৈ গোপনে বাতৰি দিছিল,

বোলে, ৰজাই বৰগোহাঁইৰ ভাৰ্য্যাৰে ঘৰ কৰিছে। এওঁৱেই আকৌ সোন্দৰ গোহাঁইৰ দুই পুতেক আথেক গোহাঁই আৰু কেঁৰা গোহাঁইক ফুচুলাই আনি প্ৰাণদণ্ড দিবলৈ ৰজাক উচটনি দি কৈছিল, 'তিতাগছৰ আগো তিতা, গুৰিও তিতা।'

এদিন আহিল। ভণ্ডাৰি গোহাঁইৰো দিন চমু চাপিল। স্বৰ্গদেৱে লুইত পাৰ হৈ হাতী ধৰিবলৈ গৈছিল। সেই সময়ত উত্তৰ পাৰৰ বাৰভূঞাই সোণ এচৰু, ৰূপ এচৰু দি ৰজাক ভেটিলে। প্ৰতাপসিংহই ভূঞাসকলৰ দায় ধৰি ক'লে, 'এতিয়া যে সোণ-ৰূপ দি ভেটিছ, অতদিনে কি কৰিছিলি।' ভূঞাই বোলে, 'আমি স্বৰ্গদেৱৰ শৰণীয়া হবৰেপৰা বছৰি নিয়মীয়াকৈ কৰ-কাটল দি আছোঁ। স্বৰ্গদেৱে ভণ্ডাৰি গোহাঁইকে অধিকাৰী পাতি দিছিল, গতিকে তেওঁৰ হাততে দি আছোঁ। স্বৰ্গদেৱক যথা নিয়মে শোধাইছেনে নাই, আমি নেজানো।' এই কথা ৰজাই মনতে সাঁচি থলে। ভণ্ডাৰি গোহাঁইৰ তামুলী, ভঁৰালৰখীয়া-হঁতেও গোচৰ দিলে বোলে, 'সোন্দৰ গোহাঁযে কছাৰী ৰাজ্য অধিকাৰ কৰিব পাৰিলেহেঁতেন, ভণ্ডাৰি গোহাঁয়ে স্বৰ্গদেৱৰ বিশ্বাস ভাঙি সোন্দৰ গোহাঁইক বাতৰি দিলে বোলে, 'গোহাঁইৰ ঘৈণীয়েকক স্বৰ্গদেৱে কাৰেঙলৈ আনিবলৈ দিহা কৰিছে। সোন্দৰ গোহাঁয়ে সেই বাতৰি পাই মনৰ দুখত ৰাজকাৰ্য্যলৈ হেলা কৰিলে, সেয়েহে ৰণত ঘাটিল। বাপেকৰ লগত থকা-আথেক গোহাঁই আৰু কেঁৰা গোহাঁই নগৰলৈ বুলি আহি কলিযাবৰ পাইছিলেহি, এনেতে ভণ্ডাৰি গোহাঁইৰ মানুহে গৈ সিহঁতক ক'লেগৈ, স্বৰ্গদেৱে তহঁতক সুদাই নেৰে।' এই বাতৰি পাইহে আথেক আৰু কেঁৰা দুয়ো গৈ পৰীক্ষিত নাৰায়ণৰ ৰাজ্যত সোমালগৈ। এইটি কথাও মনতে সাঁচি থলে। এদিন তাঁতী, সোণাৰি, নগৰীযা অনেক মানুহে স্বৰ্গদেৱৰ আগত গোচৰ দিলে বোলে, 'স্বৰ্গদেও, ভণ্ডাৰি গোহাইৰ লৰাহঁতৰ প্ৰতাপত স্বৰ্গদেৱৰ ৰাজ্যত ঠাৰিব নোৱৰা হৈছোঁ। সিহঁতে সকলোৰে জাত-কুল মাৰিলে।' ৰাইজৰ সমূহীয়া অভিযোগ শুনি ৰজাই ক'লে, 'ভণ্ডাৰি গোহাঁইৰ পুতেকহঁতৰ অপকৰ্মৰ কথা মই আগতেও বহুত শুনিছোঁ।

ৰাজকাৰ্য্যত উপকাৰ পাইছে একো কোৱা নাছিলো। প্ৰজা ঠাৱৰিব নোৱাৰিলে সিহঁতক নেমাৰি কি?' এইবুলি ভণ্ডাৰি গোহাঁইৰ পুতেকহঁতক মৃত্যুদণ্ড দিবলৈ আদেশ দিলে। ভূঞাৰ ৰাজহৰ ধন খোৱা আৰু সোন্দৰ গোহাঁই আৰু পুতেকহঁতক টুটকীয়া কথা লগাই অঘটন ঘটোৱা আৰু পুতেকহঁতৰ অত্যাচাৰৰ কথা জানিও নিমাতে থকা অপৰাধত দোষী সাব্যস্ত কৰি ভণ্ডাৰি গোহাঁইৰো মৃত্যুদণ্ডৰ আদেশ দিলে। এই আদেশ পাই ভণ্ডাৰি গোহাঁয়ে স্বৰ্গদেৱৰ আগত নিবেদন কৰিলে, 'স্বৰ্গদেও, লৰাহঁতে বঢ়াকৈ অকথা কৰিলে, স্বৰ্গদেৱে সিহঁতক মাৰিলে, ভাল কৰিলে। স্বৰ্গদেৱে মোৰ বুঢ়া বন্দীৰ দেহাটো ৰক্ষা কৰক।' স্বৰ্গদেৱে শুনি ক'লে, সোন্দৰ গোহাঁইৰ জীয়েক কাচনমলাক ৰাখিব খোজোঁতে কৈছিলি, 'তিতাগছৰ আগো তিতা গুৰিও তিতা। এতিযানো তোক কেনেকৈ ৰাখোঁ?' এই বুলি ভণ্ডাৰি গোহাঁইকো মাৰিবলৈ চাউডাঙক গতাই দিলে।

স্বৰ্গদেও চুকাফাই পাতি থৈ যোৱা ৰাজ্যখন প্ৰতাপসিংহই বহল কৰাই নহয়, সু-সংগঠিত কৰি গঢ় দি তুলিছিল। পূৰ্বৰ তিনিজনা দাঁতিঅলীয়া গোহাঁইৰ লগত আৰু চাৰিটা বিষয় সৃষ্টি কৰি চাৰিজন মৰ্য্যাদাসম্পন্ন বিষয়া নিয়োগ কৰিছিল। পোনতে ৰহাত ৰহীযাল বৰুৱা নামেৰে সোন্দৰক নিযুক্তি দিছিল, কিন্তু মোমাই তামুলী বৰবৰুৱা হোৱাৰ পিছত ৰজাই নিয়ম কৰিলে, বোলে, নগৰত যি বৰবৰুৱা হৈ থাকিব তাৰ ভাই-পো বা বংশৰ এজন উপযুক্ত লোকক ৰহীযাল বৰুৱা নিযুক্তি দিব। সেই দিন ধৰি ৰহীয়াল বৰুৱাই কছাৰী আৰু কোঁচৰ সম্পৰ্ক ৰক্ষা কৰি আছিল।

অভিষেক উৎসৱৰ হোলোংঘৰত ৰথীযা মানুহ এটা উঠি গৈ বৰঢাকত কোব মাৰিলে। অসময়ত ঢাক বাজিবৰ শুনি নগৰত উৰ্হমিহ লাগিল, উৰ্মি উঠিল। তদুপৰি হোলোংঘৰত খেৰকুচীয়া চৰায়ে বাহ ললে। সেই সময়ত হোলোংঘৰ ৰথীয়া আছিল গোহাঁই তিনিজনাৰ বংশধৰসকল। হোলোঙত মানুহ উঠা আৰু চৰায়ে

ৰাহ-লোৱাৰ অপৰাধত তিনিওজনা গোহাঁইৰ বৈ-বঙহক জয়খামডাং খাত পাতিবলৈ নিয়োগ কৰিলে।

ৰেৱতী গাঁৱৰ ফুটুকাতলীত এডোখৰ ঠাই বাছি উলিয়ালে। মাটিডোখৰৰ গৰাকী আছিল এজনী বাঁৰী মানুহ। মানুহজনীক এটা মতা কুকুৰা, এখন কাপোৰ আৰু ডাঙেৰে জুখি মাটিৰ ধন দি মাটি ললে। পথাৰ সমান কৰিবলৈ তিনিওজনা গোহাঁইৰ বংশধৰসকলক শাস্তি স্বৰূপে নিয়োগ কৰিলে। কাম চাবলৈ দায়িত্ব দিলে কুকুৰাচোৱা দুটামানক। হাঁফলু ভাঙি পথাৰ সমান কৰাৰ নিচিনা টান কাম কৰোঁতে গোহাঁইহঁতে গাফিলতি কৰিলে। তাকে দেখি ৰজাৰ কুকুৰাচোৱাহঁতে টানকৈ গালি পাৰিলে। গালি সহিব নোৱাৰি গোহাঁই-পোহঁতে কুকুৰাচোৱাক কিলালে। কুকুৰাচোৱা গৈ ৰজাৰ ওচৰত গোচৰ দিলেগৈ। ৰজাই শুনি ক'লে, 'মই-এনেকুৱা সাহসী, আত্মমৰ্য্যাদাসম্পন্ন গোহাঁইৰ লৰাহে বিচাৰোঁ।' কিন্তু কুকুৰাচোৱাক কিলাই অপৰাধ লগালে গুণে দাই ধৰি বুঢ়াগোহাঁইৰ বংশৰ এজনক জাগীত জাগীয়াল গোহাঁই পাতিলে আৰু জয়ন্তীয়া ৰাজ্যৰ বিষয়ে সবিশেষ জনাই থাকিবলৈ দায়িত্ব দিলে। সেইদৰেই বৰগোহাঁইৰ এজন আৰু বৰপাত্ৰগোহাঁইৰ এজন দুজনক কাজলীত কাজলীমুখীয়া গোহাঁই পাতিলে। জয়ন্তীয়া, ডিমৰুৱা, খাচী, গাৰো সকলোৰে বাত্তা' জনাই থাকিবলৈ দায়িত্ব দিলে।

বৰপাত্ৰৰ খেলত লাহবু নামেৰে বৰাহী মানুহ এজন আছিল। দক্ষতাৰ বলত তেওঁ চাওৰকৰ নেওগ হৈছিল। বেচেৰা অপুত্ৰক আছিল। তেওঁ বানফেৰা নগাৰ লৰা এটা কিনি আনি পো বুলি তুলি লৈছিল। লৰা ডাঙৰ হৈছিল। এনেতে লাহবু মৰিল। সেই নগাৰ লৰাক লিকচন খেলৰ বৰা পাতিলে। যোগ্যতাৰ পৰিচয় দি ফুকন হৈছিল। লাহবুৰ পৰিচয় সৈতে নেওগ ফুকন নামে জনাজাত হৈছিল। লাঙ্গি পানীসিযাক বৰফুকন পদৰপৰা পদচ্যুত কৰাত নেওগ ফুকনক বৰফুকন পাতিলে। স্বৰ্গদেও প্ৰতাপসিংহৰ দিনত সত্ৰাজিতৰ লগত যুদ্ধ হওঁতে গুৱাহাটীৰ অমৰাজুৰিৰ বৰশিলত উঠি মোগল সৈন্যৰ আলেখ-লেখ চাওঁতে মোগলে গুলী মাৰিলে। গুলী আহি মুখত লাগি নেওগ বৰফুকন মৰিল,

আহিন মাহৰ এটা শুকুৰ বাৰে। এওঁ গড়গঞা ৰাজমন্ত্ৰী নাওবৈছা ফুকন বুলি বিখ্যাত হৈছিল।

প্ৰতাপসিংহ ৰজাৰ কুঁৱৰীৰ সংখ্যা আছিল অনেক। ডাউকী ডাউচিঙ মৰাণৰ দুজনী জীয়েক আছিল। এজনী কলী, আনজনী বগী। কুঁৱৰী পাতি নাম দিছিল কলীযা কুঁৱৰী আৰু ধলা কুঁৱৰী। দুয়ো গৰাকী অপুত্ৰকা আছিল। সেয়েহে দুয়োৱে আও নগাৰ লৰা এটি পো বুলি তুলি লৈছিল। লৰাটিৰ নাম জপৰজল। দুয়ো কুঁৱৰী মৰিলত জপৰজলে ভাত আগ বঢ়াই দিছিল। সেই বাবে নাম হ'ল ভাতধৰা। প্ৰতাপসিংহই জপৰ-জলক চোতিয়া খেললৈ তুলি ললে।

দোপগড়ীয়া নগাই প্ৰতাপসিংহ স্বৰ্গদেৱক মিত্ৰতাৰ চিন স্বৰূপে তিনিটা নগা লৰা দিছিল। নাম আও, আপম আৰু লাচিত। কিছুদিনৰ পিছত আপম মৰিল। লাচিতক নি দিবৈত মাটি-বাৰী দি পাতি চাউডাঙৰ খেলত দিলে আৰু চাউডাঙৰ বৰুৱা পাতিলে। আওক স্বৰ্গদেৱে লগতে ৰাখি পো বুলি আওগোহাঁই নাম দিছিল। তোলনীযা পো বুলি চাঙলৈ উঠিবলৈ উজনি জখলা দিলে। হাতীমাউত, ঘোঁৰাচোৰা ইত্যাদিক গিযাতি পাতি ঘোঁৰাকোঁৱৰ নাম দিলে। ঘোঁৰাবৰুৱাৰ বিষয়-বাব দিলে। পিছলৈ বৰবৰুৱা আৰু বৰফুকন বাবো খাইছিল।

শ্ৰীমংগল নামেৰে বুঢ়াগোহাঁইৰ ঘৰত এক বন্দী আছিল। জাতত কোচ। সি হাতী ধৰিব আৰু শিকাব জানিছিল। সেই বাবে কোঁৱৰবালি কালত প্ৰতাপসিংহই লগত লৈ ফুৰাইছিল। ৰজা হোৱাৰ পিছত স্বৰ্গদেৱে শ্ৰীমঙলক হাতীৰ টেকেলা পাতি চমুৱা আহোমৰ খেললৈ তুলি দিলে। এদিন হাতী লৈ যাওঁতে বাটত বুঢ়াগোহাঁইৰ মাউত গোহাঁইক লগ পাই ক'লে, 'ডাঙৰীযা ক'লৈ যায ? তামোল এখন খাই যক।' শ্ৰীমংগলৰ কথা-কোৱাৰ ধৰণ দেখি মাউত গোহাঁই ক্ষুণ্ণ হ'ল। কাৰণ, দুদিনৰ আগলৈকে শ্ৰীমংগল বুঢ়াগোহাঁইৰ ঘৰবন্দী আছিল। গতিকে মাউত গোহাঁযে উত্তৰ দিলে, 'তই মোৰ বন্দী আছিলি। বন্দী গুচিবৰ কেইদিন হৈছে ? তই মোক সমানে সমানে তামোল যাচিব পাৰনে।' এই

বুলি টানকৈ কিবা-কিবি ক'লে। চাবিমাহব পিছত ৰজাৰ হাতী-টেকেলা শ্ৰীমংগলে জয়ধামভাঙৰ ওচৰত মাউত গোহাঁইক অকস-শৰীয়াকৈ পাই ক'লে, 'ডাঙৰীয়া, খন্তেক ৰ'বচোন, কথা এটি ক'বলগীয়া আছে।' মাউত গোহাঁই থমকি ৰ'ল। সেই সুযোগতে শ্ৰীমংগলে মাউত গোহাঁইক হাতীৰ দাঁতেৰে খোঁচাই মৰালে। নতুনকৈ তুলি লোৱা আহোম আৰু প্ৰাচীন অভিজাত আহোমৰ মাজত যে একপ্ৰকাৰ ঈৰ্ষা-ঈৰ্ষিৰ পৰিবেশ এটা গঢ় লৈ উঠিছিল, প্ৰতাপসিংহ স্বৰ্গদেও তাৰ সাক্ষী আছিল।

লাঙ্গি বৰফুকন সাধাৰণ অৱস্থাৰপৰা দোপতদোপে উঠি গৈ বৰফুকন পদ পাইছিলগৈ। মৰ্য্যাদাও বৃদ্ধি পাইছিল, অহঙ্কাৰো উফন্দি উঠিছিল। হৰিবোল ৰায, জয়হৰি আৰু নৰহৰি এই তিনি মুদৈয়ে ঢাকাৰ নবাব ইছলাম খাঁৰ অনুমতি লৈ শ্ৰীসূৰ্য্যত বেহা-বেপাৰ কৰিছিল। তিনিও মুদৈক নবাবে ক'লে, 'তোমালোকে তোমালোকৰ স্বৰ্গমহাৰাজাৰ লগত সম্প্ৰীতি কৰাই দিয়া।' তিনিও মুদৈয়ে তাকে কৰিবলৈ গাত ললে। নবাবে স্বৰ্গদেৱলৈ এখন পত্ৰ আৰু সোণখটোৱা হাতীদাঁতৰ পীৰা এখন, মুক্তা দহ ধাৰ, পোৱালমণি ৩০ ধাৰ, দুগদুগী এধাৰ, হীৰা আৰু পান্না, সোণোৱালী কাপোৰ ২১ খন, চিকণ কাপোৰ ৪০ তাওৰ সন্দেশ দি বাজিত খাঁ আৰু গোপালক কটকী হিচাপে পঠালে।

ইতিমধ্যে পাণ্ডুৰ থানাদাৰ সত্ৰাজিত আৰু গুৱাহাটীৰ লাংগি বৰফুকনৰ মাজত বন্ধুত্ব গাঢ় হৈ উঠিছিল। তিনি মুদৈয়ে নবাবৰ পত্ৰ-সন্দেশ আৰু কটকী লগত লৈ অহাৰ কথা জানি সত্ৰাজিতে বৰফুকনলৈ বাতৰি ক'লে, 'তিনি মুদৈয়ে অনা নবাবৰ কটকী যাতে স্বৰ্গমহাৰাজাৰ ওচৰ নেপাযগৈ, তাৰ দিহা কৰিবা।' নবাবৰে স্বৰ্গদেৱৰে পোনপটীয়া সম্প্ৰীতি হ'লে আমাৰ মিত্ৰতাৰ মূল্য ক'ত থাকিব?' সত্ৰাজিতৰ কূট-কৌশল আৰু পৰামৰ্শ অনুসৰি লাংগি বৰফুকনে ভায়েক লেচাম ডেকাক গোপনে পঠাই ৰজাক জনালে, 'তিনি মুদৈয়ে বেপাৰ কৰিবলৈ বুলি গৈ ঢাকাৰ নবাবৰ আগত ৰাজ্যৰ ভিতৰুৱা কথা কৈ মিলাপ্ৰীতি হৈ মোগলৰ দুটা কটকী আনি গুৱাহাটীৰ উজনিৰ কুৰুৱাত থৈছেহি।' লেচাম ডেকাৰ

কথা শুনি স্বৰ্গদেৱে বোলে, 'সিহঁত বেপাৰী মানুহ, বেপাৰৰ কাম কৰিব পায়। মই নোকোৱাকৈ বঙালৰ কটকী কিয় আনে ?' এইবুলি হৰিবোল, জয়হৰি, নৰহৰি তিনিও মুদৈক কাটিলে। স্বৰ্গদেৱৰ আজ্ঞা অনুসৰি মোগলৰ কটকী বাজিত খাঁ আৰু গোপালক কলৰ ভুৰত তুলি কুৰুৱাৰপৰা ব্ৰহ্মপুত্ৰইদি উটুৱাই পঠালে। দুই কটকী গৈ ঢাকা পালেগৈ। এনে ব্যৱহাৰত ঢাকাৰ নবাব ৰুষ্ট হৈ অসম আক্ৰমণ কৰিবলৈ যো-জা কৰিলে।

সত্ৰাজিতৰ কূট মন্ত্ৰণা অনুসৰি লাঙ্গি বৰফুকনে তিনিও মুদৈক প্ৰাণদণ্ড দিওৱাৰ বাবে তিনিও মুদৈৰ ভাই-পো গোট খাই স্বৰ্গদেৱৰ ওচৰলৈ গৈ জনালে, 'স্বৰ্গদেও, তিনিও মুদৈয়ে স্বৰ্গদেৱলৈ বুলি মুক্তা-পোৱাল আৰু পত্ৰ-সন্দেশ আনিছিল। তাকে বৰফুকনকো নিদিয়াত বৰফুকনে গোচৰ দি মুদৈহঁতক মৰোৱালে। এই বুলি মুক্তা-পোৱাল উলিযাই দেখুৱালে। বেলতলাৰ বৰুৱা মামুগোবিন্দক বৰফুকনে এৰি দিয়াতহে লুকীলৈ পলাই গ'ল। মামু গোবিন্দই বঙ্গালৰ কথা বৰফুকনক কৈ, বৰফুকন আৰু স্বৰ্গমহাৰাজাৰ কথা বঙ্গালক যোগাই আছিল। সত্ৰাজিতে মামুক এৰি দিয়াতহে পলাই গৈ ঢাকা পালেগৈ। সত্ৰাজিতৰ লগত বৰফুকনৰ সনা-পোটকা। সেয়েহে উমানন্দৰ বালিত পায়ো ধৰিব নানিলে। চোফাৰি ( তামোল ) সলনা-সলনি কৰি বন্ধু পাতিলে। ঢাকাৰ নবাবে সোণকোহ নৈৰ মুখত বেহা-বেপাৰ কৰিবলৈ অনুমতি বিচাৰিহে পত্ৰ-সন্দেশসহ উকীল পঠাইছিল। সেই কথা স্বৰ্গদেৱক নজনালে।' তিনি মুদৈৰ ভাই-পোৰ কথামতে স্বৰ্গদেৱে বিচাৰ কৰি চাই লাঙ্গি বৰফুকনক অপৰাধী পাই লাঙ্গি বৰফুকন, লেচাম ডেকা আৰু লাঙ্গি ডেকাক ভাত খাবলৈ নিদি বন্দী কৰি থৈ মাৰিলে। লোভে পাপ, পাপে মৃত্যু।

লাঙ্গি বৰফুকনৰ মৃত্যুৰ পিছত নেওগ বৰফুকন হ'ল। নাম হালধিঠেঙা। অমৰাজুৰিৰ বৰশিলত উঠি বঙ্গালৰ বেহ-বুপ চাওঁতে গুলী লাগি নেওগ বৰফুকন মৰিল। তেতিয়া স্বৰ্গদেও গড়গাঁৱত। ৰণৰ ঘাই সেনাপতি, ইপিনেও বৰফুকন। আচম্বিতে মৃত্যু হ'ল। সিপিনে সমুখত শত্ৰু-সৈন্য। খাওঁ খাওঁ মূৰ্ত্তি।

ফুকন-ৰাজখোৱা সকলোৱে মিলি আলোচনা কৰি ক'লে, 'স্বৰ্গদেৱে বাতৰি পাই যাক বৰফুকন আৰু সেনাপতি পাতি পঠিয়ায়, পঠিয়াব। সম্প্ৰতি লানমাখৰুৰ অভয়পুৰীয়া নেওগকে আমি সেনাপতি মানিলোঁ। তেওঁৰে পালি-পাচি থাকক।' স্বৰ্গদেৱে সমূহ বিষয়াৰ সৰ্বসম্মত সিদ্ধান্তৰ কথা জানি তেওঁকে বৰফুকন পাতিলে। কিন্তু মোমাই তামুলী বৰবৰুৱাকহে সেনাপতি পাতি পঠালে।

চুকাফা স্বৰ্গদেও পাটকাই পাৰ হৈ আহি তিপামত থাকোঁতে মৰাণ মানুহ এজনে ৰজাক বেঙেনা যোগাইছিল। নগাৰ লগত এবাৰ ৰণ লাগোঁতে সেই মৰাণো ৰণলৈ গৈছিল। ৰণত নগাই খেদি আহোঁতে আগ ভেটি ধৰিলে আৰু নগাৰজাক বন্দী কৰি বৰগোহাঁইৰ হাতত গতাই দিলে। এই উপকাৰ পাই চুকাফা ৰজাই লগত ললে। বংশৰ নাম দিলে লান্‌মাখৰু। লান্‌মাখৰুৰ বংশধৰসকল যেতিয়া আহোম সমাজৰ অন্তৰ্ভুক্ত হ'ল, তেতিয়া লান্‌মাখৰু চেতিয়া নাম দিলে। নেওগ বৰফুকন এই বংশৰে এজন শিৰফুটা লোক।

নেওগ বৰফুকন আৰু মোমাই তামুলী বৰবৰুৱা দুয়ো লগ হৈ মোগলৰ হাজোৰ কোঁঠ বেৰি ধৰিলে। এমাহ অৱৰোধ কৰি ৰক্ষাৰ ফলত মোগল সৈন্যই খাবলৈ নেপাই শুকাই ক্ষীণাই মৰিবলৈ ধৰিলে। উপায়হীন হৈ কাকুতি-কাপুৰ্ণ্য কৰি জনালে, 'আমি যুদ্ধ এৰিলোঁ। আমাক বাট দিয়ক। আমি ভটীয়াই যাওঁ।' খাদ্যৰ অভাৱত শিবিৰত থকা উট, বলধ কাটি খালে। অসম সৈন্যই শত্ৰু সৈন্যৰ দুখ সহিব নোৱাৰি কাঁড়ৰ আগত বান্ধি চাউলৰ টুপোলি মাৰি পঠিয়ায়। এই কথা জানি স্বৰ্গদেৱে দায় ধৰিলে। নিৰুপায় হৈ আব্দুল ইছলাম প্ৰমুখ্যে মিৰ্জা খাঁ, ফজল বেগ, মিৰ্জা হুচেইন, চেৰা ৰাজা, মহম্মদ ৰামছাহ, কৰ্মচান্দ আদি পালি সেনাপতিবোৰে বৰিলহি। মোমাই তামুলী বৰবৰুৱাই এইবোৰক ধৰি গড়গাঁৱলৈ পঠালে। মীৰ নামৰ এজন মোগলৰ পালি-সেনাপতি আছিল। তেওঁ বোলে, 'মই বাদছাহৰ চাকৰ। বাদছাহৰ লোণ-চাউল খাইছোঁ, কেনেকৈ হাৰামখোৰ হ'ম।' এই বুলি

ওলাই অকলেই অসমীয়া সৈন্যক আক্ৰমণ কৰি গোটাচেৰেক সৈন্য কাটিলে। তেতিয়া মাঘ মাহ। অসমীয়া সৈন্যই জাৰ আঁতৰ কৰি প্ৰথমে হাজোৰ কোঁঠ আক্ৰমণ কৰিলে। মোগলক কচুকটা দি হাজোৰ কোঁঠ উচ্ছন্ন কৰি হাতী নটা, ঘোঁৰা আশীটা, হিলৈ ছশ, তৰোৱাল দুশ আৰু পিতলৰ বৰ কামাযন বৰতোপ পালে দহোটা।

বন্দী কৰি নিয়া মোগলৰ পালি-সেনাপতিসকলে স্বৰ্গদেৱৰ আগত সাজি-পাৰি ক'লে, 'স্বৰ্গদেও, আমাৰ বাদছাহে আম নিদানত 'পৰিবৰ শুনি চন্দন কাঠৰ সোণ-ৰূপ খটোৱা এখন চালপীৰা, তিতাকচি গুটিৰ সমান কেইধাৰমান পোৱাল আৰু মুক্তা আৰু এটা পেৰা দিছিল, ভিতৰত কি আছে, নেজানো। দিল্লীৰ বাদছাহলৈ বুলি শোৱালকুছিৰ আঠকুৰি তাঁতীয়ে অনেক উত্তম কাপোৰ বৈছিল, তাকো ললে। মানুহো তুলি আনি দক্ষিণ পাৰে পাতিলেহি। স্বৰ্গদেৱক জনাইছেনে নাই, ক'ব নোৱাৰোঁ।' কথা শুনি স্বৰ্গদেৱে বৰফুকনক মতাই নি সুধিলে। বৰফুকনে ক'লে, 'তেনে বস্তু মযো পোৱা নাই আৰু আনে পোৱাৰ কথাও নেজানো।' স্বৰ্গদেও এই উত্তৰত সন্তুষ্ট নহ'ল। বন্দী মোগলৰ লগনীয়া কথা শুনি ৰজাই প্ৰাণদণ্ডৰ আদেশ দিলে। হালধিঠেঙা বৰফুকনৰ দিন উকলিল।

দিহিঙীয়া স্বৰ্গদেৱৰ দিনত শদিযাত এজন চুতীয়া মানুহ পাইছিল। তেওঁক লগতে লৈ আহিছিল। নাম আছিল থাও-ৰতু। তেওঁৰে পৰিনাতি, নাম পিকচাই। প্ৰতাপসিংহ স্বৰ্গদেৱে চেতিয়া খেললৈ তুলি নাম দিলে পিকচাই চেতিয়া। এই ঘৰকে বিহপৰুৱা চেতিয়াও বোলে। পিকচাই মোগলৰ ৰণত আগৰণুৱা হৈ যুঁজিছিল। সেই পিকচাইকে বৰফুকন পাতিলে। সেই সময়ত উত্তৰ কামৰূপত ৰণ চলি আছিল। কেতিযাবা কোনোখন ৰণত মোগল হাৰিছিল, কোনোখন ৰণত অসমৰ সৈন্যয়ো ঘাটি খাইছিল।

ৰত্ন কন্দলি, মাধৱ কন্দলি আৰু বিৰিণা নামেৰে তিনি কটকীয়ে এদিন বৰফুকনক বস্তু খুজিছিল, নিদিলে। তিনি কটকী এই কথাত অসন্তুষ্ট হল।

পিকচাই চেতিয়া বৰফুকনৰ দুজনী ঘৈণীয়েক। দুয়োজনীয়ে চুলিয়া-চুলিকৈ কাজিয়া লাগে। বৰফুকনে কাজিয়া ভঙাব নোৱাৰি চাই থাকে। দুয়ো সতিনীৰ কাজিয়া বাঢ়ি গৈ থাকে। এইটো কথাৰে গইনা লৈ তিনিও কটকী আহি ৰজাক গোচৰ দিলেহি, 'স্বৰ্গদেও, বৰফুকনে নিজৰ দুই ঘৈণীয়েকৰ কাজিয়াকে ভঙাব নোৱাৰে। স্বৰ্গদেৱৰ ৰাজকাৰ্য্য কেনেকৈ সমাধা কৰিব ? ফুল-চন্দন পিন্ধি তমস্কাৰ হৈ বহি থাকে।' এই কথা শুনি স্বৰ্গদেৱে বোলে, 'দুজনী তিৰোতাৰে দ্বন্দ ভাঙিব নোৱাৰে, ৰণ কেনেকৈ কৰিব ?' এই বুলি মতাই আনি বন্দীশালত বন্দীকৈ থলে। নিজৰ দুজনী তিৰোতাৰ দ্বন্দ ভাঙিব নোৱৰা কেনেকুৱা বৰফুকন চাওঁগৈ বুলি স্বৰ্গদেৱৰ বৰকুঁৱৰী ওলাল, চাবলৈ। ৰজাই ক'লে, 'তাৰ মুখ বৰ বেয়া। চাবলৈ গৈছা যোঁৱা, কিন্তু মুখেৰে একো নুবুলিবা।' বুৰকুঁৱৰী বন্দীশাললৈ গ'ল। দেখিলে, পিকচাই বৰফুকনে দোপদৰত বহাৰ দৰে থম্‌থম্‌কৈ বহি আছে। বৰ-কুঁৱৰীৰ বেথা লাগি সুধিলে, 'কি কৰিছ পিকচাই ? পিকচায়ে টপৰাই উত্তৰ দিলে, 'পৈয়েৰে থৈছে থিক চাই।' বৰকুঁৱৰীয়ে পিকচাইৰ উত্তৰ শুনি থিতাদহে আঁতৰি আহিল আৰু ৰজাক ক'লেহি। ৰজাই শুনি বোলে, 'তোক আগতেই ক'লো, তাক একো নক'বি।' তথাপি আইকুঁৱৰীদেৱে ৰজাক কৈ পিকচাইক মোকলাই পঠালে। কিন্তু বৰফুকন বাব গ'ল। তিনি লুভীয়া কটকীৰ লগনীয়া কথাতহে বৰফুকনৰ বাব গ'লেও পিছৰ জীৱনতো পিকচায়ে ৰণত পাগ'তালি দেখুৱাই দ্বিতীয় বাৰ বৰ-ফুকন পদ লাভ কৰিছিল। মুকলি হৈ পিকচায়ে ক'লে, 'বামুণক ৰূপ-কাপোৰ দিলে ভাল হওঁ, নিদিলেহে বেয়া। তাকে নেপাইহে স্বৰ্গদেৱত গোচৰ দিযে।' স্বৰ্গদেৱে বিচাৰ কৰি সত্য হেন জানি তিনিও কটকীৰ প্ৰাণদণ্ড দিলে।

প্ৰতাপসিংহ স্বৰ্গদেৱে আহোম কটকীবোৰ অকামিলা বুলি চৈধাঘৰ বামুণ কটকী লৈছিল। এই কটকীসকল চল-কৰ কৰাত সলিসিয়ান কিন্তু ভিতৰুৱা কথাত জেঙা লগাইছিল। পিকচাই বৰফুকনৰ বিৰুদ্ধে কথা লগাই তেওঁক ভঙালে। ধৰ্মনাৰায়ণ

দৰঙী ৰজাক হাৰিপৰা আলিৰ কাষত গড়গাঁৱৰ নামনিত ৰহাঘৰ সাজি থাকিবলৈ দিছিল। ধৰাধৰ, চণ্ডীবৰ, থালকুৰি, চোটকন্দলি, আকাদহ এই পাঁচ কটকীয়ে ধৰ্মনাৰায়ণ ৰজাক ক'লে, 'ভগাই খাবলৈ আমাক ধন-বস্তু কিছু দিয়ক।' ধৰ্মনাৰায়ণে কিছুমান ৰূপ আৰু দহহটীয়া-বাৰহটীয়া কাপোৰ দিলে। সেইবোৰ নি চকীহাটত ভগাই থাকোঁতে কলীয়া কুকুৰাচোৱাই দেখিলে। দেখি বোলে, 'অতবোৰ বস্তু, মোকো অলপ দিয়া।' পাঁচো কটকীয়ে ভগাই ললে, কুকুৰাচোৱাক একো নিদিলে। সেই খঙতে কুকুৰাচোৱাই ৰজাক গোচৰ দিলেগৈ, 'স্বৰ্গদেৱৰ কি নাই, কটকীযেনো কি খাবলৈ পিন্ধিবলৈ পোৱা নাই। তথাপি যে বিদেশী ৰজাক ধন-বস্তু মাগে।' এই গোচৰ পাই ৰজাই পাঁচো কটকীক বন্দী কৰি থবলৈ আদেশ দিলে।

ৰজাৰ নাওবৈচাই গোচৰ দিলে, 'স্বৰ্গদেও, কলীয়া কটকী বৰকটকী হৈ মোগলৰপৰা কলহ, কাপোৰ আৰু ৰূপ ললে। সি বঙ্গালত বস্তু মাগিব পাইনেকি?' ৰজাই বৰকটকীক সুধিলত উত্তৰ দিলে, 'মই বঙ্গালত বস্তু মগা মানুহ নহওঁ। মোৰ বয়-বস্তু চুৰ কৰি নিযাৰ বাৰ্তাৰ পাই কলহ এযোৰ, ৰূপ এসেৰ, কাপোৰ এযোৰ আৰু খোৱাবস্তু কিছু দি পঠালে, মই খোজা নাই। এই কথা চকীয়াল ভেলায়ে জানে।' এই কথাৰ বিচাৰ কৰিবলৈ লাঙ্গি বৰফুকনক ভাৰ দিলে কিন্তু পিছত ভণ্ডাৰি গোহাঁইক দায়িত্ব দিলে। ভণ্ডাৰি গোহাঁযে বাকী পাঁচ কটকীৰ লগতে কলীয়া কটকীকো হাতীশালত বন্দীকৈ থলে। এনেতে এদিন ৰজা চৰাইদেওৰপৰা উলটি আহোঁতে হাতীশালত পাঁচ কটকীক দেখি প্ৰাণদণ্ডৰ আদেশ দিলে। ভেলাই চকীযালৰ কথা বৰফুকনে জনাই নপঠোৱাৰ বাবে কলীয়া কটকীৰ আদেশ হোৱা নাছিল। পিছে ৰজাৰ আদেশ পাই চাউডাংবোৰে ছজনকে দবিকা নৈৰ কাষত কাটিবলৈ লৈ গ'ল। বাটতে কলীয়া কটকীয়ে বোলে, 'ইহঁত পাঁচোটাকহে কাটিবলৈ দিছে। মোক কাটিবলৈ দিয়া নাই।' তথাপি চাউডাং মান্তি নোহোৱাত কলীয়া কটকীয়ে ধন যাচিলে। চাউডাঙে ধন লৈ কলীয়া কটকীক এৰি দিলে। এনেতে বৰফুকনৰ

বুৰুকে আহি জনালেহি বোলে, 'কলীয়া কটকীয়ে খুজি লোৱা নাই, সত্রাজিতে উপযাচিহে দিছে।' স্বৰ্গদেৱে কলীয়া কটকীক মুক্তি দিবলৈ আদেশ দিলে। চাউডাঙে অযথাই কাটিবলৈ নিয়া দেখিও ভণ্ডাৰী গোহাঁয়ে হকা-বধা নকৰাত দায় ধৰি ভণ্ডাৰী গোহাঁইক খণ্ডিলে আৰু ভেটি খোৱাৰ অপৰাধত চাউডাঙক প্রাণ-দণ্ডৰ আদেশ দিলে।

বৰগুৰু কটকীয়ে ৰজাক ভালৰি বোলাবলৈ গৈ ক'লে, 'মোৰ মানুহ এটা আহি কৈছেহি, বোলে, যুদ্ধৰ আযোজন কৰি বিস্তৰ বঙাল আহিছে।' এই কথা শুনি চকীয়াল ভেলাইক সুধিলে। ভেলায়ে ক'লে, 'স্বৰ্গদেও, বন্দী অধমক সেই কাম কৰিবলৈহে চকীয়াল পাতি থৈছেঁ। বঙ্গাল অহা নাই। বৰগুৰু কটকীয়েনো কিয় এনেকৈ কৈছে, মই নেজানো।' ৰজাই বৰগুৰু কটকীক অনাই ক'লে, 'তই যি কথাৰ মানুহ, যিমানৰ মানুহ, সিমানত থাকিব পাৰ। মিছাকৈ বঢাই কথা কৰ কিয়?' বৰগুৰু কটকীৰ প্রাণদণ্ড হ'ল।

বৰকন্দলি আৰু সাগৰ কন্দলি দুযো কটকীক জগন্নাথলৈ পঠাইছিল। উৰিষ্যাৰ ৰজাৰ অনুমতি লৈ জগন্নাথত এটা পুখুৰী খন্দাই উচৰ্গা কৰি আহিবলৈ আদেশ দিছিল। প্রযোজন অনুসৰি খৰছ কৰিবলৈ ধনো দিছিল। সেই মতে লগত বহুতো পাইকো দিছিল। দুযো কন্দলিয়ে জগন্নাথত পুখুৰী খন্দাই উচৰ্গা কৰি উলটি আহোঁতে বিয়া কৰাই ভাৰ্য্যা পাতিম বুলি ধন দি বঙ্গালনী জনীচেৰেক কিনি আনিলে। ঘৰলৈ আহি ভাৰ্য্যা নেপাতি বেটী কৰিব খোজাত তাইহঁতে ৰজাত গোচৰ দিলে, 'স্বৰ্গদেও, আপোনাৰ কটকীক কি কাৰ্য্যৰ কাৰণে পঠাইছিল, আৰু কি কাৰ্য্য সাধিলে, ক'ব নোৱাৰোঁ। আমাক ভাৰ্য্যা কৰিম বুলি ধন দি কিনি আনি, এতিয়া বেটী কৰিছে।' ৰজাই বঙ্গালনীহঁতৰ কথা শুনি দায় ধৰি বৰকন্দলি, সাগৰ কন্দলি দুয়োকে কাটিলে। আৰু ক'লে, সিহঁতক পঠালো ধৰ্মকাৰ্য্য সাধিবলৈ, সিহঁতে ধন দি কিনিলে বঙ্গালনী বেশ্যা। ইয়াতকৈ নিকৃষ্ট কাম কি আছে?'

কোঁচৰ বিৰো কাৰ্জিযে অসম-মোগলৰ সংঘৰ্ষ শাম কটাবলৈ

মধ্যস্থতা কৰি দিম বুলি গড়গাঁৱত কিছুদিন থকাৰ পিছত উলটি যাওঁতে ভালেমান মানুহ লগত লৈ গৈছিল। বিৰো কাৰ্জিৰ লগত গৈছিল অসমৰ কমললোচন কটকী। এইদৰে মানুহ লৈ যোৱা দেখি বৰগুৰু কটকীয়ে স্বৰ্গদেৱৰ আগত গোচৰ দিলে, 'স্বৰ্গদেও অনেক যত্ন কৰি দেশ লৈ একোঘৰ মানুহ পতা হয়। বিৰো কাৰ্জিয়ে দেখোন স্বৰ্গদেৱে নজনাকৈ বহুতো মানুহ লগত ফুচু-লাই নিছে।' ৰজাই বিচাৰ কৰি দেখিলে, কথা সঁচা। লগত যোৱা কটকী কমললোচনো এই কাৰ্য্যত জড়িত আছিল বুলি প্ৰাণ-দণ্ডৰ আদেশ পালে। সৰ্বমুঠ বাৰ কটকীৰ প্ৰাণদণ্ড হ'ল।

স্বৰ্গদেও সমান্বিতে তিনিজনা গোহাঁই আৰু ফুকন-ৰাজ-খোৱাই যেতিয়া মোগলৰ সৈতে যুদ্ধ কৰি আহিল, তেতিয়া গড়-গাঁৱত মোমাই তামুলী বৰবৰুৱা সৰ্বেসৰ্বা আছিল কিন্তু তেওঁ অতি বিশ্বাসী, ৰাজভক্ত বিষয়া আছিল। এদিন স্বৰ্গদেৱে হাতীত উঠি দলৌগুৰি বাহৰৰপৰা চৰাইদেও নগৰলৈ আলি বান্দিবলৈ নিমনা দি চিঁযৰি পুতি গৈছে আৰু পিছে পিছে বৰবৰুৱাই উঘালি গৈ আছে। চৰহৈদেও পাই উলটি চাই দেখে, এটাও খুটি নাই। ৰজাই খং কৰি সুধিলে, 'সামান্য পাইকে খুটা এটা পুতিলেও উঘালিব নেপায়। মই নিজে খুটা পুতি আহিলোঁ। কোনো তুলিলে?' মোমাই তামুলী বৰবৰুৱাই আঁঠু কাঢ়ি ভাৰস্তিৰে ক'লে, 'বঙ্গাল শতৰু ইযাতে আছে। দেখিলে বুলিব, 'এইখন ৰাজ্যত বিষয়া নাই। আলি এটা বান্ধিব লাগিলেও ৰজাইহে চিন পুতিব লাগে। স্বৰ্গদেৱৰ কাম-কাজ কৰিব নোৱাৰোঁ যদি, মোকনো বৰবৰুৱা নাম কেলেই দিলে?' উত্তৰত ৰজা সন্তুষ্ট হ'ল আৰু ক'লে, 'জঠেৰীয়ে উত্তম বুলিছে। যথাৰ্থ মন্ত্ৰী।' শুকতিক তামুলী পাতিবলৈ নিওঁতে ভনীযেককো নি কাৰেঙত তামুলী লিগিৰী পাতিছিল। পিছলৈ তাইকে কুৱৰী পাতিছিল।

পুথাও স্বৰ্গদেও গডগঞা ৰজাই পোনতে ৰাজ্যখন থান-থিত লগাই দিখৌৰ দুযোপাৰে হাবি কাটি গাঁও পাতিছিল আৰু খেতিৰ পথাৰ মোকলাইছিল। তেতিয়াই সৰহীযা মানুহৰ ঘৰৰপৰা ঘৰমুৰি মানুহ তুলি ৰজাঘৰৰ কাম কৰিবলৈ লগাইছিল। পিতৃ

খোৱাবজাৰ দিনত ৰাজ্যৰ সীমা বহল হৈছিল। চুতীয়া, কছাৰী, ভূঞাৰপৰা মানুহ নি য'ত ত'ত পাতিছিল কিন্তু নিযম—শৃংখলাৰে পতা হোৱা নাছিল। চুহুংমুং দিহিঙ্গীয়া বজাই সাতৰাজ মাৰি একৰাজ কৰিছিল। প্ৰতাপসিংহই চুাঙ্গ অৰ্থাৎ ডফলা জয় কৰি আঠ ৰাজ্যৰে এক ৰাজ্য কৰিলে। সাত ৰাজ্য মিলি এক ৰাজ্য হোৱাৰ যি প্ৰক্ৰিয়া পঞ্চদশ শতিকাৰ মাজভাগত আৰম্ভ হৈছিল, সেই প্ৰক্ৰিযাই পূৰ্ণ ৰূপ ললে ষোডশ শতিকাৰ মাজভাগত। এখন দেশ আৰু এটা জাতি চিন্তাৰে মোগল আক্ৰমণকাৰীৰ বিৰুদ্ধে দেহা পাত কৰিবলৈ আগৰণুৱা হৈ ওলোৱা এই মানুহ-বোৰৰ তেজত মিহলি হ'ল। মানুহবোৰৰ মাত-কথা এক হ'ল, দেশ-জাতিও এক হ'ল। প্ৰতাপসিংহ স্বৰ্গদেও আৰু মোমাই তামুলী বৰবৰুৱাই নেতৃত্ব ললে—জাতিটোক সু-সংগঠিত কৰিবলৈ। মৰাণ, বৰাহী, কছাৰী, চুতীয়া, কোঁচ, বাৰভূঞা, বামুণ-গণক, কলিতা-কাযস্থ, মিৰি, নগা, গাৰো, খাচী, জযন্তীয়া সকলোৰেই পাইকৰ লেখত সোমাল। খেল-মেলৰ বৰা, শইকীয়া, হাজৰিকা, বৰুৱা, ফুকনৰ বাব পালে। ৰজাৰ বৰমেলত বহি মাতিবৰ সাধ্য হ'লে সমযত দুআষাৰ ক'ব পৰা হ'ল। স্বৰ্গমহাৰজাৰ শাসনৰ বাঘজৰীডাল ধৰি কেতিযাবা গতি সলনিৰ ঘটনা ঘটাবলৈকো সুযোগ পালে।

এদিন স্বৰ্গদেৱে মোমাই তামুলী বৰবৰুৱাক মতাই আনি ক'লে, 'জেঠেৰী তযে দেশখন পাত।' ৰজাৰ আদেশ শুনি বৰ-বৰুৱাই উত্তৰ দিলে, 'স্বৰ্গদেৱে উত্তমহে বুলিছে। ৰাজ্যক নিযম কৰি পতাটো সামান্য লোকৰ কথা নহয, তিনিজনা ডাঙৰীযাৰহে কাম। সাধাৰণ বিষযাযো পাতিব পাৰে, পাতিলে বিদেশত বদনাম ৰটিব। অসম এখন সাধাৰণ ৰাজ্য, সামান্য বিষযাযে ৰাজ্য পাতিব পাৰে। এতেকে তিনিজনা ডাঙৰীযাক স্বৰ্গদেৱে আদেশ কৰক।' বৰবৰুৱাৰ পৰামৰ্শ শুনি স্বৰ্গদেৱে ক'লে, 'জেঠেৰীযে উত্তমহে কৈছে। সম্প্ৰতি কুঁৱৰীবোৰৰ কোঁৱৰবোৰৰ তিনিজনা ডাঙৰীযাৰ ভাগৰ মানুহ ভাগে ভাগে ফালি নিযম কৰি দে। পিছত ডাঙৰীয়াসকলক মাটিবাৰী দি পাতিবলৈ ক'ম।' মোমাই

তামুলী দূৰদৰ্শী ফুটমানিয়াৰ বিষয়া আছিল। তেওঁ ভৱিষ্যতে হ'ব পৰা সমস্যাৰ ফুট মনিব পাৰিছিল। তেওঁ আগতীয়াকৈ ক'লে, 'স্বৰ্গদেও, মই সিমানৰ মানুহ নহওঁ। তথাপি স্বৰ্গদেৱৰ কাৰ্য্য-কাম সমাধা কৰিম। এই কামত অনেক প্ৰজা, বিষয়া অসন্তুষ্ট হৈ গোচৰ দিব। অনেকে অনেক লগাব। স্বৰ্গদেৱে যদি তালৈ মন নিদিয়ে তেহে স্বৰ্গদেৱৰ আদেশ কাৰ্য্যকৰী কৰিব পাৰোঁ।' ৰজাই ক'লে, 'ভাল, জেঠেৰী তই নাহমানে মই আনৰ কথা নুশুনো।'

স্বৰ্গদেৱৰ আদেশ অনুসৰি মোমাই তামুলী বৰবৰুৱা দেশ পাতিবলৈ ওলাল। পিয়ল নহ'লে প্ৰজা কিমাণ কেনেকৈ জানিব। পোনতে লুইতৰ পুঠিখাতীৰ শুকান সুঁতিৰ পাৰত ৰাজ্যৰ সকলো পাইকক ভাগে ভাগে গোট খাবলৈ আদেশ দিলে। প্ৰজা আহি গোট খালে। দেখা গ'ল, কোনো বৰুৱা-ফুকনৰ লগত সৰহ ীয়াকৈ পাইক আছে, কোনোৰ নাই। সেইদৰে কোনো বংশৰ লোক সৰহীয়া, কোনোৰ নাই। স্বৰ্গদেও নিজে গৈ লুইতৰ পাৰত এই অনিয়ম দেখা পালে। গড়গঞা ৰজাৰ দিনৰপৰা দুই-চাৰি পাইকে ৰজাৰ ঘৰত খাটিছিল কিন্তু সৰহ ভাগেই ৰাজকীয় দায়িত্ব পালন কৰিবলৈ আগ বাঢ় অহা নাছিল। নিজৰ দক্ষতা প্ৰদৰ্শন কৰিবলৈ মাথোন ৰণলৈ গৈছিল। ৰণত ধন-বস্তু লাভ হলে তাৰ ভাগ সাধাৰণ বনুৱাযো পাইছিল। বৰবৰুৱাই স্বৰ্গ-দেৱক পৰামৰ্শ দিলে, 'স্বৰ্গদেৱে প্ৰজাক ৰক্ষা কৰিছে। প্ৰজাই তাৰ বিনিময়ত যদি চাৰিপোৱাৰ এপোৱা-দুপোৱাৰে ৰজাঘৰত খাটে, কিনো দুখ পায ?' স্বৰ্গদেৱে বোলে, 'তয়ে নিয়ম কৰি দে।' তেতিয়াই তিনিপোৱা পাইকেৰে এগোট হ'ল আৰু মুল, দোৱাল, তেৱাল অৰ্থাৎ পাইকৰ গোটৰ প্ৰথম, দ্বিতীয়, তৃতীয় এনেকৈ লেখ হ'ল। একে গোট পাইকৰ এপোৱাই বছৰেকত চাৰিমাহ ৰজাঘৰত খাটি দিব লাগে। পিছত স্বৰ্গদেৱে চাৰিপোৱাই এগোট পাইকৰ নিয়ম কৰিলে।

মোমাই তামুলীয়ে ৰাজ্যৰ সমস্ত প্ৰজাক চমুৱা, পাইকান চমুৱা, কাঁড়ী আৰু বিলতীয়া এই চাৰিটা শ্ৰেণীত ভাগ কৰিলে।

চুকাফাৰ লগত অহা আহোম, ৰাজকোঁৱৰ, গোহাঁই, বৰুৱাই মেহন-ঘাইলুং ইত্যাদিৰ লগতে কাকতী, কটকী, দলৈ সভাপণ্ডিত আদিক চমুৱা কৰিলে। সাধাৰণ পাইক হ'লেও যি সকলে ফুকন-বৰুৱা বাব পাই ওপৰলৈ উঠিল, তেওঁ-বিলাকক পাইকান চমুৱা কৰিলে। সাধাৰণ প্ৰজাক কাঁড়ী বুলিলে। ডাঙৰীয়াসকলৰ বিলাতত পৰা প্ৰজাক বিলতীয়া নাম দিলে। সাধাৰণ কাঁড়ী পাইকে খেলত খাটিলে খেলুৱা আৰু মেলত খাটিলে মেলুৱা নাম দিলে।

যোল বছৰৰ ওপৰ হলে প্ৰতিজন মানুহেই এপোৱা পাইক হয়। শুকান সংখ্যিতিৰ পাৰত গোট খোৱা মানুহৰ পিয়ল আৰম্ভ কৰিলে। এটা, দুটাকৈ লিখি একুৰি হলে কুৰিত এটা বৰা পাতে। তেনেকৈ এশ হলে শইকীয়া আৰু হেজাৰৰ ওপৰত হাজৰিকা পাতে। পাইকৰ লেখেৰে বৰা, শইকীয়া, হাজৰিকাক কাকত কৰি দিলে। এই কামত অসন্তুষ্ট হৈ বৰজনা আইকুঁৱৰী সমন্বিতে অনেকে স্বৰ্গদেৱক গোচৰ দিলে, বোলে, 'মোমাই তামুলীয়ে ৰাজ্য ভাঙিলে।' পূৰ্বৰ সৰ্ত্ত অনুসৰি ৰজাই কাৰো কথা নুশুনিলে। ডাঙৰীয়া তিনিজনাক মাতি আনি ক'লে, 'মোক যিমান মাটি হলে আঁটিব, কুঁৱৰী, কোঁৱৰ, গাভৰুহঁতক যিমান হ'লে আঁটিব, তাকে চাই ডাঙৰীয়া তিনিজনা, ফুকন, বৰুৱা, ৰাজখোৱাক যিমান হলে আঁটিব, তাক সেইমতে দি কাঁড়ী পাইকক গোটত আঠপুৰাকৈ অৰ্থাৎ পাইকে প্ৰতি দুপুৰাকৈ আৰু চমুৱাক গোটে সাতপুৰাকৈ দিব। কুৰি-বন্ধনীয়া পাইকৰ কুৰিত কুৰি বিঘা মাটি অধিককৈ দিব, পাল-পচা দিবলৈ।' এই বুলি সাত হাত এবেগেত চাৰি আঙুল জোখৰ ৰূপৰ বোৰি দিয়া টাঁৰ কৰি তাৰে জুখি মাটি ভগাই দিলে। বিষয়াৰ অধীনস্থ লগুৱা-লিকচৌৰ বাবে গোটে প্ৰতি ওপৰঞ্চি এপুৰাকৈ মাটি দিলে। নাবালক সন্তান থকা বাঁৰী তিৰোতাই ল'ৰা তুলিবলৈ পাইকৰ দৰে মাটি দিয়াৰ নিয়ম কৰিলে। বাৰী-মাটি, বাঁহনি, কাঠনি, খেৰনি আদি বামমাটিৰ কোনো সীমা বান্ধি নিদিলে। পাইকে নিজৰ প্ৰাপ্য দুপুৰা মাটিতকৈ অধিক মাটিত খেতি কৰিলে পুৰাত ওপৰঞ্চি এটকা কৰ দিয়াৰ নিয়ম

কৰিলে। কোনো পাইকে ৰজাঘৰত গা-খাটি দিয়াৰপৰা ৰেহাই পাব খুজিলে বছৰেকত তিনি টকা কৰ দিব লাগিছিল। এইদৰে তিনিজনা গোহাঁযে মোমাই তামুলীযে পাতি দিয়া ৰাজ্যত মাটি বিতৰণ কৰিলে।

মোমাই তামুলীযে মৰঙী, খৰঙী, দৈযাং, বছা, খাগৰিজান, বাছকটা আদি পাতিলে। ফুল বৰুৱাই, পিকচাই চেতিযাই পাতিলে অভযপুৰ, টংচু সন্দিকৈযে পাতিলে শলগুৰি, নামডাং আৰু সেইদৰেই গোহাঁই তিনিজনাই অনেক গাওঁ পাতিলে।

ৰৌমৰীযা গণক ভণ্ডাৰী বৰুৱা আছিল। তেওঁ বৰবৰুৱাক ক'লে, 'পাইকে যদি ওপৰঞ্চি উৎপাদনৰ চাৰিভাগৰ এভাগ স্বৰ্গ-দেৱলৈ দিযে, ৰাইজেনো কি দুখ পায।' ভণ্ডাৰী বৰুৱাৰ এই পৰামৰ্শৰ কথা বৰবৰুৱাই স্বৰ্গদেৱক জনালে। ৰজাই নিযম কৰি দিবলৈ ভাৰ দিলে। মোমাই তামুলী বৰবৰুৱাই হাট, ঘাট, ফাট, বিল, মুগা-চোং, সোণ-তোলা, ৰূপ-তোলা আদিৰ ক্ষেত্ৰত প্ৰজাৰ গাত নলগাকৈ কাটল লগালে। কৰ-কাটলৰ নিযম তেতিযাৰপৰাহে হ'ল। তদুপৰি পদ, পঞ্চক, বেঠ, বেপাৰ, চোৰ, চিনলা, জলকৰ, যৰক্ষাৰ, ধুমছি, ঘামেশা, মাৰেষা, দান, ঘাট, খুত, দণ্ড, বন্ধ, হাট, ফাট, চকী আদি একৈশ বিধ কৰ-ৰাজহৰ নিবন্ধন কৰিলে।

দোপগড, নামচাং, বৰহাট, মাকুম, ঢোপাবৰ, গেলেকী, ৰমণীহাট চামগুৰি, লাহিং, তৰাতলী, ধৰ্নাশিৰী আদিত হাট পাতি হাটত বিক্ৰী কৰা বা সলনা-সলনি কৰা বস্তুৰ কুৰি ভাগৰ এভাগ কাটল লগালে। সেইদৰে কঁহাৰ, কমাৰ, কুমাৰ, সোণাৰি, তাঁতী, তেলী, যুগী আদিৰো নিযমকৈ কাটল থিৰ কৰিলে।

মোমাই তামুলী যেনেকৈ বাৰী পাতি, জেওৰা বৈ ৰজাক সন্তোষ লগাই এদিন বৰবৰুৱা হৈছিল, তেনেকৈযে গাঁও পাতি পাইককো কামিলা কৰিবলৈ যত্ন কৰিছিল। প্ৰত্যেক পাইককে ঢাপ মাৰি বাৰী পাতিবলৈ আৰু বাৰীত বাঁহ, তামোল-পাণ, লাগনী গছ ৰুবলৈ বাধ্য কৰিছিল। তদুপৰি দিনে একোটাকৈ পাচি-খৰাহী বৈ ৰজা-ঘৰলৈ দিব লাগিছিল। প্ৰতি তিৰোতাই দিনে কপাহী,

মুগা বা এৰীৰ দহোটাকৈ সুতলাহী কাটিব লাগিছিল। এইবোৰ কামৰ তদাৰক কৰিবলৈ গাওঁ-বাৰিক আৰু টেকেলা নিযোগ কৰিছিল। এইদৰে টানি ধৰোঁতে কোনো কোনোৱে ভেঁটি দি দায় সাৰিবলৈ চেষ্টা কৰিছিল। কিন্তু ভেঁটিখোৱা বিষয়াক এগুণ শাস্তি দিলে, ভেঁটি দিয়া পাইকক দহগুণ শাস্তি বিহিছিল। খেলে খেলে প্ৰতি মানুহকে উৎপাদনৰ হিচাপ বান্ধি দিয়া হৈছিল। ইয়াৰ ফলত ৰাজ্যৰ উৎপাদন বৃদ্ধি পাইছিল।

প্ৰতাপসিংহ স্বৰ্গদেৱে এদিন মোমাই তামুলী বৰবৰুৱাক ৰাজধানী গড়গাওঁ বেৰি মাজ ৰাজ্যত শত্ৰুৱে প্ৰবেশ কৰিব নোৱৰাকৈ এটা গড় বান্ধিবলৈ দিলে। এই গড়টোকে দক্ষিণ পাৰে ৰাজগড় আৰু শ্লাহদৈ গড়, মাজুলিত মেৰাগড় আৰু লক্ষীমপুৰত চেৰাতল গড় বোলে। এই চেৰাতল গড়তে লগাই পশ্চিমলৈ আগ বঢ়াই এটা গড় বান্ধিবলৈ আদেশ দিলে। স্বৰ্গদেৱে ডাঙৰীয়া তিনিজনা আৰু ফুকন-ৰাজখোৱাক নোসোধাকৈয়ে এই কাম কৰিলে। গড় বান্ধি থাকোঁতে ডফলা নামি আহি মানুহ কাটে। দুদিন-চাৰিদিনৰ অন্তত আকৌ আহে। বাতৰি পাই স্বৰ্গদেৱে তিনিজনা গোহাঁইৰ সাক্ষাতে মেলত কথাটো উলিয়ালে। এজনেও একো আষাৰ নুবুলিলে। প্ৰত্যেকৰে পেটত ৰোষ, ৰজাই মেলত নোসোধাকৈ গড় বান্ধিবলৈ দিলে। তিনি দিন কথাটো উলিয়াই সোধে অথচ তিনিওজন ডাঙৰীয়া নিমাত। ৰজাই মেল বিদায় দিলে। চাংমাই বৰুৱাই ভাত সজাই স্বৰ্গদেৱক মাতিবলৈ আহোঁতে দেখে, ৰজাই মন মাৰি বহি আছে। চাংমাই বৰুৱাই সাজৰ সময় হ'ল বুলি স্বৰ্গদেৱক জনোৱাত তেওঁ দীঘলকৈ হুমুনিয়াহ কাঢ়ি ক'লে, 'পেটত ভোক নাই।' সলিসিয়ান চাংমাই বৰুৱাই ক'লে, 'স্বৰ্গদেও ঈশ্বৰ, সৰ্বেসৰ্বা, যাক যি কৰে সেয়ে। হুমুনিয়াহ কাঢ়িবৰ কি কাৰণ হ'ল ? চাংমাই বৰুৱাৰ কথা শুনি ৰজাই ক'লে, উত্তৰ পাৰে গড় বান্ধোঁতে ডফলাই মানুহ কাটিছে। পূৰ্বতে নুসুধিলোঁ হয়, আজি তিনি দিনে মেলত সুধিলোঁ, কেৱে নেমাতে। উপায়-বুদ্ধিও নিদিয়ে যাওঁ-থাকোঁ একো নোবোলে।' চাংমাই

বৰুৱাই সেৱা কৰি ক'লে, 'স্বৰ্গদেৱে অথন সাজ লওক। এইটো কথা চিন্তা কৰিব নেলাগে।'

চাংমাই বৰুৱাই ৰজাৰ দুখৰ কথা মোমাই তামুলী বৰবৰুৱাক জনালে। মোমাই তামুলী গড় মাৰিবলৈ যাবলৈ ওলাল। গড়ৰ ভিতৰফালে সৈন্যৰ কোঁঠ মাৰি গড়ৰ বাহিৰ ফালে কাঁড়-ধনু, যাঠি-বৰ্শা, ঢাল-তৰোৱাল লৈ সৈন্যই পৰ দি থাকে। গড-বন্ধা বনুৱাই দিনত গড় মাৰে। ৰাতি পৰীয়া সৈন্য সন্তম হৈ থাকে। ডফলা পৰ্বতৰ পৰা নমা দেখিলেই দুই চাৰিটা হিলৈ মাৰে। ডফলা দুৰতে ভাগি পলায। এইদৰে লাহে লাহে ছোৱা-ছোৱাকৈ ডফলা গড়টো বান্ধি শেষ কৰিলে। এই গড মাৰোঁতে প্ৰতাপসিংহই নিজে কোমল-চাউল, শুকান-ভাত ( খাও-হেং ), চেৰা দিযা ভাত, চিৰা, ভজাপিঠা আদি বিলাই গড়বন্ধা বনুৱাক উৎসাহিত কৰিছিল।

প্ৰতাপসিংহৰ বৰবৰুৱা মোমাই তামুলীযে পাটকাইৰ পৰা বঙালৰ সীমালৈকে গাওঁ পাতিলে। এনেকৈ ৰাজ্য পাতি থাকোঁতে এদিন লগুৱা এটাই ক'লে, 'ডাঙৰীযা, নতুনকৈ ৰাজ্য পাতি ভালকে কৰিছে কিন্তু নতুন ৰাজ্যত দেখোঁ বেজী এটা বিচাৰিলেও পাবলৈ নাই। কথা শুনি বৰবৰুৱাই বামুণ ২ ঘৰ, গণক ২ ঘৰ, কাথৰ ২ ঘৰ, কলিতাৰ ২ ঘৰ, কেওট ২ ঘৰ, কোঁচ ২ ঘৰ, চুতীযা ২ ঘৰ, বুৰুক ২ ঘৰ. বৰীযা ২ ঘৰ, আহোম ২ ঘৰ, গৰীযা ২ ঘৰ, মৰীযা ২ ঘৰ, কৈৱৰ্ত্ত ২ ঘৰ, হাৰি ২ ঘৰ এনেকৈ দি বাকী থনিকৰ, বাঢৈ আদিক পাতিলে। এনেকৈ একেজন বিষযাৰ অধীনত থাকি, একে গাঁৱৰ গঞা হৈ জাত-কুলৰ সীমা ডেই একে অসমীযা হোৱাৰ বাট মুকলি হ'ল। বছা-দৈযাং পাতোঁতে ঠাই, গাওঁ, ব্যৱসায, মানুহৰ নামেৰে এনেকৈ বিভিন্ন জাতৰ মানুহ গোটাই শযেক পাতি শইকীযা বাব দিলে।

সোন্দৰ গোহাঁযে জযন্তীযা ৰজাৰ কন্যা আনিবলৈ যাওঁতে কছাৰীৰ্ সাতগাঁৱৰ লগতে বাঘৰ গাওঁ অধিকাৰ কৰিছিল। কিন্তু সোন্দৰ গোহাঁইক হত্যা কৰি কছাৰী ৰজা স্বতন্ত্ৰ হোৱাৰ পিছত বাঘৰ গাওঁ পুনৰ কছাৰী ৰজাই অধিকাৰ কৰিলে। এই কথাত

দায় ধৰি ডাঙৰীয়াসকলক ক'লে, 'কছাৰীয়ে যে বাঘৰ গাওঁ অধিকাৰ কৰিলে, তাত চকী-ফাট নাই নেকি ? চকীয়ালে যে মোক নজনালে ?' ডাঙৰীয়াসকলে জনালে, 'তাত চকী-ফাট নাই। বৰ আচহুৱা ঠাই।' স্বৰ্গদেৱে মোমাই তামুলী বৰবৰুৱাক পঠাই চাৰিওফালে চকী আৰু ফাট পাতিবলৈ আদেশ দিলে। বৰবৰুৱা গৈ খাগৰিজানত ন-খন গাওঁ পাতি নগাওঁ স্থাপন কৰিলে। তাৰপৰা কপিলী উপত্যকাত চকী পাতি চকীয়াল নিযোগ কৰিলে। কাঁড়ী-বাৰুৱতী প্ৰজাই তুলি দিলে কিন্তু ৰহা-জাগী দুই চকীলৈ মানুহ জোৰাব নোৱাৰিলে।

ৰহা-জাগীৰ কপিলীমুখৰ চকীলৈ বিষয়া বিচাৰি পৰ্মানি বাইলুঙক কুকুৰা-ঠেং চাবলৈ দিলে। গণকৰ টঙা দলৈকো জ্যোতিষ চাবলৈ দিলে। দুয়োৰে মঙ্গলত নাম উঠিল টেলেকা সন্দিকৈৰ। টেলেকা সন্দিকৈ সম্বন্ধত ৰজাৰ শহুৰেক। মঙ্গলৰ কথা শুনি ৰজাই ক'লে, 'বুজিলোঁ, দুখীয়া সন্দিকৈ, ধন ভৰিবলৈ শকতি নাই। সেযেহে দুয়ো ৰাজ্যৰ সীমাত থাকিবলৈ ভাগ্যত মিলিছে। মই অভয় দিছোঁ, তিনি পুৰুষলৈ যুদ্ধ নেলাগে, অনায়াসে খাব পাৰিবা। তিনি পুৰুষৰ অন্তত মই তুলি আনিম। কাঠৰ গড় বান্ধিম পচিব, মাটিৰ গড় বান্ধিম খহিব, মই কথাৰ গড় বান্ধি দিছোঁ, প্ৰাণ পৰিভুগী হ'ব। শহুৰৰ লগত মৰিবলৈ। জীবলৈ সাৰথি কৰি চাৰিঘৰ মানুহ দিছোঁ—চেপনিয়ালৰ দলৈ, কমাৰ মুদৈ, ভাবলু মাজি আৰু শিলপনীয়া ভূঞা। লগত লিকচৌ বুলি এগোট পাইক দিছোঁ আৰু লগত এটা দা-ধৰা দিছোঁ।' তদুপৰি সল্লাল গোহাঁইক চাৰি কুৰি মানুহ ঘৰ ফালি আনি কটোৱাল কৰিবলৈ আদেশ দিলে।

টেলেকা সন্দিকৈ কপিলী মুখলৈ টালি-টোপোলা বান্ধি ওলাল। সেই অনুসৰি লগৰ মানুহ। স্বৰ্গদেৱে চকী-পতা ঠাই আৰু আৰু খেণ-বাৰ চাই দিবলৈ লগত পৰ্মানি বাইলুঙক পঠালে। সেই দিনা আছিল এটা শনিবাৰ। দিখৌৰ বৰঘাটত নাও মেলি টেলেকা সন্দিকৈয়ে জোঁৱায়েক ৰজাৰ আদেশ পালিবলৈ ওলাল। পষেকৰ মুৰত গৈ তাঁতীমৰা পালেগৈ। পোনতে দুটা

বহা কৰি তাতে ছমাহ থাকি বেত-বাঁহ কাটি হাবি মুকলি কৰি পাঁচোটা চাং-ঘৰ সাজিলে। ওচৰত মানুহৰ মাত এটি শুনিবলৈ নাই, কাষত নিবিড়-গহীন হাবি। কলিযাবৰৰপৰা সলাল গোহাঁযে সময়ে-সময়ে চাউল-সমলৰ যোগান ধৰিছিল। টেলেকা সন্দিকৈৰ বিষযবাব বৰুৱা কিন্তু বৰুৱা-বৰা সামান্য পাইকৰ খোৱা-বোৱা, বহা-শোৱাত পাৰ্থক্য নাই।

বছৰেক পাৰ হ'ল। ৰহা চকীৰ কাম-কাজ কেনে চলিছে, জানিবলৈ জযৰাম কটকীক চোৰাংচোৱা পঠালে। কটকী গৈ ৰহা চকী পালেগৈ। তাত গৈ দেখিলে, ৰাজকীয কাম-কাজ নিযম অনুসৰি চলিছে কিন্তু পাঁচজনে পাঁচখন বৰপীৰাত বহিছে। সমানে। ৰজাৰ শহুৰেক টেলেকা সন্দিকৈ বৰুৱাক চিনি নেপালে। উপায নেপাই জযৰাম কটকীযে সুধিলে, 'স্বৰ্গদেৱৰ শহুৰেক টেলেকা সন্দিকৈ কোনজনা?' চেপনিযালৰ দলৈযে লগৰে এজনলৈ আঙুলিযাই সমিধান দিলে, 'এইজনা।' সন্দিকৈক স্বৰ্গদেৱৰ কথা জনাই জযৰাম কটকী উলটি গ'ল।

জযৰাম কটকী আহি ৰহা চকীৰ সবিশেষ কথা জনালেহি। লগতে জনালে, 'স্বৰ্গদেও, পাঁচোজনৰ পাঁচখন বৰপীৰা, তাত পাঁচোজন সমানে বহে। চৰু একেটা, পাঁচো একেলগে খায। সামান্য পাইক, বৰুৱা সমন্বিতে মিলেৰে আছে। শহুৰেকৰ কথা শুনি ৰজাই তলমূৰ কৰিলে আৰু সৰুসৰুকৈ চকুলো সৰি পৰিল। আৰু ক'লে, 'সিহঁতে ভালৰূপেই প্ৰৱৰ্ত্তিছে। সৰু-বৰ সকলো মিলেৰে থাকিলেহে ভাল, দেশ ৰক্ষা কৰিব পাৰিব, শত্ৰুক জিনিব পাৰিব। পিছে, এফেৰি অকাৰ্য্য হৈছে। সন্দিকৈ মোৰ শহুৰ। সন্দিকৈৰ মৰ্য্যাদাই মোৰ মৰ্য্যাদা। জযৰাম, তই যা, সন্দিকৈক জনাবি, বৰুৱা হিচাপে বহা পীৰাখন সুকীযাকৈ ল'ব। একে পাগতে খাম, খাব। কিন্তু পাতখন সুকীযাকৈ লব।'

জয়ৰাম কটকী পুনৰ ৰহা চকীলৈ গৈ স্বৰ্গদেৱৰ আদেশ শুনালে। সেইদিনাৰে পৰা সন্দিকৈৰ সমানে ৰাইডাঙ্গৰ মেহেঙ্গা, কাঠৰ শৰাই, তাওকিনত খোৱা গুচালে। এই ব্যৱস্থা দেখি বুঢ়া সন্দিকৈযে পাঁচোজনৰ ডিঙিত ধৰি কান্দিলে আৰু ক'লে,

'স্বৰ্গদেৱে আজিহে লালি ছিঙিলে।' পিছত সেই ৰূপেই প্ৰৱৰ্ত্ত আছিল।

ৰহা চকীৰ মাধ্যমত পৰ্বত-ভৈয়াম মিলি যোৱাৰ প্ৰক্ৰিয়া আৰম্ভ হ'ল। পৰ্বতৰ মানুহ আহি ভৈয়ামত গাওঁ পাতি বহিলহি। এদিন সন্দিকৈ বৰুৱাই লগৰ বৰাহঁতক ক'লে, 'পৰ্বতত নিতৌ ৰাতি জুই দেখিছোঁ। তাতো গাওঁ বহিছে যেন পাইছোঁ।' এই বুলি সলালৰ চাৰি কুৰি আৰু চকীয়ালৰ চাৰি কুৰি মানুহ দি পৰ্বতলৈ পঠালে। বৰাহঁত ৰহাৰপৰা গৈ চহৰী পাৰ হৈ পৰ্বত পালেগৈ। পৰ্বতত আচহুৱা মানুহ দেখি সৰহভাগ পুৰুষ পলাল। সিহঁতৰ গাঁৱত যি যি বস্তু পালে, তাক খালে। এইদৰে খোৱা দেখি, আমাৰে একে মানুহ বুলি ওচৰ চাপি আহিল। বৰাহঁতে ক'লে, 'সকলোকে চপাই আন। স্বৰ্গদেৱক কৈ তহঁতকো থাপিম আৰু তহঁতৰে ৰজা পাতিম। বৰাহঁতৰ এই আশ্বাস পাই ১২ ঘৰ মিকিৰ আৰু ১২ ঘৰ লালুং নামি আহি বুঢ়াগাঁৱত বহিলহি। ঢেঁকী দিয়া, কুকুৰ ভুকা, গগণা-সৰমলা বজোৱা শুনি বৰাহঁতক পুনৰ গাওঁ চাবলৈ পঠালে। বৰাহঁতে হাবি কাটি বাট উলিয়াই তিহুলীয়া পালেগৈ। তাতো মিকিৰ ১২ ঘৰ পালে। সকলোকে আনি ৰহাত বৰুৱাৰ আগতে ভেটালেহি। মিকিৰে ৰংখাংপো ৰজাৰ বংশৰ বুলি চিনাকি দিলে। ৰজাৰ কোঁৱৰে দা পাঁচখন আৰু বাৰু পাঁচখন দি বৰুৱাক ভেটিলে। বৰুৱাই তাকে চকীয়াল বৰাৰ হাতত দি স্বৰ্গদেৱলৈ পঠালে। স্বৰ্গদেৱে শুনি বোলে, 'শহুৰ আৰু বৰাহঁত লগ লাগি ডাঙৰ কাম কৰিছে। পৰ ৰাজ্যৰ মানুহ আনি মোৰ ৰাজ্যত গাওঁ পাতি দিছে। শহুৰক, আৰু বৰাহঁতকনো কি বঁটা দিম? সোণ-ৰূপ, বস্ত্ৰ-অলঙ্কাৰ দিলেনো কেইদিন যাব? মই আজীৱন বঁটা দিছোঁ।' জয়ৰাম কটকীক পঠাই ক'লে, 'শহুৰক ক'বি, দোপদৰ পাতি লাইখুটা পুতি তাতে বহিব।' চকীয়াল বৰাহঁতক ৰঙাচুলিৰ নালেৰে চাৰিখন দা বঁটা দি চাৰিওকে কটকীৰ বাব দিলে। মিকিৰ কোঁৱৰক ৰজা পাতি এজনী কন্যা, দোলা, ঢোল, চুলি-দা আৰু বেৰাকাহী দিলে।

লালুং বাৰঘৰক পুনৰ বুঢ়াগোহাঁইলৈ ঘুৰাই পঠালে। খলাৰ পৰা দুটি লালুং কোঁৱৰ আনি ৰজা পাতিলে। টপাকুচীয়াৰ বুঢ়ীকুঁৱৰী আহি ক'লত টপাকুচীয়াৰো ৰজা পাতিলে। সন্দিকৈ বৰুৱাই বোলে, তহঁত স্বৰ্গদেৱৰ সেৱক হৈছ, স্বৰ্গদেৱলৈ কি দিবি ? তিনিও ৰজা-পোৱালিয়ে ক'লে, 'গছৰ ফুল, মাথাৰ চুল, গঁড়ৰ খড়্গ তিনিটা, মৌ ছকলহ, শিং ১২ যোৰ, ছাল ১২ খন দিম। লগত বছৰি পত্ৰ-সন্দেশ দিম।' পৰ্বতৰ মানুহ নামি আহি কলং-কপিলীৰ পলসুৱা মাটিত বহি অসম-অসমীয়া সংস্কৃতিটোত মিলি গ'ল। আহোম ৰাজ্যৰ দক্ষিণ সীমাত লুকি, বকো, বনগঞা, ছয়গঞা, বগাই, পানতনীয়া, ববদুৱৰীয়া, ভোলাগঞা, মৰুৱাপুৰীয়া এই নজনক দাঁতিঅলীয়া ৰজা পাতি ৰজা-পোৱালি নাম দিলে। ইয়াৰ উপৰিও কলং-কপিলী উপত্যকাত লালুংসকলৰ মুখিয়াল লোকক ৰজা নাম দি শাসনকৰ্ত্তা পাতিলে। কাজলীমুখলৈকে মোমাই তামুলী বৰবৰুৱাই ৰাজ্য-সংগঠন কৰিলে। আগৰ থকা ঠাই আৰু খেল-মেলৰপৰা মানুহ ফালি নি নতুন ঠাইত নতুন নাম দি পতা বাবে পোনতে প্ৰজাৰ মাজত অসন্তুষ্টিৰ সৃষ্টি হৈছিল যদিও সেই প্ৰক্ৰিয়াই জাতিগত সমন্বয়ৰ বাট মুকলি কৰি সম্প্ৰীতিৰ সেন্দুৰী আলি বান্ধিছিল।

প্ৰতাপসিংহ স্বৰ্গদেৱৰ ৰাজত্বকালৰ প্ৰায় ডেৰকুৰি বছৰ অবিৰাম সংগ্ৰাম চলিছিল স্বাধীনতা আৰু অস্তিত্ব ৰক্ষাৰ বাবে। হেজাৰ-বিজাৰ ৰণুৱা, তাকে চাই ডাঙৰীয়া বিষয়াই জীৱন উচৰ্গা কৰিছিল। লুইতৰ পাৰৰ এমুঠি অসমীয়াই প্ৰবল প্ৰতাপী মোগল শক্তিৰ প্ৰচণ্ড আক্ৰমণ প্ৰতিহত কৰিবলৈ সক্ষম হৈছিল। এসময়ত মোগলক পৰাস্ত কৰি কামৰূপ পাৰ হৈ গোৱালপাৰা সোমাইছিলগৈ কিন্তু কোঁচ ৰাজনীতিৰ শিথিল মানসিকতাই সহায় নকৰিলে। কোচবিহাৰৰ ৰজা প্ৰাণনাৰায়ণৰ ওচৰলৈ ৰঙ্গ কন্দলিক পঠাই কোৱালে, বোলে, 'কোঁচ ৰজা প্ৰাণনাৰায়ণৰ সৈতে একগোট হৈ মোগলক ঘটুৱাই উত্তৰে ৰংপুৰ, দক্ষিণে শ্ৰীসূৰ্য্য সীমা কৰি ৰাজ্য লওঁ, মোগলে কি কৰিব পাৰে ?' প্ৰাণনাৰায়ণৰ কবিকিশোৰ কাৰ্জিয়ে এই প্ৰস্তাৱটো উত্তম বুলি ধৰিলাগিছিল

কিন্তু ৰামচন্দ্ৰ কাৰ্জিযে দিয়া পৰামৰ্শ মতে প্ৰতাপসিংহৰ প্ৰস্তাৱ গ্ৰহণ নকৰি ক'লে, 'কামৰূপ সদায়ে আমাৰ। যেতিয়া পাৰোঁ মোগলৰপৰা উদ্ধাৰ কৰিম। মহাৰাজাৰ সহায় কেলেই লাগিছে ?' বিশ্বসিংহ ৰজাই একোখনকৈ পৰগণা পাতি ওঠৰজন কোঁৱৰক তাৰ শাসনকৰ্ত্তা পাতি থৈ গৈছিল। সেইসকলৰে পো-নাতিয়ে ইতিমধ্যে পৰগণা ভাগ কৰি জমিদাৰৰ ৰূপ লৈছিল। জমিদাৰ-সকলৰ সৈন্য-সামন্ত ৰাখি যুদ্ধ-বিগ্ৰহ কৰিব পৰাৰ শক্তি নাছিল, গতিকে মোগল-শক্তিৰ অধীন আৰু সহায়কাৰী হৈ জমিদাৰী চলোৱাটোৱেই সুগম উপায় আছিল। গতিকে হাজোৰ যুদ্ধত মোগলক পৰাস্ত কৰি আহোম আগ বাঢ়ি গ'লেও জমিদাৰসকলে মোগলৰহে পক্ষ লৈছিল। তদুপৰি কোচবিহাৰৰ লগত দৰঙী আৰু কোঁচ হাজো এই দুয়োঘৰৰ মাজত আভ্যন্তৰীণ বিবাদ প্ৰকট হৈ উঠিছিল। দৰঙী আৰু পৰীক্ষিতনাৰায়ণৰ বংশধৰসকল মোগল-বিৰোধী আছিল যদিও শক্তি-সামৰ্থ্য নাছিল। লক্ষ্মী-নাৰায়ণে চাহজাহান বাদছাহলৈ জীয়েকক দি মিত্ৰতা কৰাৰ দিন ধৰি কোচবিহাৰ মোগলৰ হাতত লাহে লাহে নিষ্প্ৰভ হৈ পৰিছিল। পৰীক্ষিতনাৰায়ণৰ বংশধৰসকল আহোমৰ পক্ষত থকা বাবে লক্ষ্মী নাৰায়ণৰ বংশধৰসকলে আহোমৰ বিৰুদ্ধে সততে মোগলকে সহায়তা কৰিছিল।

এই দীঘলীয়া সময়ছোৱাৰ যুদ্ধ-বিগ্ৰহৰ পৰিৱেশত কেইটিমান চৰিত্ৰই ভূমুকি মাৰিছিল। কি বিচিত্ৰ এই চৰিত্ৰ! ক্ষমতা, লোভ, বিশ্বাসঘাতকতা আৰু আক্ৰোশে চৰিত্ৰ কেইটাক আৱৰি ধৰিছিল। তাৰে এটা চৰিত্ৰ হ'ল সত্ৰাজিত। সত্ৰাজিত আছিল ঢাকাৰ ওচৰৰ এজন জমিদাৰৰ লৰা। জাতত হিন্দু। বঙ্গৰ নবাব ছেখ কাছিমে ছৈয়দ হাকিম আৰু ছৈয়দ আবুবকৰ সৈন্যবাহিনীত আহি পৰীক্ষিতনাৰায়ণৰ বিৰুদ্ধে যুদ্ধ কৰি পাণ্ডু আৰু গুৱাহাটীৰ থানাদাৰ হৈছিল। থানাদাৰ হৈ পাণ্ডুত ভালেমান কেইবছৰ আছিল। লাহে লাহে সত্ৰাজিত পাণ্ডু-গুৱাহাটী অঞ্চলৰ অধিপতি স্বৰূপ হৈ পৰিছিল। সত্ৰাজিত স্বভাৱতে উচ্চাকাঙ্ক্ষী আৰু বহিবলৈ পালে শুবলৈ বিচৰা মানুহ আছিল। মোগলৰ হৈ যুদ্ধ

কৰিছিল যদিও মোগল-আহোমৰ সম্প্ৰীতি নতুবা আহোম-কোঁচৰ মিলাপ্ৰীতি কামনা নকৰিছিল। সত্ৰাজিতৰ কূট বুদ্ধিৰ দোষতে লাঙ্গি বৰফুকনৰ প্ৰাণদণ্ড হ'ল আৰু আব্দুল ইছলামৰ কটকী বাজিত খাঁ আৰু গোপাল গড়গাঁৱলৈ যাবলৈ নেপালে। মামু গোবিন্দকো ধৰি দিম বুলি ঢাকালৈ পলুৱাই পঠালে। আনপিনে মোগলৰ থানাদাৰ হৈ প্ৰতাপসিংহ স্বৰ্গদেৱক পিতৃ বুলি সম্বোধন কৰি গুৱাহাটীত এখন হাট খুজি ললে। লাঙ্গি বৰফুকনৰ লগত বন্ধু পাতি তামোল সলনা-সলনি কৰি উমানন্দৰ বালিৰপৰা বুঢাৰ হাতত চেঙেলি সৰকি গ'ল। আনপিনে ঢাকাৰপৰা সৰহীয়া সৈন্য লৈ গুৱাহাটী আক্ৰমণ কৰিবলৈ মোগল সেনাপতি উজাই অহাৰ বাতৰিও কিন্তু সত্ৰাজিতেই আগতীয়াকৈ দি নিজৰ নাও-নাৱৰা লৈ ব্ৰহ্মপুত্ৰইদি ভটীয়াই গৈ ধুবুৰী পালেগৈ। তাতে থাকি ধৰ্মনাৰায়ণৰ ফলীয়া হৈ গুৱালপাৰৰ জমিদাৰসকলক হাত কৰিব খোজোঁতে মীৰ জীয়ানুদ্দিনে যুদ্ধৰ সমলেৰে সৈতে সত্ৰাজিতক ধৰা পেলায় আৰু বন্দী কৰি ঢাকালৈ পঠিয়াই দিয়ে। কিছুদিন বন্দী কৰি থোৱাৰ পিছত ঢাকাতে সত্ৰাজিতৰ উচ্চাশা হতাশালৈ পৰিণত হয়, আৰু প্ৰাণদণ্ডৰে পুৰষ্কৃত কৰা হয়।

আৰু এটি অবিশ্বাসী চৰিত্ৰ মামু গোবিন্দ। তেতিয়া দৰঙী ৰজা ধৰ্মনাৰায়ণৰ ৰাজ্য লুইতৰ দুয়ো পাৰ জুৰি আছিল। ধৰ্ম-নাৰায়ণে মধুকৰ, অন্যনাম মধুনায়ক নামৰ পুতেকক লগত দি মামু গোবিন্দক লুইতৰ দক্ষিণপাৰে অধিকাৰী পাতি থৈছিল। অধিকাৰী হ'বলৈ পাই মামু গোবিন্দই ধৰ্মনাৰায়ণক নমনা হ'ল। ৰজাই দুবাৰ মাতি পঠালে, নগ'ল। স্বৰ্গদেৱে মাতি পঠালত পলাই গৈ লুকীত সোমালগৈ। মামুৰ লগত দুহেজাৰ কাঁড়ী দিছিল। ৰজাৰ আদেশ অমান্য কৰি আঁতৰি যোৱা বাবে মামুক ধৰি পঠাবলৈ লাঙ্গি বৰফুকনক নিৰ্দেশ দিলে। এই কথাৰ ভু-পাই মামু গোবিন্দ গোপনে সত্ৰাজিতৰ ওচৰ পালেগৈ। মামুক আশ্ৰয় দি লোকক দেখুৱাই ক'লে, 'মামু পলাই আছে। স্বৰ্গদেৱৰ মানুহেও বিচাৰক, মযো বিচাৰোঁ। পালে ধৰি দিম।' কিন্তু ইয়াৰ পৰিৱৰ্তে সত্ৰাজিতে মামু ঢাকালৈ পলাই যাবলৈ দিহা কৰি

দিলে। মামুৱে অসমৰ আভ্যন্তৰীণ বা-বাতৰি দি আক্ৰমণত সহায়তা কৰিলে। মামুৰ পুতেক মধুনাযকক পশ্চিমে কৰৈবাৰী সীমা কৰি ৰাজ্য পাতিবলৈ দিছিল। ৰাজ্য পাতিবলৈ গৈ মধুনাযকে নিজকে ৰজা বুলি ঘোষণা কৰিছিল। তাতে দায ধৰি স্বৰ্গদেৱে মধুনায়কক ডিঙি মুচৰি মাৰিলে। মামু গোবিন্দৰ পলায়ন কাৰ্য্যৰ সংক্ৰান্ততে পুনৰ সত্ৰাজিতক ধৰিবলৈ আদেশ দিলে।

ৰত্ন কন্দলি, জাবৰ আৰু একাদহ কটকীক গুৱাহাটীলৈ পঠাই-ছিল, বোলে, 'মামু গোবিন্দক ধৰিব নোৱৰালৈকে নাহিবি।' কিন্তু সত্ৰাজিতে বিশ্বাস ভঙ্গ কৰি মামুক যেতিয়া ঢাকালৈ পঠোৱাৰ বাতৰি পালে, তেতিয়া ততালিকে সত্ৰাজিতক ধৰিবলৈ লাঙ্গি বৰ-ফুকনলৈ গোপনে আদেশ পঠালে। বৰফুকনে ভেলাই দুৱৰীযাক ক'লে, 'তই ফচুলাই মেলি সত্ৰাজিতক উমানন্দৰ বালিলৈ আন। তাতে দুযো দেখা-দেখি হওঁ।' ভেলাযে গাত ললে। সত্ৰাজিত আৰু বৰফুকন দুযো উমানদৰ বালিত গোট খাই প্ৰীতি-সম্ভাষণ বিনিময কৰিবলৈ দিহা কৰিলে। বৰফুকনে কাজলীমুখীযা ফুকন-বৰুৱা হাজাৰকা সকলোকে ছদ্মবেশ কৰাই সণ্টম হৈ থাকিল। সত্ৰাজিত তেতিয়া শুৱালকুছিত কোঁঠ মাৰি আছিল। তাৰেপৰা উমানন্দৰ ঘাটলৈ উজাই আহি পাৰত উঠিলহি। মিত্ৰতা স্থাপনৰ চিন স্বৰূপে সত্ৰাজিতে দলিছা ২০ খন, লাহৰি ২০ খন, পাৰ্মাৰি ৪০ খন, তাও কাপোৰ দুকুৰি, পোৱালমণি ২০ ধাৰ, চামৰ ৩ খন, চিত কাপোৰ তিনি তাও, মুক্তা ৪ ধাৰ উপহাৰ দিলে। বিনিময়ত বৰফুকনে দিলে, সোণ এসেৰ, থওা ৩০ খন, কামলি ৪০ খন, উত্তম পাটৰ কাপোৰ ২০ খন, গন্ধক সাতোটা, বচোৱাল ১০০ খন। একেখন দলিছাত বহি তামোল সলনা-সলনি কৰি খালে। আৰু কথাৰ লাচতে ভাই, বৰফুকন সুখেৰে থাকা' বুলি কৈ সাউতকৰে নাৱত উঠিলগৈ। ফুকন-বৰুৱাই সত্ৰাজিতক ধৰিব খোজাত 'আজিলৈ যক' বুলি এৰি দিলে।

অসম মোগল সংঘৰ্ষৰ আৰু এটা কাৰণ। মামু গোবিন্দৰ ল'ৰা। তিৰোতা তুলি জাখেলিলৈ নিলে। আনপিনে দুই-চাৰি

চেকেৰী মানুহে মোগলৰ সৈন্য কাটিলে। তাকে সত্ৰাজিতে গোচৰ দিলে। স্বৰ্গদেৱে শুনি বোলে, 'কোনে কাক কাটে, মই কি জানো?' হৃষীকেশ চৌধাৰী নামৰ জমিদাৰে মোগলক খাজানা দিলে কিন্তু পাঁচশ টকা বাকী থাকিল। সেই বাবে হৃষীকেশক লঘু-লাঞ্ছনা কৰিলে। লাঞ্ছিত হৃষীকেশ আহোম ৰাজ্যলৈ পলাই আহিল। সেই কথাতে হাজোত থকা নবাব আব্দুল ইছলামে ৰৰফুকনৰ যোগেদি স্বৰ্গদেৱলৈ জনাই পঠালে, 'হৃষীকেশক দি পঠাওক, পাঁচশ টকা ধন পাবলৈ বাকী আছে।' ইয়াৰ উত্তৰত স্বৰ্গদেৱে ক'লে, 'হৃষীকেশ মোৰ শৰণাগত, কিয় এৰি দিম। মোৰ মানুহ মামু, তাক কিয় বুদ্ধি কৰি ঢাকালৈ পঠালে।' এই সমিধান পাই মোগলৰ কটকী উলটি গ'ল।

এদিন মোগলে কুকুৰ মেলি পহু-চিকাৰ কৰিছিল। সন্ধিয়া বেলিকা কুকুৰ আহি আহোম ৰাজ্যৰ সীমাত সোমালহি চকীয়ালে কুকুৰ ধৰি ৰাখিলে। কাকুতি-মিনতি কৰি খোজাতো নিদিলে। ইয়াৰে খঙত খৰিভাৰী মানুহ দুটা ধৰি নি এটাক মৰিযাই আধামৰা কৰিলে, আনটোক কুকুৰোৰ কামোৰাই মাৰিলে। এই খঙতে কাজলীমুখত শিবিৰ পাতি থকা সৈন্যবাহিনী ভটীয়াই গৈ শৰাইঘাট পালেগৈ। মোগল সৈন্যযো হৃষীকেশক ধৰোঁ বুলি উজাই আহিল। দুখনমান খণ্ড-যুদ্ধ লাগিল। দক্ষিণে অসুৰৰ আলিৰপৰা মোগলে মানুহ তিনিটা ধৰি নিলে। এটাক মাৰিলে আৰু দুটাক কুকুৰক খুৱালে। গতিকে আহোমে খেদি গ'ল। কলঙু সন্দিকৈৰ কাঁড়ৰ কোৰত মোগল ঠাবৰিব নোৱাৰিলে। উত্তৰ পাৰে দুখনমান যুদ্ধত আহোম জিকিল। ঘোঁৰা পালে ১২টা, হিলৈ ১৭ টা আৰু তৰোৱাল ৫৪ খন।

সত্ৰাজিতে পাণ্ডুৰপৰা হুহুঁকি গৈ আগিয়াঠুটিৰ বালি চাপৰিত কোঁঠ দি ৰ'লগৈ। এই বেলি ঘাই সেনাপতি হৈ আহিল মোমাই তামুলী বৰবৰুৱা আৰু লগত দিলে ৰৌমৰীয়া গণক ভণ্ডাৰী বৰুৱাক। অতদিনে মোগলক খেদি গৈ আক্ৰমণ নকৰা বাবে স্বৰ্গদেৱে দায় ধৰি কৈছিল, 'বঙালক নধৰি কিয় উমলি আছে?' মোমাই তামুলীযেও গুৱাহাটী পাযেই প্ৰতাপসিংহ

স্বৰ্গদেৱৰ আদেশ শুনালে আৰু লগে লগে নাৱেৰে আৰু বামেৰে খোঁদ গৈ আগিযাঠুটিৰ শিবিৰ আক্ৰমণ কৰিলে। সত্ৰাজিত আৰু ইযাৰকুলি খাঁ পলাই গৈ হাজো পালেগৈ। বালি চাপৰিৰ শিবিৰত যুদ্ধৰ আহিলা আৰু নাও এৰি থৈ মোগল সৈন্য ভাগি গ'ল। কলহী (কলচী) নৈৰ পাৰলৈকে অসমে ললে। কাছিম খাঁই কামৰূপত পতা দহহেজাৰ থলুৱা পাইকক মোমাই তামুলীৰ অধীনলৈ আনিলে আৰু হাজোৰ মোগল শিবিৰ অৱৰোধ কৰিলে।

হাজোৰ শিবিৰ অসমৰ হাতলৈ অহাৰ বাতৰি পাই ঢাকাৰ নবাব ইছলাম খাঁই ছৈযদ জযনাল আবেদিনৰ অধীনত হাজোৰ থানাদাৰ আব্দুল ইছলামলৈ ১০০০ অশ্বাৰোহী, ১০০১ হিলৈ-দাৰী ২০০০ যুদ্ধৰ নাও পঠিযাই দিলে। অস্ত্ৰ-শস্ত্ৰ আৰু সৈন্য সামন্তৰ সাহায্য লাভ কৰি মোগল সৈন্যই আহোমৰ শিবিৰ আক্ৰমণ কৰিবলৈ সষ্টম হৈ ৰ'ল।

এইখিনিতে এটা ঘটনা ঘটিল। লাঙুডাম বৰুৱা ৰণৰ নেওগ আছিল। নৰিযা পৰি ঘৰলৈ উজাই গ'ল। ৰজাই বৰগোহাঁই-পৰিযা লালুক আৰু লেচাম চিৰিঙক নেওগ পাতি ৰূপীযা নালৰ দা দহখন দি ক'লে, 'দুই নেওগৰ কথামতে যি নচলিব, নেওগহঁতে তাক কাটিব।' দুই নেওগ গৈ পোৱাৰ আগতেই ডাঙৰীযাসকলে বৰদেওধাই আৰু লাই দেওধাইক কুকুৰা-ঠেং চাবলৈ দি ৰণলৈ ওলাল। সিপিনে চামধৰাত শিবিৰ পাতি থকা ম'ডাম আৰু ম'ছাইৰ হতুৱাই কুকুৰা-ঠেং চোৱাই ৰণৰ ফলাফল ভাল পাই চাম-ধৰাত আশ্বস্ত হৈ ৰ'ল আৰু ডাঙৰীযাসকললৈ আদেশ পঠালে, বোলে, 'মোৰ আদেশ নেপাযমানে চেঁচাৰ কোঠৰপৰা আগ বাঢ়ি নেযাব, এখোজো নলৰিব।' কিন্তু লালুক আৰু লেচাম দুই নেওগে নাকৈ দাৰে গদিযাই ৰণুৱাক ৰণলৈ আগ বঢ়াই দিলে।' কাণ্ড দেখি ডাঙৰীযা তিনিজনাই ক'লে, 'স্বৰ্গদেৱৰ আজ্ঞা আহি পোৱাহি নাই। তহঁতে কিয ৰণ কৰিব খোজ।' যদি ৰণত হাৰিব লাগে, দুই নেওগকে দোষ দিব।' দুই নেওগে তথাপি বৰ কথা মাতিলে। সেই দেখি খোঁদ গৈ মোগলক আক্ৰমণ কৰিবগৈ।

পৰিণতি স্বৰূপে মোগলৰ হাতত অসমৰ সৈন্য পৰাস্ত হৈ হুহুঁকি আহিবলগীয়া হ'ল। ক্ষমতা পাই তাক অপব্যৱহাৰ কৰাৰ অপৰাধত দুই নেওগক থিয় গৰালত বন্দীকৈ থৈ অনাহাৰে মাৰিলে।

প্ৰতাপসিংহই দেখিছিল, পৰ্বত-ভৈয়াম একেকাঠি কৰি মানুহ গোটাই ৰণ কৰিব নোৱাৰিলে বৃহৎ মোগল শক্তিৰ বিৰুদ্ধে থিয় দিয়া টান। নিজৰ প্ৰজাক টাকনি দিছিল, উৎসাহিত কৰিছিল আৰু দৃঢ়তাৰে নেতৃত্ব দিছিল। যুদ্ধৰ সময়ত পাৰ্য্যমানে নিজে ৰণক্ষেত্ৰৰ অনতিদূৰত থাকি আদেশ-নিৰ্দেশ দি আছিল। লুৰী, বকো, বনগঞা, ছযগঞা, বগাই, পানতনীয়া, বৰদুৱৰীয়া, ভোলা-গঞা, মৰুৱাপুৰীয়া, শুকুলা ৰজা, সুবনা ৰজা, বাখুনা ৰজা, সজাই ৰজা, হেঙেৰাবৰীয়া মলৰজা, কোঁচৰজা চিলাৰায়ৰ ঠালৰ পো-নাতি ধৰ্মনাৰায়ণ, ৰামদেৱ, জীবনাৰায়ণ, কেহোনাৰায়ণ, সংগ্ৰামজিৎ, চক্ৰনাৰায়ণ আদি দাঁতিঅলীয়া ৰজাসকলে সোণৰ ৰণ কৰা টুপী, সোণখটোৱা বাৰু, পিতলীয়া বাৰু, উকা বাৰু চোঁৰৰ, তাও কাপোৰ ইত্যাদিৰে উপহাৰ দি বৰহোলোংঘৰতে সেৱা কৰি ৰণলৈ যাইলৈ সণ্টম হৈ আছে বুলি জনালে। স্বৰ্গদেৱৰ শক্তি-সামৰ্থ্য অধিক বৃদ্ধি পালে।

নৰনাৰায়ণৰ বংশৰ কোঁৱৰসকল তেতিয়াও মোগলৰ কৰতলীয়া হৈ মোগলৰ লগতে আছিল। নৰনাৰায়ণৰ পুতেক লক্ষ্মীনাৰায়ণে মোগলক ক'লে, 'স্বৰ্গদেৱৰ লগত তোমালোকৰ দ্বন্দ-কন্দল বহু-দিনীয়া। মই সেই কন্দল ভাঙি দিব পাৰিম। মোক যদি মোৰ পিতৃ-পিতামহৰ ৰাজ্যখন ঘুৰাই দিয়া, মই যত্ন কৰিম।' মোগলে সকলো সময়তে আহোমৰ ৰণ-কৌশল আৰু দৃঢ়তা দেখি উচাপ খাই উঠিছিল। ইতিমধ্যে হেজাৰ-বিজাৰ সৈনা, যুদ্ধৰ নাও, হিলৈ বৰতোপ হেৰুৱাই থকা সৰকা হৈছিল, গতিকে লক্ষ্মী-নাৰায়ণৰ প্ৰস্তাৱত মান্তি হৈ ক'লে, 'ভাল, দুই ৰাজ্যৰ মিলা-প্ৰীতি কৰাই দিয়া। তোমাৰ পিতৃ-পিতামহৰ ৰাজ্য ঘুৰাই দিম।' লক্ষ্মীনাৰায়ণে বীৰু কাৰ্জিক বটকী কৰি পঠালে। বীৰু কাৰ্জিয়ে গৈ প্ৰতাপসিংহ স্বৰ্গদেৱক জনালেগৈ, বোলে, 'লক্ষ্মী-

নাৰায়ণে মোগলৰ লগত মিলাপ্ৰীতি কৰাই দিম বুলিছে। স্বৰ্গ-দেৱৰ ইচ্ছা হ'লেই হ'ল।' বীৰু কাৰ্জিৰ কথা শুনি স্বৰ্গদেৱে উত্তৰ দিলে, 'মোকে বঙালকে মিলাই দিব পাৰিলে ভাল। নোৱাৰ মানে তই ইয়াতে থাক।' এই বুলি বীৰু কাৰ্জিক গড়গাঁৱতে ৰাখি থলে। স্বৰ্গদেৱৰ লক্ষ্মীনাৰায়ণৰ ওপৰত আস্থা নাছিল। আগতে এবাৰ মোগলক খেদিবলৈ প্ৰস্তাৱ কৰোঁতে, লক্ষ্মীনাৰায়ণ আগ বাঢ়ি নাহিল আৰু মোগলৰ অধীন হৈ থকাই ভাল যেন মনোভাব প্ৰদৰ্শন কৰিছিল। ৰঘুদেৱনাৰায়ণৰ বংশধৰসকলে যিদৰে সম্মিলিত প্ৰচেষ্টাত উদ্যোগী হৈছিল, তাৰ লগতে লক্ষ্মী-নাৰায়ণেও হাত-উজান দিয়া হলে উত্তৰ-পূব ভাৰতৰ বুৰঞ্জীৰ গতিয়েই সলনি হোৱাৰ সম্ভাৱনা আছিল।

সি যি কি নহওক, প্ৰতাপসিংহই লক্ষ্মীনাৰায়ণৰ লগত মিত্ৰতা স্থাপন কৰিবলৈ সুযোগ বিচাৰিছিল। সেই উদ্দেশ্যে বিৰিণা কটকীক পত্ৰ সন্দেশ দি কোচবিহাৰলৈ পঠাইছিল। লক্ষ্মী-নাৰায়ণে জীয়েকক দিবলৈ ইচ্ছা কৰি কটকীক সম্ভাষণ জনাই ৰাখিলে। এনেতে লক্ষ্মীনাৰায়ণ মৰিল। পুতেক বীৰনাৰায়ণে ভনীয়েকক দিবলৈ ইচ্ছা প্ৰকাশ নকৰি সন্দেশসহ বিৰিণা কঠকীক ঘূৰাই পঠালে। গতি বিষম দেখি বুদ্ধিমান বীৰু কাৰ্জিয়ে ৰজাক ক'লে, 'স্বৰ্গদেও, লক্ষ্মীনাৰায়ণৰ কন্যা পুতেক বীৰনাৰায়ণে নিদিওঁ বুলিলে, কি হ'ল ? মোৰ বন্দীৰ দেখনিয়াৰ জী এটি আছে, তাকে স্বৰ্গদেৱলৈ দিম। আৰু নাতিনী এজনী আছে, স্বৰ্গদেৱৰ পো চাও-ঙ্গি গোহাঁইলৈ দিম।' বীৰু কাৰ্জিৰ কথাত সন্তোষ পাই সম্প্ৰীতিৰ কথা উল্লেখ কৰি সত্ৰাজিত, আব্দুল ইছলামলৈ দুখন পত্ৰ আৰু তাকে চাই সন্দেশ দি বিদায় দিলে।

বীৰু কাৰ্জি গৈ সত্ৰাজিত আৰু আব্দুল ইছলামক লগ পাই সবিশেষ জনালে আৰু জীয়েক লক্ষ্মীপুৰীয়াক আনি স্বৰ্গদেৱক আৰু নাতিনীয়েক হেমপুৰীয়াক চাও-ঙ্গি গোহাঁইলৈ বিয়া দিলে। লক্ষ্মীপুৰীয়াৰ ককায়েক ৰামচন্দ্ৰ কাৰ্জিয়ে যৌতুকত ঘোঁৰা দিলে পাঁচোটা, সত্ৰাজিতে দিলে দুটা, আব্দুল ইছলামে দিলে দুটা।

তদুপৰি তাও কাপোৰ সাত মুঠা, চিট কাপোৰ সাতখন, চকলা দোপাতি সাতখন, বেটী বাৰজনী। তদুপৰি ৰজাই বুলি ঘোঁৰা দিলে দুটা। ছোৱালী যোগাবলৈ আহিছিল আচাৰ্য্য, বৈৰাম খাঁ, চক্ৰৱৰ্ত্তী আৰু লক্ষ্মীপুৰীয়াৰ ভাযেক অনিৰুদ্ধ।

সেয়া হালধিঠেঙা বৰফুকনৰ দিনৰ কথা। গুৱাহাটী, পাণ্ডু, শৰাইঘাট, শুৱালকুছি, হাজো আৰু ইয়াৰ দাঁতি-কাষৰীয়া ঠাই-বোৰত অনেক খণ্ড-যুদ্ধ হৈছিল। এইবোৰ যুদ্ধত হৰা-জিকা দুয়োটাই হৈছিল। দেখাত মোগলৰ ক্ষয়-ক্ষতি হৈছিল অধিক। বৰফুকনৰ কাৰ্য্যকালৰ প্ৰথম এমাহত বহুতো ঠাইত কটা-কটি, কঁড়িয়া-কঁাড়ি লাগিছিল কিন্তু জয়-পৰাজয় হোৱা নাছিল। এই কথাত স্বৰ্গদেৱৰ খং উঠিছিল। সেই কথা জানি বৰফুকনে চোৰাংচোৱা পঠালে, বোলে, 'মোগলৰ শিবিৰৰ সবিশেষ চাই আহগৈ।' টিমক চোৰাংচোৱা ৰাতি গৈ তন্নতন্নকৈ চাই আহি ক'লেহি, বোলে, 'বঙগালে দিনে-ৰাতিযে পৰ দি থাকে, পুৱতী নিশা আটাইবোৰ শোৱে, পহৰীয়া নেথাকে।' বৰফুকনে বোলে, 'তোৰ কথাত কেনেকৈ বিশ্বাস কৰোঁ?' পিছদিনাই মোগলৰ কোঁঠৰপৰা এঠা ঘোঁৰা চুৰকৈ আনি, তাৰ ঠাইত এটা গৰু বান্ধি থৈ আহিল। তেতিয়াও চোৰাংচোৱাৰ কথাত বিশ্বাস নকৰি ক'লে, 'ইছলাম খাঁ নবাবৰ ধোৱাঁখোৱাটো যদি চুৰি কৰি আনিব পাৰ, তেহে সঞ্জাত যাওঁ। চোৰাংচোৱা তৃতীয় দিনা ৰাতি ভেশছন ধৰি আকৌ গ'ল। ইছলাম খাঁৰ চাকৰ-নাকৰৰ লগত ভিতৰ সোমাই লুকাই থাকিল। পুৱতী নিশা সকলো নিঃপালী দিলত চোৰাংচোৰ ই ধোঁৱাখোৱাত ধোঁৱাপাত ( ধপাত ) লগাই ইছলাম খাঁ নবাবৰ সোণ-ৰূপ খটোৱা গুৰগুৰি ধোঁৱাখোৱাটো চুৰ কৰি লৈ আহিল।' মোগলৰ শিবিৰৰ সবিশেষ জানিবলৈ পুতেক অভয়-পুৰীয়া ৰাজখোৱাকো নিযোগ কৰিছিল। দুয়োৰে কথাৰ মিল পাই বৰফুকনে পিছদিনা পুৱতী নিশাতে নাৱে-তৰে সমানে ইছলাম খাঁৰ কোঁঠ আক্ৰমণ কৰিলে। মোগল সৈন্য সচকিত হৈ পলাল। যাকে-য'তে পালে কচুকটা দিলে। বৰনাও সাতখন, বাচৰুনাও ৩০ খন, বৰাহিলৈ ১০০, তুবকী বৰতোপ ৫০০,

তৰোৱাল ৩০০, বৰ্শা ১০০, জামদাৰ ৪৪, খগ্‌ৰা ৪০ ইত্যাদি পালে। আগিয়াঠুঁটিৰ মোগল শিবিৰ উচ্ছন্ন হ'ল।

হালধিঠেঙা বৰফুকনৰ দিনত আগিযাঠুঁটিৰ পৰা গৈ হাজোত শিবিৰ পাতি থাকোঁতে যি প্ৰচণ্ড যুদ্ধ হৈছিল, সেই যুদ্ধত আব্দুল ইছলামে আত্মসমৰ্পণ কৰিবলৈ বাধ্য হৈছিল। আব্দুল ইছলামক বন্দী কৰি গড়গাঁৱলৈ পঠাই দিয়া হৈছিল। এই বাতৰি পাই আব্দুল ইছলামৰ মাকে চাহজাহান বাদছাহক ক'লে, 'সৰুতে এটা পিয়াহ খাইছিল ইছলাম খাঁই, এটা পিয়াহ খাইছিলা তুমি। এতিয়া যুদ্ধত অসমে আব্দুল ইছলামক ধৰি নিলে। তাৰ প্ৰতিকাৰ কৰানে নকৰা?' আব্দুল ইছলাম চাহজাহান বাদছাহৰ ধাইমাকৰ ল'ৰা। সৰুতে একেলগে ডাঙৰ-দীঘল হৈছিল। ধাইমাকৰ মনোবেদনা বুজি চাহজাহান বাদছাহে ধাইমাকক ক'লে, 'মই ইয়াৰ হোৰ তুলিম।' এই বুলি মিৰ্জা জাহিনা আৰু আলিয়াৰ খাঁৰ অধীনত অশ্বাৰোহী, পদাতিক, বৰতোপধাৰী সৈন্যৰ এক বিৰাট বাহিনী পঠালে।

পিকচাই চেতিয়া বৰফুকনৰ পিছত সৰুচকুৱা বৰফুকনৰ দিনত প্ৰায় বছৰেক ধৰি ৰণ হৈছিল। কেতিয়াবা পদাতিক সৈন্যই সমুখা-সমুখি হৈ কটাকটি কৰিছিল। কেতিয়াবা অতৰ্কিতে মোগলৰ কোঁঠত সোমাই আক্ৰমণ কৰিছিল আৰু মোগল তৰা নৰা ছিঙি পলাইছিল। কিন্তু এবাৰ এনেকৈ কঢামুঠীয়া হৈ মোগলে আক্ৰমণ কৰিলে যে আহোমে সেপ গিলিবলৈকে সুযোগ নেপালে, কাঁড় কাঠিও ঢুকাল। সৈন্য-সেনাপতিৰ মাজতো বুজা-বুজি হৈ যুদ্ধৰ কৌশল নিৰূপণ কৰিবলৈ সময়েই নহ'ল। তথাপি এপৰ বেলা যুঁজি বাৰেপইতাৰ কোঁঠ এৰৰ থৈ আহিল। এইখন যুদ্ধত অসমৰ বহুতো সৈন্য ৰণত পৰিল। পিছ হুঁহকি আহি পাণ্ডুত কোঁঠ মাৰিলেহি। সৰুচকুৱা বৰফুকন হঠাত বাত ৰোগত আক্ৰান্ত হ'ল। স্বৰ্গদেৱে পিকচাই চেতিয়াকে পুনৰ বৰফুকন পাতি পঠালে। মিৰ্জা জাহিনাৰ নেতৃত্বত এইবেলি মোগল মৰোঁ জীঁউ সোঁ-আধিকৈ আগ বাঢ়ি আহিল। বাৰেপইতাৰ কোঁঠত এনে শোচনীয় ভাবে ঘটিছিল যে পাণ্ডু-শৰাইঘাটত আগ ভেটা দিবলৈ

সামৰ্থ্য নহ'ল। পাণ্ডুৰ ঘাটত থকা অসংখ্য নাও মোগলে লৈ গ'ল। উত্তৰে চামধৰা আৰু দক্ষিণে কালিযাবৰত কোঁঠ মাৰি স্বৰ্গদেৱলৈ জনাই পঠালে, 'স্বৰ্গদেও, ভাল চাই খামিডাঠ, সাহসী সেনাপতি এজন দিযক। আমি যুঁজি চাওঁ।'

প্ৰতাপসিংহই ৰণথলীত সাহসী সেনাপতি বিচাৰি নিবেদন জনোৱা মানুহটো বিচাৰি পালে মোমাই তামুলী বৰবৰুৱাক। ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে সেনাপতি পাতিলে পিকচাই চেতিয়া বৰফুকনক আৰু দক্ষিণ পাৰে মোমাই তামুলী বৰবৰুৱাক। তদুপৰি সদৌৰে অধিকাৰী পাতিলে মোমাই তামুলীক। পৰ্বতীযা পিলিঙা বৰগোহাঁই, দিলিহিযালৰ শুকুলাহুদু বুঢ়াগোহাঁই আৰু লাকু বৰপাত্ৰগোহাঁই তিনিও আহি কাজলীমুখত আছিল। মোগল উজাই আহিবৰ দেখি ডাঙৰীযাসকল জাগীলৈ গ'ল। এদিন হৰিডেকা আৰু ডিমৰুৱা ৰজাই খেদি গৈ যুদ্ধ কৰি জিকিল। পুনৰ কাজলীৰ কোঁঠ অধিকাৰ কৰিলে। কাজলীৰ কোঁঠৰপৰা খেদি গৈ মোগলক ধৰোঁ বুলি মোমাই তামুলীৰ নাও আগ কৰি দিলে। পিছে পিছে অসংখ্য নাও খেদি গ'ল। আন পিনে লুইতৰ ঘুলি এটাত মোগল নৌ-বাহিনী লুকাই আছিল। মোমাই তামুলীৰ সৈন্যবাহিনী আগ বাঢ়ি যোৱা দেখি মোগলেও ততালিকে পিছফালৰ পৰা আক্ৰমণ কৰিলে। বিপাণ্ডত পৰি নাৱৰীযা সৈন্যবোৰ ছেদেলি-ভেদেলি হৈ নাও এৰি বামেদি উজাই আহিল। মোমাই তামুলী আৰু লাকু বৰপাত্ৰ দুযো পলসুৱা বোকাত পৰি লুতুৰি-পুতুৰি হ'ল। মোমাই তামুলীযে এঘা খাই দৌৰি যাওঁতে বোকাত পৰি চিনিব নোৱৰা হ'ল। মোগল সৈন্যই সুধিলে, 'বৰবৰুৱা-ফুকন কেনি গ'ল ?' বৰবৰুৱাই দূৰলৈ দেখুৱাই ক'লে, 'সেই পিনে গ'ল।' মোগল সেনা সদলবলে সেই পোনে খেদি যাওঁতে বৰবৰুৱা পুনৰ নাৱত উঠি উজাই আহিল। লাকু বৰপাত্ৰক নাৱৰীযা পিঠা-খোৱা কৈৱৰ্তই পিঠিত বোকাছা বৈ পাৰলৈ তুলি আনিলে আৰু পাৰে পাৰে পলাই আহিল। নাও-নাওৰা, হিলৈ-বৰতোপ অনেক পৰিল। তেতিযাহে স্বৰ্গদেৱে চামধৰা আৰু কলিযাবৰত কোঁঠ মাৰি সণ্টম হৈ থাবি বলৈ আদেশ দিলে।

মির্জা জাহিনা উজাই আহি ভৰলী নৈৰ পাৰ পালেহি। ঢাকাৰ নবাবে ইটোৰ পিছত সিটো বাহিনী পঠিয়াই আছিল। মোগল সৈন্যৰ একোৰে অভাৱ নাছিল। বাৰেপইতা আৰু কাজলীত অসমৰ প্রচুৰ শক্তি অপচয় হৈছিল। গতিকে মোমাই তামুলী বৰবৰুৱাই ডাঙৰীয়া তিনিজনা আৰু ফুকন ৰাজখোৱা-সকলক চপাই ক'লে, 'আমাৰ গড় প্রাপ্তি তৈযাৰ হোৱা নাই। ৰণৰ আগতে যাতে গড়-খাৰৈ তৈযাৰ কৰি ৰণৰ আহিলা যুগুতাই লব পাৰো, তাৰ বাবে বঙ্গালৰ লগত কটকী চলাচল কৰি সময় কটাওঁ।' বৰবৰুৱাৰ প্রস্তাৱত আটাযে হযভৰ দিলে, বোলে, 'উত্তম যুকুতি।'

বৰফুকনৰ লগুৱা ববা মনাই, অভযপুৰীযাৰ সনাতন, তিপমীযাৰ শইকীয়া চলা এই তিনিক কটকী কৰি পঠালে। তিনিও কটকী গৈ গুৱাহাটীৰ থানাদাৰ নবাব নুৰুল্লাৰ ওচৰ পালেগৈ। নবাবে সুধিলে, 'তহঁতকনো ডাঙৰীযাসকলে কেলেই পঠাইছে?' অসমৰ কটকীযে বোলে, 'নবাবসকলনো কেলেই আহিছে? যুদ্ধৰ মনেৰে যদি আহিছে, তাকো আমাৰ আগত কওক। ৰজাই ৰজাইহে যুদ্ধ, আমাৰনো কি আছে? আমাৰ বৰবৰুৱাই কৈ পঠাইছে বোলে, নবাবসকলক যি লাগে, তাকে দিম। মাথোন আমাক দিনচেৰেক সময লাগে।' নবাবে বোলে, 'যদি হাতী, আগৰ কাঠ, জালুক আৰু সোণ দিযে, তেনেহলে আমি কেলেই ৰণ কৰো?' তিনিও কটকীযে একেমুখে ক'লে, 'ডাঙৰীযাসকলে স্বৰ্গদেৱক জনাই দিব। ইযাৰ কাৰণে ৰণ কৰিব নেলাগে।' কটকী উলটি গ'ল।

মোগলে হাতী, আগৰকাঠ, জালুক আৰু সোণ-চেকুৰাৰ আশাত বন্দী হৈ ৰ'ল। ইপিনে মোমাই তামুলীযে আগৰ চামধৰা গড় দেৱৰো দুৰ্গম কৰি শকতকৈ মাৰিলে। লুইতৰ দক্ষিণে পৰ্বতলৈকে গড আওতাই সাজু হৈ ৰ'ল। স্বৰ্গদেৱে ভালেমান সৈন্য পঠিযাই সৈন্যৰ সংখ্যাও বৃদ্ধি কৰিলে। মোগলে আক্রমণ কৰিলে বাৰুকৈযে এসেকা দিবলৈ অসমৰ সৈন্য সৎটম হৈ ৰ'ল।

এইবেলি সনাতন আৰু চলা এই দুইক পঠাই কোৱালে, 'আমি স্বৰ্গদেৱক জনালোঁ। স্বৰ্গদেৱে বোলে, বনৰ হাতী ছাৰি তাৰ লাদকো নিদিওঁ, আগৰ কাঠ ছাৰি বাঁহৰ জেঙনিও নিদিওঁ, মৰিচ-জালুক ছাৰি তাৰ ঠাৰিও নিদিওঁ, সোণ চাৰি লুইতৰ বালিও নিদিওঁ। লাগিলে যুদ্ধকে দিম।' কথা শুনি নবাবৰ খং উঠিল আৰু ক'লে, 'আৰে হাৰামজাদা, যুদ্ধৰ অভিপ্ৰায় আছিল যদি আগেযে কিয় নক'লি? কিয় মিছা কথা ক'লি?' দুই কটকীক তোমত ভৰাই পানীত পেলাবলৈ আদেশ দিলে। পানীত পেলাবলৈ নিযা মোগল সেনা দুটাক কটকীযে দুতোলা সোণ ভেটি দি ক'লে, 'পানীত পেলাবি কিন্তু তোমৰ বান্ধটো ঢিলাই দিবি আৰু যাতে আমাৰ চকীযালে জানে, তেনেকৈ কামটো কৰিবি।' সোণ পাই তোমৰ বান্ধ ঢিলাকৈ দি পানীত পেলাব খোজোঁতে, চিঞৰ মাৰি ক'লে, 'স্বৰ্গদেৱৰ শৰণ, আমাক বঙ্গালে পানীত পেলায, খেদি আহি ধৰি নে।' অসমৰ চকীযালে ততালিকে গৈ চলা আৰু সনাতনক তুলি আনিলে।

যেতিযা তিনি কটকী নবাবৰ ওচৰলৈ গৈছিল, তেতিযা উলটি আহিবৰ সময়ত নাওবৈছা এটা পলাই গ'ল। সি তাতে থাকি আহিল। সি পিছত নবাবক লগালে, বোলে, 'কটকীযে কোৱা কথা সকলো মিছা, চামধৰাত যুদ্ধৰ মনেৰে গড় মাৰিছে।' নবাবে বিশ্বাসঘাতক নাওবৈছাটোক ৰোজ-বাজ দি ৰাখি থলে। তাৰ মুখৰ কথাতে চলা আৰু সনাতনক পানীত পেলাবলৈ দিছিল।

দুই কটকী আহি বৰবৰুৱাক সবিশেষ জনোৱাত, তেওঁ ক'লে, 'তহঁত যেতিযা বাছি আহিলি, সকলো হ'ল। গড় বন্ধাও সম্পূৰ্ণ হ'ল।'

মোমাই তামুলী বৰ সেনাপতি হৈ ৰণৰ কৌশল ৰচনা কৰিলে। দক্ষিণে পাৰে নিজে থাকিল। লুইতত থাকিল পিকচাই চেতিযা বৰফুকন আৰু উত্তৰ পাৰে চামধৰা গড়ত তিনিজনা গোহাঁই। মোগলৰ মুখ্য সেনাপতি মিৰ্জা জাহিনা আৰু আলিযাৰ খাঁ। মোগলৰ এই বাহিনীৰ সপক্ষে কোচবিহাৰৰ ৰাজকোঁৱৰ প্ৰাণনাৰায়ণ,

বীৰ্ কাজি'ৰ পুতেক ৰামচন্দ্ৰ কাৰ্জি আৰু উত্তম আৰু বহুতো কোঁচ সৈন্য আহিছিল।

এই যুদ্ধৰ নাম চামধৰা গড়ৰ যুদ্ধ। অসমৰ বুৰঞ্জীৰ যুদ্ধসমূহৰ ভিতৰত এখন বিশেষ তাৎপৰ্য্যপূৰ্ণ যুদ্ধ। বাৰ-বছৰীয়া দীঘল যুদ্ধৰ শেষ মীমাংসাৰ বাট মুকলি কৰিছিল এইখন যুদ্ধই। উভয় পক্ষই অনতিদূৰত কোঁঠ মাৰি আলেখ-লেখ চাই আছিল। কিন্তু মোগল সৈন্যই পোনতে আক্ৰমণ কৰিলে বৰগোহাঁইৰ কোঁঠত। লুইতেদি নাৱেৰেও উজাই আহিল। চাৰিদণ্ড বেলি থাকিবৰে পৰা গধূলিলৈকে তঁযা-মযা যুদ্ধ হ'ল। মোগলৰ মৰা শৰে গড়ব খাৱৈ উপচি পৰিল। বেইবা শও অশ্বাৰোহী সৈন্য ঘোঁৰাই-মানুহে কটা গ'ল। দক্ষিণ পাৰে যুদ্ধ নহ'ল কিন্তু লুইতেদি মোগল সৈন্য উজাই আহি পিকচাই চেতিযাৰ সৈন্যবাহিনী আক্ৰমণ কৰিলে। সেই সময়ত পানীফুকন পানীত নাছিল। তাকে দেখি পিকচায়ে বোলে, 'ডাঙৰীযা, পানীফুকন নাই, আমি ৰণত হাৰিম।' বৰবৰুৱাই বোলে, 'পানী-ফুকনহে নাই। আমি কিয ৰণত হাৰিম?' পিকচায়ে বোলে, 'বঙ্গাল উঠিলগৈ।' মোমাই তামুলী ববুৱাই মোগল সৈন্যব ফালে খেদা মাৰি গ'ল। হেজাৰ-বিজাৰ ৰণুৱাই মোগলৰ সৈন্য কাটি নাও উটুৱাই দিলে। লুইতৰ পানী তেজেৰে ৰাঙলী হ'ল। তথাপি মোগল উজাই আহি দুইমুনিশিলা পালেহি। ইযাতে উৎসাহিত হৈ উত্তৰ পাৰে চাৰি দণ্ড সময়ৰ বাট জুৰি আক্ৰমণ কৰিলে। দিকৰাই নদীত অসংখ্য মৰা শ উটি গ'ল। গড়খাৱৈ মানুহ আৰু ঘোঁৰাৰে উপচি পৰিল। এফৈদৰ পিছত সিফৈদকৈ মোগল সৈন্য আগ বাঢি আহিল। মৰণত শৰণ দি ছৈয়দ কাণ্ড নামা এটা মোগল চিপাহী গড়ৰ ওপৰলৈ উঠিছিল। তাক ততালিকে মৃত্যুৰ দুৱাৰদলি পাৰ কৰি পঠিযালে। তিনি দিন ছেদ-ভেদ নোহোৱাকৈ যুদ্ধ হ'ল। তপত পানী ঢালি, জোৰ লগাই দাঢি পুৰি, হিলৈৰে কোবাই অনেক সৈন্যক নগুৰ-নাগতি কৰি মাৰিলে। জয়ৰ আশা নেদেখি মিৰ্জা জাহিনা, আলিযাৰ খাঁ, মহম্মদ জুম্মা, মাচুম খাঁ, ইচ্ছাপিঞ্জৰ খাঁ, প্ৰাণনাৰাযণ, ৰামচন্দ্ৰ

কাৰ্জি আৰু উত্তম প্ৰাণ লৈ পলাল। গুৱাহাটীত আলিযাৰ খাঁক থানাদাৰ পাতি মিৰ্জা জাহিনা ভটীযাই গ'ল। যাবৰ সময়ত কৈ গ'ল, 'অসমক একো প্ৰকাৰে নোৱাৰোঁ। আহিলা-পাতিও ঢুকাল। মই বাদছাহৰ ওচৰত সবিশেষ জনাওঁগৈ। তই যেনে-তেনে গুৱাহাটী ৰাখিবি।' অসমৰ চকী আকৌ কাজলীমুখলৈ আগবঢাই নিলে। বৰবৰুৱাই কলিযাবৰত সদৰ ঠাই কৰি ললে। দিনচেৰে-কলৈ ৰণৰ পৰিৱেশ নিজম পৰিল।

সেই সময়ত গুৱাহাটীত এজন চকীয়াল আছিল দৰিকিয়াল হাজৰিকা। বৰবৰুৱাই বৰফুকনৰ অজ্ঞাতে আগৰ কাঠ, হাতীদাঁত, জালুক আদিৰ বেপাৰ কৰোৱায হাজৰিকাৰ হতুৱাই। তাৰে যি লাভ পায এইফালে বৰবৰুৱাক দিযে, সেইফালে আলিযাৰ খাঁক দিযে। ইযাৰ যোগেদি আলিযাৰ খাঁৰ লোভ বঢ়ায। আলিযাৰ খাঁৰ লোভ দেখি এদিন চকীয়াল হাজৰিকাই ক'লে, 'তহঁতৰ লগত কিনা-বিকা কৰাৰ খবৰ পালে আমাক বৰফুকনে সুদাই নেৰিব, তহঁতকো আলিযাৰ খাঁই এশিকনি দিব। এতেকে মই বৰফুকনক জনাওঁ, তহঁতেও আলিযাৰ খাঁ নবাবক জনাবি।' মোগলৰ চকীয়ালে সেই কথা নবাবক ক'লে। নবাবে চেখ মেদা কটকীৰ হাতত ঘোঁৰা দুটা দি সম্প্ৰীতিৰ প্ৰস্তাৱ আগ বঢ়ালে। অসমৰ কটকী সনাতন আৰু কানু শৰ্মা দুযো আহ-যাহ কৰিলে। সাউদৰ টোলত পুনৰ হাট বহিল। ভেলাইক দুৱৰীযা পাতি দিলে। উত্তৰে বৰনদী আৰু দক্ষিণে অসুৰৰ আলি অসম আৰু মোগলৰ সীমা হ'ল। আলিযাৰ খাঁই মোমাই তামুলী বৰবৰুৱালৈ পত্ৰ-সন্দেশ পঠালে। লং ২ মোনা, চেনি ২ মোণ, ৰুপোৱালী পটুকা ৩ গছ, সোণোৱালী ৩ গছ, সুগন্ধিদ্ৰব্য ২ সেৰ, জাঁইফল ১ মোনা, ঘোঁৰা ২ টা উপহাৰ দিলে। ইযাৰ উত্তৰত বৰবৰুৱাই সনাতন আৰু কানুৰ হাতত সবিশেষ উত্তৰ দি বৰনদী আৰু অসুৰৰ আলিৰ সীমা মানি ললে। হাতী দাঁত ১৪ টা, গান্ধ ২৭ টা, কলীয়া চামৰ ২০ টা, জালুক ৬০ সেৰ, গঁড়ৰ খড়্গ ২ টা, সোণ-খটোৱা নালৰ কটাৰী ২ খন উপহাৰ দিলে। কটকী আহিছিল ছেখ মেদা আৰু আকাদহ। মোগলৰ দুই কটকীক ৰুপালী পাটৰ

জামা আৰু সোণৰ বনকৰা কাপোৰ, ৰূপ ৪০০ আৰু বহুতো উপহাৰ দিলে। এই কথা জানি আলিযাৰ খাঁ পৰম হৰিষ হ'ল।

এই সুযোগতে ছেখ মেদা কটকীক গড়গাঁৱলৈ পঠালে। অসমৰ ৰজা, মন্ত্ৰী কোন, ঐশ্বৰ্য্য-সম্পত্তি কিমান বুজি আহিবলৈ। গড়গাঁৱৰপৰা ঘূৰি গৈ ছেখ মেদাই আলিযাৰ খাঁক ক'লেগৈ, 'বুঢ়াৰজা প্ৰতাপসিংহ সাক্ষাৎ মহাদেৱ, মোমাই তামুলী সাক্ষাৎ নন্দী। এই দুই জীযাই থাকেমানে এই ৰাজ্যলৈ শত্ৰুৱে মুখ কৰিব নেপায।'

আলিযাৰ খাঁই ভেলাই দুৱৰীযাৰ হাতত তিতাকচিৰ গুটিৰ সমান এধাৰ মুক্তা দি পঠালে। ভেলাযে বোলে, 'কিয দিছা?' নবাবে ক'লে, 'এইধাৰ স্বৰ্গদেৱক দিবি। হাতী দিযে যদি, আনিবি।' ভেলাযে মুক্তা আনি স্বৰ্গদেৱক দেখুৱালে। স্বৰ্গদেৱে বোলে, 'কিয দিছে?' ভেলাযে ক'লে, 'ইযাৰ সলনি হাতী বিচাৰিছে।' ৰজাই সুধিলে, 'বৰবৰুৱাক দেখুৱাইছিলিনে?' ভেলাযে উত্তৰ দিলে, 'নাই দেখুৱা।' স্বৰ্গদেৱে আদেশ দিলে, 'এতিযাও নি বৰফুকনক দেগৈ। বৰফুকনে যি কয তাকে কৰিবি।' পিকচাই বৰফুকনে এই কথা আগতেই জানিছিল, তথাপি ভেলাযে মুক্তা ধাৰ নি বৰফুকনক দি সবিশেষ বুজাই ক'লে। বৰফুকনে বুৰুকক মতাই আনি ভেলাইৰ পিঠিত বাৰকুৰি বেতৰ কোব মাৰিলে। বিষৰ সেহনি শুনি চাবলৈ বেজ দিলে। পাঁচদিনৰ মূৰত ভেলাযে বিষ ভাল পালে। তাৰ পিছত ভেলাইক আদেশ দিলে, 'তই যা, ভালে ভালে মুক্তা ঘূৰাই দেগৈ। সোধে যদি ক'বি, ডাঙৰীযাৰ ল'ৰা-ছোৱালীৰ ভৰিত সোণে-মুকুতাই গুঁঠি যি মণি পিন্ধাইছে, তাতকৈ দেখাতো অনুজ্বল, আকাৰতো সৰু, সেই বাবে দেখুৱাবলৈ নহ'ল। স্বৰ্গদেৱৰ ৰাজ্যত বনৰীষা হাতী ধৰে। ভাল হাতী পালে আন দেশৰ পৰাও কিনি আনে। নাৱত হাতী তোলে। নাও যিমান বহে, তাতে চিন দি থয। তাৰ সমানে নাৱত ধন তুলিলে যিমান পৰিমাণ হয, সিমান ধন পালে বিক্ৰী কৰে। আলিযাৰ খাঁক বুজাই ক'বিগৈ।' ভেলাই আলিযাৰ

খাঁৰ ওচৰলৈ ঘূৰি গৈ সবিশেষ জনালেগৈ। কথা শুনি নবাবে বিমৰ্ষ মনেৰে ক'লে, 'সকলো কথা বুজিলোঁ।'

উত্তৰে বৰনদী আৰু দক্ষিণে অসুৰৰ আলি সীমা নিবন্ধ হ'ল। বছৰচেৰেক পশ্চিম সীমান্তত নীৰৱতা বিৰাজ। সাউদৰ টোলত পতা হাটত মোগল-আহোমৰ উপৰিও কছাৰী-জয়ন্তীয়া ভুটীয়া-ডফলা আৰু আন আন দাঁতিঅলীয়া মানুহেও বেহা-বেপাৰ কৰিবলৈ ধৰিলে।

অতদিনে মোগলৰ লগত যুদ্ধ হৈ থকাত কছাৰী সীমান্ত নীৰৱ হৈ আছিল। মোগলৰ লগত সন্ধি হোৱাত কছাৰীৰ চিন্তা হ'ল, জানোচা, আহোমে কছাৰী সীমান্তত অশান্তি সৃষ্টি কৰে। আহোমৰ তেনে ইচ্ছা নাছিল। দুইমুনিশিলাৰ যুদ্ধৰ পিছত প্ৰতাপসিংহ স্বৰ্গদেৱে কৈছিল, 'বঙ্গালেৰে বাৰ বছৰ যুঁজিলোঁ। ভঁৰালৰ সাঁচতীয়া আহিলা প্ৰায় শেষ হ'ল। এতেকে এনে সময়ত বঙ্গালেৰে মিলাপ্ৰীতি হৈ থকা ভাল। দুই-চাৰি বছৰ ৰণ নকৰাকৈ থাকিব পাৰিলে কিছুমান আহিলা গোটাই লব পাৰোঁ।' মোমাই তামুলী বৰবৰুৱা আৰু পিকচাই চেতিয়া বৰফুকন দুয়োৱে তাকেই কৰিছিল।

তেতিয়া কছাৰী ৰজা ইন্দ্ৰবলনাৰায়ণ। উজান দলৈ আৰু বৰবৰুৱাক জনালে। মোমাই তামুলী তেতিয়া দক্ষিণ পাৰে বৰফুকন। চিঠিত লিখিলে, 'মহাৰাজ প্ৰতাপসিংহই যেনেকৈ তোমাক গো-ব্ৰাহ্মণ ৰক্ষাৰ হেতু নবাব পাতি থৈছে, মযো সম্প্ৰীতি ৰক্ষাৰ অৰ্থে তোমাকে নবাব পাতিলোঁ।' চিঠি পঢ়ি মোমাই তামুলীযে উগ্ৰমূৰ্ত্তি ধৰি ক'লে, 'মই স্বৰ্গদেৱৰহে বন্দী। শত্ৰুক-কাটি-মাৰি সীমা ৰক্ষা কৰিবলৈ ইযাত থৈছে। নবাব পাতিলোঁ' বুলি যে কৈছে, মই কছাৰীৰ নবাবনেকি? মোগল শত্ৰুক কাটি-মাৰি থৈছিলোঁ। থল-পৰ্বত সমন্বিতে কছাৰী ৰাজ্যও দখল কৰি ল'বলৈহে বাট চাই আছোঁ। সম্প্ৰীতি স্থাপন কৰাৰ কথা ক'লি গুণে এৰি দিলোঁ। এতিযা যা, নিযম অনুসৰি পত্ৰ সন্দেশ লৈ আহগৈ। মই দুই-তিনি মাহ বাট চাম।' এই কটকীৰ আগতে

টংকুৰা—টংকুৰকৈ চিঠিখন ফালি পেলালে। আৰু কটকীকো খেদাই পঠালে।

কেইমাহমানৰ পিছত পুনৰ উজান দলৈ আৰু কাশীনাথ আহিল। এই বেলি বৰবৰুৱা, বৰফুকন একো সম্বন্ধ নধৰি নামজানী ৰজা বুলি সম্বোধন কৰিলে। 'ৰজা' বুলি লিখাটো অন্যায় হৈছে বুলি স্বৰ্গদেৱলৈ জনালে। স্বৰ্গদেৱে আকৌ ক'লে, 'মোৰ যে বৰবৰুৱাক ৰজা বুলি লিখিছে, মোৰহে যশস্যা বাঢ়িছে।' তেতিয়াৰেপৰা বৰফুকনৰ অন্য নাম হ'ল নামজানী ৰজা। ইয়াৰ পিছত শীতলিয়াল আৰু মাধ কন্দলি এই দুইক কটকী পঠালে। কছাৰী ৰজাই মিত্ৰতা স্থাপনৰ অৰ্থে কন্যা খুজি পঠালে। স্বৰ্গদেৱে বোলে, 'আগতো কন্যা দিছোঁ, এতিয়াও দিম কিন্তু ৰজাৰ পো-ভাই কোনোবা আহি কন্যা নিব লাগিব।' উজান দলৈ আৰু কাশীনাথ কছাৰী ৰাজ্যলৈ উলটি গ'ল।

আলিয়াৰ খাঁ আৰু মোমাই তামুলী বৰবৰুৱাৰ মাজত হোৱা নিবন্ধৰ পিছত ভালেমান কেইখন চিঠি-পত্ৰৰ আদান-প্ৰদান হৈছিল। আগৰ বছৰ জেঠ মাহত হোৱা নিবন্ধৰ পিছত পিছৰ বছৰ ফাগুনত আলিয়াৰ খাঁই লিখিলে, ' মই ধুবুৰী পালোঁহি। হাৰামজাদা মেচ পৰীক্ষিতনাৰায়ণৰ পুতেক চন্দ্ৰনাৰায়ণে নম্ৰভাবে বিশ্বাসী যেন দেখুৱাই আমাৰ লগত মিলিল। আমিও সহায় কৰিবলৈ হাজো পালোঁহি। বঁটা-বাহন দি বগৰীবাৰীৰ পৰা কৰৈবাৰীলৈ পঠাই দিলোঁ। সি নিমখহাৰামি কৰি হাৰামখোৰ হৈ তোমাৰ ৰাজ্যত সোমাই আছে। লেঙা আৰু পোলোঙা এই দুই বটকীক পঠালোঁ, সিহঁতৰ হাতত ধৰি দি পঠাবা।' এই বুলি তাও কাপোৰ ৭, বগা কাচ আঠসেৰ, ৰঙা ১০ সেৰ, সোণৰ পানীচৰোৱা চিচাৰ ধোঁৱাখোৱা ২টা সন্দেশ দিলে।

মোমাই তামুলী বৰবৰুৱাই আলিয়াৰ খাঁৰ চিঠিৰ উত্তৰ দি লিখিলে, 'চন্দ্ৰনাৰায়ণ লৰা-ছোৱালী লৈ আমাৰ শৰণাগত হৈছে। শৰণাগতক পৰিত্যাগ কৰাটো মহৎ লোকৰ কাম নহয়। তদুপৰি কানাই হাজৰিকা, তাৰ ভায়েক আৰু দুজন মানুহক শৰণীয়া পৰ্বতৰ কাষত নছৰত খাঁ চিপাহী আৰু পাঠান এটাই পাই ধৰি

নিলে। ঢাকা পোৱালেগৈ। তুমি দেখোন আজিও এৰি নিদিলা। বাদছাহৰ মানুহ, নাম লাল খাঁ। সি আমাৰ ইযাত ছাৰেণ্ডা বজাই ছিল। সিও তোমাক চাওঁ বুলি গ'ল, তাকো ঘুৰাই দিব লাগে। উভয ৰাজ্যৰ মাজত যাতে সম্প্ৰীতি স্থাপন হয, তেনে প্ৰত্যুত্তৰ লিখিবা বুলি আশা কৰিলোঁ। সাউদৰ টোলত হাট-বাট কৰাৰ যি কথা কৈছা, ভেলাই, শত্ৰুঘ্ন আৰু জযানন্দই জনাব।' এই বুলি লিখি কানু আৰু সনাতন কটকীক পঠালে। সন্দেশ দিলে হাঁতী দাঁত ৪ টা, কিমিঁজ ২, ঢৰা ৩ খন, পালেং ২ খন, ধুনাকাঠ ২ সেৰ, জালুক ৬০ সেৰ, কলীযা চামৰ ২, কস্তুৰি ১ টা, সোণালী নালৰ কটাৰী ২ খন, ৰূপালী ৪ খন, ম'হৰ শিঙৰ ১০ খন।

আলিযাৰ খাঁই কানু আৰু সনাতন কটকীক চাহ বুৰুজৰ ওচৰত শিবিৰ পাতি থৈছিল। খাবলৈ ৰোজ দিছিল চাউল ২০ মোণ, মচুৰ ৫ মোণ, মগু ২ মোণ, মাটিমাহ ৩ মোণ, ঘিউ ১০ সেৰ জালুক ২ চৰু, লোণ ২ মোণ, পাণ ২ মুঠা, টাটৰ গুৱা (চুফাৰী) ২ পাচি, আদা ৪ চৰু, মাছ ২০ ভাৰ, তেল ৪ কলহ, চেনি ৬ সেৰ, খাহী ২টা, গুৰ ৪ কলহ।

সনাতন কটকী বযসতো বুঢা, বুদ্ধিতো তীখৰ আছিল। চাৰি দিনৰ মূৰত দুযো কটকীক আলিযাৰ খাঁৰ টোললৈ নি সুধিলে, 'তোমাৰ ৰজাৰ ৰাজধানী গডগাঁৱলৈ কিমান দিনৰ বাট?' সনাতনে ক'লে, 'দুমাহৰ বাট।' সজাতি দুৱৰীযাৰ পুতেক জযানন্দ তাত আছিল। সি ক'লে, 'কটকীযে মিছাকৈ কৈছে। আচলতে আঠ দিনৰ বাট।' নবাবে সনাতনক ধৰিলে, বোলে, 'তোৰ বৰমুদৈ দুৱৰীযাৰ পুতেকে আঠদিনৰ বাট বুলি কৈছে, তই কিয দুমাহৰ বাট বুলি কৈছ?' উদযগিৰিৰ স্বৰ্গদেও, অস্তগিৰিৰ বাদছাহ। দুযোৰে উকীলে যি কয, তাকেহে বিশ্বাস কৰে। সত্য মানে। সি এটা বেপাৰী, বেপাৰীৰ মুখৰ কথা নবাবে বিশ্বাস কৰেনে কি?' আলিযাৰ খাঁই ক'লে, 'উকীলৰ কথাহে বিশ্বাসযোগ্য।' এই বুলি ছেখ মেদা কটকীক লগত দি কানু আৰু সনাতনক বিদায দিলে। সন্দেশ দিলে বানত ২, সোণালী পাগ-জামা ২, পটুকা ৪, জলকীযা ৩ সেৰ, জাঁইফল ৯

মোনা, বগা কাচ ২ সেৰ, বাণ্তা ২ মোণ, চেনি ২ মোণ, লোণ ২ মোণ।

মোমাই তামুলী বৰবৰুৱাই ছেখমেদা কটকীক কলিযাবৰতে ৰাখি সনাতন আৰু কানুক গডগাঁৱলৈ পঠাই দিলে। দুযো কটকীযে আলিযাৰ খাঁৰ লগত হোৱা কথা-বতৰা আৰু সম্প্ৰীতিৰ প্ৰচেষ্টাৰ কথা জনালে আৰু স্বৰ্গদেৱে সন্তোষ প্ৰকাশ কৰিলে আৰু ক'লে, 'বামুণীৰ পুতেকহঁত, তহঁতৰ কিবা কথা ক'বলৈ আছেনেকি?' সিহঁতে ক'লে, 'স্বৰ্গদেও, আছে। দুষাৰমান কথা আছে। স্বৰ্গদেৱে দায নধৰিলে জনাব খোজোঁ।' বজাই ক'লে, 'ক। দোষ নধৰোঁ।' সনাতনে ক'লে, 'স্বৰ্গদেও, অনেক যত্ন কৰি বনৰ হাতী ধৰে। স্বৰ্গদেৱৰ শালত থাকে নে হাবিলৈ যায। স্বৰ্গদেৱে বন্দী-বেটাক বিদেশলৈ পাছে। তাত মাৰিলে বা মৰিলে লৰা-লুৰি কেইটা স্বৰ্গদেৱৰ ৰাজ্যতে থাকিব নে বিদেশলৈ এৰি দিব। পিতৃ-মাতৃ সবলো একে, সকলোৰে অঙ্গও একে, একে কাপোৰে আৱৰি থাকে। তেহে সকলোৰে মৰ্য্যাদা থাকে। আমি বন্দীহঁতে কিছু নেজানো। যি কৈছোঁ অশুদ্ধ। স্বৰ্গদেৱে যদি বাচ-বিচাৰ কৰি ৰাখে তেহে ৰক্ষা পাওঁ।' এই বুলি ৰজাৰ চৰাৰপৰা ওলাই আহিল। দুই কটকী আহি বৰ-বৰুৱাকো ক'লেহি, 'ডাঙৰীযা, যাতে ব্ৰহ্মবধ পাপ নেলাগে, ব্ৰাহ্মণক ৰক্ষা কৰিব।' ইতিমধ্যে স্বৰ্গদেৱে বৰবৰুৱালৈ বাতৰি পঠালে বোলে, 'কটকীহঁতেনো কি ক'ব খুজিছে, সুধি-পুছি মোক জনাওক।' বৰবৰুৱাই যথাযথ বিচাৰ কৰি জযানন্দই কটকীৰ মুখত মুখ দিযা বাবে অপৰাধ ধৰি ক'লে 'তোক আজি কাটিলো-হেঁতেন। জেঠেৰীযে মাতি গৈছে, সেই গুণে এৰিলোঁ। তথাপি বৰবৰুৱাই বিচাৰ কৰি বিহিত ব্যৱস্থা লওক।'

লেতেৰা দা-ধৰাৰ পুতেক জগলু। তাকে পঠাইছিল স্বৰ্গদেৱে। মোমাই তামুলী বৰবৰুৱাই সনাতন কটকীৰ গোচৰ ফঁহিযাই বিচাৰ কৰি সকলো বুজিলে আৰু জযানন্দক মতাই আনি জগলুৰ হতুৱাই জযানন্দক দহোটা কিল মাৰিলে। বাপেক সজাতিক চকীয়াল ভাঙি গতিযাই খেদিলে। আগতে এবাৰ

সজাতিয়ে সনাতন কটকীক 'কুকুৰ পোৱালি' বুলি গালি পাৰিছিল। কটকীৰ সেই কথা মনতে আছিল। জয়ানন্দৰ কথাৰ সুযোগ লৈ আখেজৰ হোৰ তুলিলে।

আলিয়াৰ খাঁ আৰু মোমাই তামুলী বৰবৰুৱাৰ মাজত আৰু ভালেমান কেইখন চিঠি আদান প্ৰদান হৈছিল। পিছত মোগলৰ কটকী আহিছিল চৌৰপ খাঁ আৰু ৰঘুৰায় চৌধাৰী।

চকীয়াল ভেলাইৰ পুতেকে আলিয়াৰ খাঁ নবাবক এদিন ক'লে, 'স্বৰ্গদেৱক জনাই হাতী আনি দিব পাৰিম, যদি মুক্তা দিয়ে।' নবাবে দুধাৰ মুক্তা দিলে। প্ৰতি ধাৰত এশটাকৈ মুক্তা আছিল। ভেলাইৰ পুতেকে আশা কৰিছিল, মুক্তা পালে স্বৰ্গদেৱে সন্তোষ পাব, খাটনিয়াৰ হৈ দুৰৱীয়া বাব পাব। ভেলাইৰ পুতেকক বাব দিয়া দূৰৰ কথা, চাঙৰপৰা খেদি পঠিয়ালে।

স্বৰ্গদেও প্ৰতাপসিংহ গজপুৰৰ বাহৰত আছিল। লগত বৰবৰুৱাও আছিল। এদিনাখন দীঘলা বিলত মাছ মাৰিবলৈ যাওঁতে নাও দেখি মাতিবলৈ বৰবৰুৱাক আদেশ দিলে। স্বৰ্গদেৱে বোলে, 'সেইখন সনাতন কটকীৰ নাও যেন দেখিছোঁ। নাও ৰখাবলৈ ক।' বৰবৰুৱাই কাপোৰৰ বাউলি দি নাও ৰখালে। নাও আহি স্বৰ্গদেৱৰ নাৱৰ ওচৰ পালেহি। নাৱতে থাকি কটকীয়ে সবিশেষ জনালে। ৰজাই শুনি আনন্দিত হ'ল। কিন্তু নাৱৰ পিনে চাই দেখে তাত এটাও পুৰণি বৈছা নাই। আটাইবোৰ অচিনাকী অথচ নতুন। এই কথাত খং উঠি বৰবৰুৱাক আদেশ দিলে, আটাইবোৰকে পানীত পেলা। বৰবৰুৱাই থেৰোঁ-গেৰোঁকৈ পানীত পেলাবলৈ দিহা কৰোঁতে সনাতন কটকীয়ে গলবস্ত্ৰ হৈ প্ৰাৰ্থনা জনালে, 'স্বৰ্গদেও মোকহে কাটিব-মাৰিব লাগে। স্বৰ্গদেৱে মোক মহকিনা শযেকৰ মানুহ দিছিল। ইহঁত আন কোনো নহয় স্বৰ্গদেৱে দিয়া মানুহৰ ভাই-ভতিজাহে। লৰা-লুৰিৰ মুখ চাবলৈ, গাৰ কাপোৰ-কানিখন ধুবলৈ বুলি মই বন্দীয়ে সিহঁতক ঘৰলৈ পঠাইছোঁ। স্বৰ্গদেও, ইহঁতক কাটিলে-মাৰিলে কোনোবাই ৰাখিব জানো? কুৰি বছৰতহে একোটা মানুহ হয়। একোটা মানুহ, একোটা পৰ্বত। ডাঙৰ শত্ৰু ওচৰতে আছে। নেকাটি

নেমাৰি ৰাখিলে এচুকত মেলিবলৈ পাব। কাটিলে-মাৰিলে স্বৰ্গদেৱৰ গালৈহে হানি। স্বৰ্গদেৱৰহে বল টুটে।' সনাতন কটকীৰ অপূৰ্ব যুক্তি শুনি স্বৰ্গদেৱে ক'লে 'বামুণীৰ পুতেক, তইহে ভাল কলি। সঁচা, কাটিলে-মাৰিলে মোৰহে টুটে। কেতিয়াবা, ক'ৰবাত আপাহ (উপকাৰ) পাবলৈ আছে, গতিকে ইহঁতক ৰাখিলোঁ।' এইবুলি কটকীকো ৰজাৰ নাৱত তুলি ল'লে। এই সুযোগতে কটকীয়ে ৰজাক ক'লে, 'স্বৰ্গদেৱকনো কিহে নাটিলে? ভেলাইৰ পুতেকে যে হাতী দিম বুলি স্বৰ্গদেৱলৈ দুধাৰ মুক্তা আনিছে। তদুপৰি আমাৰ ভিতৰুৱা সম্ভেদ নৱাবক দিয়ে। স্বৰ্গদেৱকনো পৰমেশ্বৰে কি দিয়া নাই? তাতে সি সীমান্তত থকা বিদেশী মানুহ। তাত এনে কাম কৰিলে ভাল জানো?' সনাতন কটকীৰঁ কথা শুনি মনে মনে দা-ধৰা এটা কানু কটকীক গোপনে সোধালে। কানুৱেও একে ধৰণেই ক'লে। তেতিয়া ৰজাই বিদেশীক সততে বিশ্বাস কৰিব নোপোৱাৰ গোটাচেৰেক দৃষ্টান্ত বুৰঞ্জীৰপৰা উদ্ধৃত কৰিলে। তাৰ পিছত বৰবৰুৱাক গতাই দি ক'লে, 'জেঠেৰীয়ে ইয়াক এশিকনি দি পঠাওক।' বৰবৰুৱাই ভেলাইৰ পুতেকক আহোঁতে ৫ কিল যাওঁতে ৫ কিল এনেকৈ কিলাইছিল। পিছত সেই মুক্তা দুধাৰ দুই কটকীৰ হতুৱাই নবাবক ঘূৰাই দিবলৈ দিলে। সনাতন আৰু কানু দুই কটকীক ৰচিপ খাঁ আৰু ৰঘুৰায় চৌধাৰীক দি বিদায় দিলে।

এবাৰ সনাতন আৰু কানু শৰ্মা কটকীক আলিয়াৰ খাঁই ভিতৰ বিশ্বাসে ভিতৰলৈ মাতি নি ক'লে, তোমাৰ-আমাৰ সম্প্ৰীতি সূৰ্য সংকাশ। সকলোতে জনাজাত। ইয়াৰ দ্বৈত অৰ্থ নাই। কোঁচ ৰজা পৰীক্ষিতনাৰায়ণে নিজৰ চাৰি পুতেকক বাদছাহৰ ওচৰত বন্ধক থৈ আহি মৰিল। এই খনত লক্ষ্মীনাৰায়ণেও বাদছাহৰ কৰতলীয়া হৈহে ৰাজত্ব কৰে। গতিকে এইখন বাদছাহৰ হে ৰাজ্য, দৈৱৰ বলত হে তোমালোকে পাইছা।' কানু আৰু সনাতনে এই কথা শুনি নবাবক ক'লে, 'চাহাব, তুমি এনেকৈ কোৱা উচিত হোৱা নাই। যেতিয়া নৰনাৰায়ণ ৰজাই যুদ্ধত বলে নোৱাৰিলে তেতিয়া ১৪০০০ লোকে সৈতে দোবৰ কায়স্থই স্বৰ্গ-

দেৱৰ শৰণাগত হ'ল। সিহঁতক নেকাটি নেমাৰি দৰঙ্গত পাতি থলে। নকুল লস্কৰে ১২৫০ টা ঘোঁৰা দি স্বৰ্গদেৱক নমস্কাৰ কৰিলে। খোৰা ৰজালৈকো কন্যা দিলে। তেতিয়াও দৰঙী ৰজা স্বৰ্গদেৱৰ অনুৱৰ্ত্তী আছিল। এতিয়াও এই ৰাজ্য স্বৰ্গদেৱৰ খাণ্ডাৰ তল। সঁচা কথা, দৈৱহে ঘাই কাৰণ। দৈৱৰ নিবন্ধই নিবন্ধ। নিদাঘৰ সূৰ্য্য চোকা, প্ৰচণ্ড, শীতকালৰ সূৰ্য্য মৃদু। ইও দৈৱৰ দোষ।' দুই কটকীৰ এই তাৎপৰ্য্যপূৰ্ণ উত্তৰৰ কথা শুনি প্ৰতাপসিংহ স্বৰ্গদেৱে মন্তব্য কৰিছিল, 'তহঁতৰ উত্তৰ শুনি আনন্দ পাইছোঁ। কটকীৰ কথা কেইষাৰেই মূলধন। সেয়ে চাউল-কানি। সুৱগা নিজে গলি সোণক নিকা কৰে। তহঁতৰো-আমাৰো একে কথা। বিদেশত নিজৰ দেহা আগ কৰি যে এনেকৈ উত্তৰ দিছ তহঁততকৈ মোৰ কোন আছে? আলিযাৰ খাঁৰ আগত যি কথা ক'লি, সি মোৰ মনোমত হৈছে। আগলৈকো এনে কৰিবি।' এই বুলি ৰূপৰ ডাবেবে দুখন কটাৰী, কলীযা ফুলাম কাপোৰ, সোণৰ কঁৰিযা ২ যোৰ, ৰূপ ২০০ বঁটা দিলে।

প্ৰায ছবছৰ কাল আলিযাৰ খাঁ আৰু মোমাই তামুলী বৰবৰুৱাৰ মাজত চিঠি-পত্ৰৰ আদান-প্ৰদান হৈছিল। কানু আৰু সনাতন দুযো কটকীযে দক্ষতাৰে মধ্যস্হতা কৰি অসম-মোগলৰ সম্প্ৰীতি স্হাপন কৰিছিল। প্ৰতাপসিংহই সনাতন আৰু কানুক মৰমতে বামুণীৰ পো বুলি মাতিছিল।

প্ৰতাপসিংহ স্বৰ্গদেৱে কোঁৱৰালি কালৰেপৰা এটি শিৱলিঙ্গৰ পূজা কৰিছিল। ৰজা হোৱাৰ পিছত সেই শিৱলিঙ্গটি দিখৌৰ পাৰত ঘৰ সাজি স্হাপন কৰি ব্ৰাহ্মণক পূজা-সেৱা কৰিবলৈ দিলে। বিশ্বনাথ আৰু দেৱৰগাঁৱত দুটি শিৱদ'ল সজাই নট-নটী, পূজাৰী-পৰিচাৰক নিবন্ধ কৰি দিলে। মৰাঙিযাল খনিকৰে মাটিৰ প্ৰতিমা সাজিবলৈ শিকি অহাৰ পিছত নগৰত দেৱীঘৰ সাজি দুৰ্গাৰ দশভূজা মূৰ্ত্তিৰ পূজা পাতিবলৈ ধৰিলে। এই মূৰ্ত্তিৰ লগত লক্ষ্মী-সৰস্বতী আৰু কাৰ্ত্তিক-গণেশৰ মূৰ্ত্তি নাছিল। বামুণী কোঁৱৰৰ দিনত গজালি মেলা হিন্দুধৰ্মই যথাৰ্থতে প্ৰতাপসিংহৰ ৰাজত্ব কালতে বাৰুকৈয়ে শিপাই ললে।

আনপিনে ১৫৩৮ শকৰ মাঘৰ সংক্ৰান্তিৰ দিনা মেচাগড়ৰ পুখুৰী খানি ম'হ-গৰু কাটি স্বৰগদেৱলৈ উচৰ্গ দিলে। মাক ৰাজমাৱৰ মৃত্যু হওঁতে গাহৰি মাৰি, কুকুৰা কাটি সকাম কৰিছিল। মোহন-দেওধাযে দেও হেকাৰি মৃতকৰ আত্মা উপৰি পুৰুষৰ সঙ্গলৈ নিছিল। ৰজাৰ ঘৰত জ্ঞাতি-কুটুম্বক ভোজ-ভাত খুৱাইছিল। চোমদেও, খাওথাম, আই-মে-নাঙ্গ পূজা চলি আছিল।

প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনতে অসমৰ বৈষ্ণৱ ধৰ্মত চাৰিটা সংহতি প্ৰতিষ্ঠিত হয। যদিও শংকৰদেৱ কোঁচ ৰাজ্যত আশ্ৰয লৈ আছিল, তাত ধৰ্ম প্ৰচাৰত সফলতা লাভ কৰিব পৰা নাছিল। সাহিত্য সৃষ্টিৰ পৃষ্ঠপোষকতা পাইছিল। বিশ্বসিংহই অৰণ্যত এটা দশভূজা দুৰ্গাৰ শিলৰ মূৰ্ত্তি পাই তাৰ নিযমীযা পূজা কৰিছিল। কামাখ্যাৰ মন্দিৰ পুনৰ নিৰ্মাণ কৰাই দিছিল, গতিকে ৰজাঘৰৰ বৈষ্ণৱ ধৰ্মৰ প্ৰতি সিমান আসক্তি নাছিল। কিন্তু গড়-গাঁৱৰ উপকণ্ঠ নাজিৰাত জন্ম গ্ৰহণ কৰি ডাঙৰ-দীঘল হোৱা ভবানীপুৰীযা গোপাল আতাই আহোম ৰাজ্যত কালসংহতি প্ৰতিষ্ঠা কৰি ধৰ্মপ্ৰচাৰ কৰি ফুৰিছিল।

এওঁৰ ৰাজত্ব কালতে জয মুকুন্দ বা মুকুন্দ নামেৰে ব্ৰাহ্মণ এজনে দান-দক্ষিণা, শ্ৰাদ্ধ-বিধি, আঁউসী-একাদশী, হোম-যজ্ঞ, লগ্ন-উত্তৰী আদি অৰ্থহীন, হৰি নামেই সৰ্বস্ব বুলি মত প্ৰচাৰ কৰি ফুৰিছিল। বৈদিক কৰ্মকাণ্ড এৰি হৰিনাম গাই বিযা-বাৰু পাতি তেওঁ পুৰণি ৰক্ষণশীল ব্ৰাহ্মণ সমাজত চাঞ্চল্যৰ সৃষ্টি কৰিছিল। 'মুকুন্দ গোঁসাযে হৰিনাম গাই বিযা-বাৰু পাতি হোম-যজ্ঞ অৱহেলা কৰিছে' বুলি ব্ৰাহ্মণ সকলে ৰজাৰ আগত অভিযোগ উত্থাপন কৰিছিল। এই ক্ষেত্ৰত দুজন বিষযাও-জড়িত আছিল— শালিকী বৰা আৰু কেকাই নেওগ। সকলোটিযে মুকুন্দ গোসাঁইৰ বিৰুদ্ধে একো আষাৰ কোৱাত তেওঁক ধৰাই আনি ৰজাই মাহাত্ম্য দেখুৱাবলৈ আদেশ দিলে। নামসৰ্বস্ব মুকুন্দই কোনো মাহাত্ম্য প্ৰদৰ্শনৰ চেষ্টা নকৰিলে। ৰাজ্যৰ প্ৰজাক বিধি এৰি বিপথে পৰিচালিত কৰাৰ অপৰাধত প্ৰাণদণ্ড হ'ল। ৰক্ষণশীল ব্ৰাহ্মণৰ টুটকীয়া অভিযোগত নতুন চিন্তাৰ আলোড়ন তোলা

এজন ব্ৰাহ্মণৰ মৃত্যুদণ্ড হ'ল। ব্ৰাহ্মণেই ব্ৰহ্মবধ পাতকলৈ উচটনি দিলে।

দামোদৰ দেৱৰ আজ্ঞাপৰ বংশীগোপাল আৰু হৰিদেৱৰ আজ্ঞাপৰ যদুমণি দুয়ো একে সময়তে পাটবাউসীৰপৰা আহি প্ৰতাপসিংহৰ ৰাজ্যত শিষ্য-ভকত লৈ ধৰ্ম-প্ৰচাৰ কৰিবলৈ ধৰিছিল। বংশীগোপালদেৱক সত্ৰ পতাত সহায়তা কৰিছিল জনদিয়েক ৰাজ-বিষয়াই। আনপিনে গোপাল আতাই নিজে আৰু তেওঁৰ আজ্ঞা-পৰ ভকত সকলেও সত্ৰ পাতি ধৰ্ম প্ৰচাৰ কৰি ফুৰিছিল। গোপাল আতাই যদিও শঙ্কৰদেৱৰ বৈষ্ণৱ আদৰ্শৰে অনুগামী আছিল, বাস্তৱ ক্ষেত্ৰত এক মিশ্ৰিত ধৰ্মই নতুন ৰূপ লৈছিল। যাইকৈ আহোম, চুতীয়া, কছাৰী আদি জাতিৰ জীৱন-প্ৰবাহৰ লগত খাপ খোৱা ৰীতি-নীতি, আচাৰ ব্যৱহাৰ গ্ৰহণ কৰিছিল। মূলতঃ বৈষ্ণৱ আদৰ্শনিসৃত ভাবধাৰা হ'লেও চাৰি সংহতিত বিভক্ত হোৱাৰ ফলত পাৰস্পৰিক আভ্যন্তৰীণ অসূয়া-অপ্ৰীতি বৃদ্ধি পাইছিল আৰু নিজৰ শিছ-বিষয়াৰ মাধ্যমত টুটকীয়া কথাই স্বৰ্গ-দেৱৰ কাণ স্পৰ্শ কৰিছিল। শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰসহ দামোদৰপন্থী ব্ৰাহ্মণসকল মুকুন্দ গোসাঁইৰ বিৰুদ্ধে একেমুখে থিয় দিছিল। সেইদৰে গোপাল আতা পন্থী অনি-ৰুদ্ধদেৱ আদি ভক্ত সকলৰ বিৰুদ্ধেও গোচৰ উত্থাপিত হৈছিল, বোলে, শূদ্ৰই ধৰ্মপ্ৰচাৰ কৰি শিছ ভজোৱা কাৰ্য্য শাস্ত্ৰবিহিত নহয়। পৰিণতি স্বৰূপে কেইবাজনো ঠাকুৰীয়া মেধি-মহাজনক নামৰূপলৈ নি নিৰ্য্যাতন দি মাৰিলে। ৰাজ-ৰোষত পৰা মানুহক বংশীগোপালদেৱে আশ্ৰয় দি ৰখাৰ অপৰাধত তেওঁক ধাৰ নিবলৈ চেঙ্গধৰা পঠাইছিল। চেঙ্গধৰাই বংশীগোপালদেৱক পলাই যাবলৈ সুযোগ দি 'গোসাঁই পলাল' বুলি বাতৰি দিলেগৈ। সেই সময়তে সাদিন—সাতৰাতি ব্যাপি বৰ ভূঁইকঁপ গ'ল। মাটি ফাটি মাগুৰ-কাৱৈ মাছ ওলাল। ধুমুহা-বৰষুণ হ'ল। ইয়াতে ভয় পাই বংশী-গোপালক বিচাৰি আনি কুৰুৱাবাহীত সত্ৰ পাতি দিলে। এই কাৰ্য্যত সহায়তা কৰিছিল ৰৌমৰীয়া গণক গদাধৰ ভণ্ডাৰী বৰুৱাই। কুৰুৱাবাহীযেই সম্ভৱতঃ আড়ম্বৰপূৰ্ণ ভাৱে প্ৰতিষ্ঠিত

পোন প্ৰথম সত্ৰ। বংশীগোপালদেৱৰ আহি'যেৰে পিছতহে অনেকেই সত্ৰ পাতিবলৈ লয। যিবোৰ মহাপুৰুষ বৈষ্ণৱ সত্ৰত মূৰ্ত্তি, শালগ্ৰাম, গাযত্ৰী, শ্ৰাদ্ধ-পিণ্ডৰ ব্যৱস্থা আছে, তেওঁবিলাক বংশীগোপাল দেৱৰ আহি'ৰ অনুগামী, সংহতি যিযেই কি নহওক।

বংশীগোপালদেৱ উদাসীন গোসাঁই আছিল। তেওঁৰ স্বাস্থ্য পৰি অহা দেখি ৰামকন্দলি নামে ভক্ত এজনে হৰিচৰণ নামেৰে পুতেকক আনি গোঁসাইৰ তোলনীযা পো কৰি দিলে। ভাগৱত-আৰু ব্যাখ্যাত পাৰ্গত দেখি তেওঁক আটাযে ভাগবত মিশ্ৰ বুলিছিল। তেৱেঁই মিশ্ৰ বাপু বা মিছিৰ বাপু। কুৰুৱাবাহী সত্ৰৰ টোলৰ অধ্যাপক আছিল কন্দলি বাপু। কন্দলি বাপুৱে জীযেকৰ হতুৱাই মালা দিযাই মিশ্ৰ বাপুক বিযা কৰাবলৈ বাধ্য কৰিলে। পিছত ৰাম আৰু কৃষ্ণ নামৰ দুটি পুতেক আৰু সুভদ্ৰা নামৰ এটি জীযেক জন্ম হ'ল।

সত্ৰত সতাই নামেৰে এজন ব্ৰাহ্মণ ভকত আছিল। কিবা অভকতীযা আচৰণৰ অপৰাধত সতাইক সত্ৰৰপৰা বহিষ্কাৰ কৰিছিল। সতাযে সেই খঙতে ৰাজধানীলৈ গৈ গোচৰ দিলেগৈ, 'মিশ্ৰ গোসাঁযে ভকত চপাই ৰজা হ'বলৈ ওলাইছে। সোণৰ পিকদান, মগৰী দোলা, মৰা-পাখিৰ বিছনী লৈ ৰাজ-আড়ম্বৰেৰে চলে। তদুপৰি উদাসীন গোসাঁই হৈ বিযা কৰাইছে। ল'ৰা-ছোৱালীও হৈছে। সত্ৰ গুচিল, তেনেই ব্যভিচাৰ হ'ল।' স্বৰ্গ-দেৱে পৰীক্ষিত বৰুৱাক বিচাৰ কৰি, সঁচা পালে সত্ৰ ভাঙিবলৈ পঠালে। কিন্তু বৰুৱাই বস্তু-বাহানিবোৰ লৈ মিশ্ৰ গোসাঁই পলাল বুলি এৰি থৈ গ'ল। গোসাঁই গৈ দেৰগাঁৱৰ মঠা বামুণৰ ঘৰত আত্মগোপন কৰি আছিল। পিছে মঠা বামুণৰ আত্মীয এজনে ব্যক্তিগত আখেজত 'মঠা বামুণে মিশ্ৰ গোসাঁইক লুকুৱাই থৈছে' বুলি ৰজাৰ আগত গোচৰ দিলে। ৰজাই গোসাঁইক ধৰাই নি বন্দী কৰাই থলে। সেই সমযত ৰজা নগৰত নাছিল। ৰজাই বিচাৰ কৰাৰ আগতেই বন্দীশালতে নৰিযা পৰি মিশ্ৰ গোসাঁইৰ মৃত্যু হ'ল।

প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনতে প্ৰজাৰ আনুগত্য দ্বিধা-বিভক্ত হৈছিল। ঘাইকৈ ব্ৰাহ্মণ, দৈৱজ্ঞ, কলিতা, কায়স্থসকলৰ আনুগত্য গোসাঁই-ভকতৰ প্ৰতি বৃদ্ধি পালে। লাহে লাহে আহোম, কছাৰী, বৰাহী, চুতীয়া, কোচ আদিৰ মনতো নতুনকৈ ধৰ্মীয় আনুগত্যৰ গজালি মেলিবলৈ ধৰিলে। অনিৰুদ্ধদেৱে এইজনা ৰজাৰ দিনতে সুপ্ৰতিষ্ঠিত হৈ মোৱামৰীয়া সম্প্ৰদায়ৰ জন্ম দিছিল। আদৰ্শ হ'ল গুৰু-সৰ্বস্ব।

মৰাণ-বৰাহী, নগা-মিৰি, চুতীয়া-কছাৰী আদিৰপৰা তুলি লোৱা কোনো কোনো লোকক গুৰুত্বপূৰ্ণ বিষয়-বাব দিয়াৰ দৰেই স্বৰ্গদেৱে ব্ৰাহ্মণ-গণক, কলিতা-কায়স্থ মানুহকো গুৰুত্ব-পূৰ্ণ পদত নিযুক্তি দিছিল। এনে নিযুক্তিৰ পৰিণতি আছিল সুদূৰপ্ৰসাৰী। তেনে এটি নিযুক্তি হ'ল নৃসিংহ দলৈ, বেজদলৈ ভূঞাসকলৰ মন্ত্ৰী হৈ থকা অমৰসিংহ ভাটীৰ পৰা অহা কায়স্থ আছিল। তেওঁক দাঁৰিকা নৈৰ কাষত কাথপাৰত বহুৱাইছিল। তেওঁৰে বংশধৰ নৃসিংহ দলৈ। প্ৰতাপসিংহ স্বৰ্গদেৱৰ তামুলী দলৈৰ বাব পাইছিল। বেজদলৈ নামেৰেই অধিক জনপ্ৰিয় আছিল। মোৱামৰীয়া মহন্ত নিত্যানন্দৰ এটি অপৰূপা সুন্দৰী কন্যা আছিল। বেজদলৈয়ে কন্যাটি বিয়া কৰাবলৈ যথা নিয়মে খোজা-বঢ়া কৰিছিল। মহন্তই ৰজাৰ তলতীয়া বিষয়ালৈ ছোৱালী নিদিওঁ বুলি জনালে। তামুলী দলৈৰ বাব পোৱা নৃসিংহই 'শুকানমাছ-খোৱা'ৰ ছোৱালী বিয়া নকৰাওঁ যা' বুলি কৈ প্ৰতিশোধ লবলৈ বাট চাই থাকিল।

চামধৰা আৰু দুই মুনি শিলাৰ যুদ্ধত মোগল বাহিনীক বিধ্বস্ত কৰি পঠোৱাৰ পিছত এদিন মোমাই তামুলী বৰবৰুৱাই কটকীক ক'লে, 'তই যা, স্বগদেৱক ক'বি। চামধৰা-কলিয়াবৰত গড় আছিল গুণে তাৰ উপকাৰ পোৱা গ'ল। শিমলাগড়ৰ দিজোৰপৰা উদমাৰীলৈ এই চাৰি হেজাৰ বেওঁ মাটিত গড় নাই। এইডোখৰতো গড বান্ধিব লাগে। কিন্তু চাবি, স্বৰ্গদেৱৰ কাষত যদি বেজদলৈ থাকে, আন কথা ক'বি, গড়-বন্ধাৰ কথা নক'বি।' সেই সময়ত বেজদলৈয়ে স্বৰ্গদেৱৰ হাঁচতি ধৰি আছিল। গতিকে

কটকীয়ে ৰজাক সকলো কথা জনালে কিন্তু গড়-বন্ধাৰ কথা নজনালে। তথাপি কটকী আঁতিৰ নোযোৱা দেখি স্বৰ্গদেৱে পুনৰ ক'লে, 'বামুণীৰ পুতেক, জেঠেৰীয়ে আৰু কি কৈ পঠাইছে, নকৱ কিয় ? কটকীয়ে বোলে, 'অলপ বিশ্বাসেহে ক'ব পাৰোঁ ৰজাই বোলে, 'বাৰু ক।' কটকীয়ে দিজোৰপৰা উদমাৰীলৈ গড-বন্ধাৰ কথা উনুকিয়াবলৈহে পালে, বেজদলৈয়ে বোলে, 'অৰণ্যইদি বঙ্গালক কোনে লৈ আহিব। অকাৰ্য্যত কিয় মানুহক দুখ দিব লাগে ?' বেজদলৈৰ কথা শুনি ৰজাই ক'লে, 'ই ভালেহে কৈছে। ক'বি, গড় বান্ধিব নেলাগে।' কটকীয়ে গৈ সবিশেষ জনালত মোমাই তামুলী বৰবৰুৱাই অসন্তোষ কৰি ক'লে, 'পিছলৈ এইপোনেই বঙ্গাল আহি আমাৰ দেশ মাৰিব।'

দিচৈ ( নগা পৰ্বত ) বংদৈ-কলিয়নী পথাৰলৈ দুফালে দুটা গড় মৰাই হাতীগড় নাম দিলে। পৰ্বতবপৰা হাতী খেদি আনি গড়ত সুমুৱাই দিয়ে। গড়ৰ মাজে মাজে গৈ হাতী ৰংদৈ পথাৰ পাযগৈ। এইদৰে হাতী ধৰি এহেজাৰ পূৰা কৰিব পাৰিলেই ৰজাই জামিৰগুৰি বাহৰৰ নাম থব হস্তিনাপুৰ আৰু নিজে গজপতি উপাধি গ্ৰহণ কৰিব। হাতী ধৰি আনে কিন্তু এহেজাৰ পূৰা নহয। দহ-বিশটা তাকৰ হৈ থাকে। মৰি-হাজি তাকৰ হয। এইদৰে কেইবাবাৰো যত্ন কৰিও এহেজাৰ হাতী পূৰা কৰিব নোৱাৰি হস্তিনাপুৰ পতাৰ আশা এৰি গজপুৰ নাম দিয়ে গজপুৰ নগৰ পাতি ভিতৰত পুখুৰী খান্দি ৰূপহী পুখুৰী নামকৰণ কৰে। গজপুৰৰপৰা গডগাঁৱলৈ আলি বান্ধি নাম দিয়ে গজপুৰীযা আলি। গোটেই ৰাজ্যতে ১২ খন নগৰ পাতিলে। দৰিকা, মথুৰাপুৰ, চৰাইদেও, তাওকাক, গড়গাওঁ, গজপুৰ, অভযপুৰ, মেকুৰীখোৱা, চিনাতলী, শাকবাৰী, নামডাং, মেৰাগড এই বাৰখন।

প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনতে দিখৌৰ সুঁতি পোনাই এৰা-সুঁতিত তিনিখন নাওশাল পাতিলে। গডগাঁৱৰ সমুখত লাই নাওশাল, হাবিপৰা আলিৰ মূৰত চুণপোৰাত শাকবাৰী নাওশাল আৰু বাঁহগডৰ নামনিত সিংহদুৱাৰৰ কাষত বৰ

নাওশাল। এইবোৰ নাওশালত বৰনাও, পাণ্ডৈনাও, চ'ৰানাও, মাৰনাও, হোলাংনাও, ধাপৰ দিয়া নাও, চুচি নাও, মগৰী নাও, কোঢ়া নাও, হিলাই নাও ভাগে ভাগে সজাই থৈছিল। নাওশলীয়া ফুকন আৰু নাওশলীয়া বৰুৱা নাওশালৰ দায়িত্বত আছিল। নৌ বাহিনীৰ অধিনায়ক আছিল পানীফুকন।

প্ৰতাপসিংহৰ চৰিত্ৰৰ মূল লক্ষণ হ'ল দৃঢ়তা। যুদ্ধত অক্ষমতা প্ৰদৰ্শন কৰা নেওগ-সেনাপতি, পিছ-মুখ পিছ ভৰি কৰা সৈন্য সকলোৰে মুখলৈ নেচাই দৃঢ়তাৰে শাস্তি বিহিছিল। তেওঁ যুদ্ধৰ অনতিদূৰত শিবিৰ পাতি যুদ্ধৰ সবিশেষ বাতৰি লৈ ৰণ-কৌশল নিৰ্মাণ কৰিছিল। ডাঁৰৰ বাতৰি ডাঁৰে ডাঁৰে পাই থকাৰ দিহা কৰিছিল। সেই বাবে যুদ্ধ-কৌশলৰ দিশৰ পৰা বিশেষত্ব-পূৰ্ণ ঠাইবোৰত গড় নিৰ্মাণ কৰিছিল। বাঁহ গড, মেৰা গড, চেৰাতল গড়, লাদৈ গড, ৰাজগড়, কোটোহা গড়, নুমলী গড়, ৰাঙলী গড়, চামধৰা গড়, ডফলা গড, চৈযাঙৰ গড, নগা গড, মহঙৰ গড়, কটাৰীথামৰ গড, হাতী গড়, লখৌ গড আদি গড বন্ধাইছিল।

আহোম ৰাজকোঁৱৰসকলক বুৰঞ্জীৰ মাধ্যমত শিক্ষিত কৰি তোলা হৈছিল। বুৰঞ্জীৰ হৈ যোৱা ঘটনাৰপৰা শিক্ষা লৈ ভৱিষ্যতৰ নীতি নিৰ্দ্ধাৰণ কৰিবলৈ শিক্ষা দিয়া হৈছিল। স্বৰ্গদেও প্ৰতাপসিংহৰ বুৰঞ্জী-জ্ঞান আছিল গভীৰ আৰু ব্যাপক। তেওঁৰ পূলিন-পুথাওসকলে কেতিয়া কি কৰিছিল আৰু তাকে কৰোঁতে ক'ত, কি ঘটনা ঘটিছিল এইবোৰ সততে উল্লেখ কৰিছিল। ভেলাই দুৱৰীয়া আৰু তাৰ পুতেক দুযো প্ৰকৃততে বিদেশী মানুহ। চকীয়ালৰ কাম কৰি ৰজাৰ বিশ্বস্ত হৈ দুৱৰীয়া বাব পাইছিল। ভেলাইৰ পুতেকে আলিযাৰ খাঁৰ পৰা দুধাৰ মুক্তা আনি তাকে স্বৰ্গদেৱক দিয়াৰ চলেৰে গড়গাঁও পাইছিলগৈ। তদুপৰি ভেলাইৰ পুতেকে আলিযাৰ খাঁক ভিতৰুৱা সম্ভেদ দিযে। এই-বোৰ কথা সনাতন কটকীয়ে স্বৰ্গদেৱক নিবেদন কৰিলে। তেতিয়া গড়গঞা ৰজাই চাওচিং কুঁৱৰীক বিয়া কৰোৱাৰ পিছত গণকৰ ভেশছন ধৰি নৰাৰাজ্যৰ চোৰাংচোৱা আহি নামৰূপৰ সকলো

সম্ভেদ নি আহোম ৰাজ্য আক্ৰমণ কৰি চাওআইখেক গোহাঁইক নৰাৰজাই কেনেকৈ মাৰিলে বুৰঞ্জীৰ কাহিনীটো কৈছিল। আকৌ এবাৰ মোগলে কোঁচ ৰাজ্য দাবী কৰাৰ সময়ত প্ৰতাপসিংহ স্বৰ্গদেৱে কছাৰী ৰাজ্য দখল কৰোঁতে হোৱা ঘটনা আৰু তাৰ পূৰ্বকথা, গড়মা কুঁৱৰীৰ কথা, কছাৰী ৰজাক পুনৰ সংস্থাপন, চুতীয়া ৰাজ্য দখল, গৌড়-তুৰ্কৰ লগত যুদ্ধ, ভূঞা-দমন, তুৰ্কক পৰাস্ত কৰি কৰতোয়ালৈকে ৰাজ্য অধিকাৰ কৰা, গৌড় ৰজাই উপহাৰ দিয়া পাঁচ ৰাজ্য বিশ্বসিংহক উপহাৰ দি স্থাপন কৰা, দিহিঙীয়া ৰজাই সাত ৰাজ মাৰি একৰাজ কৰাৰ ইতিবৃত্ত সলসলীয়াকৈ দুই কটকীক কৈছিল।

এজনা স্বৰ্গদেও আছিল সকলোতে তেওঁৰ দৃঢ়তা। ৰাজকাৰ্য্যত এধানমান অৱহেলাও সহ্য কৰিব নোৱাৰিছিল। অনেক বিষয়াই প্ৰাণ দিব লাগিছিল কিন্তু সাধাৰণ প্ৰজাই এইজনা স্বৰ্গদেৱক অসীম ভাল পাইছিল। তেওঁ প্ৰজাক দিছিল নিৰাপত্তা আৰু সমভাৱে সমান সমান এচমকা মাটি। ঘ'ৰ পৰা নিশ্চিন্তে এমুঠি ভাত পাইছিল। শান্তি আৰু সমৃদ্ধিৰ মুখ দেখিছিল প্ৰজাই।

প্ৰতাপসিংহৰ বয়সে নৱৈ বছৰৰ ডেউনা গৰকি এশৰ ফাললৈ আগ বাঢ়িছিল। তথাপি ৰজাৰ আছিল এটা তৰুণ মন, আশাৰ সজীৱতা আৰু দৃঢ়তা। সকলো সময়তে ৰাজ্যৰ ছবিখন আছিল নখ-দৰ্পণত। প্ৰজাৰ নিৰাপত্তা আৰু ৰাজ্যৰ সমৃদ্ধি আছিল স্বৰ্গদেৱৰ লক্ষ্য।

কাৰো দিন সমানে নেযায়। ৰাজ্যত কিছুমান অমঙ্গলৰ চিন ফুটি ওলাল। পৰ্বতত গড় মাৰিছিল। গড খাহি খাহি যায়, মাটি নৰয়। এজনী তিৰোতাৰ গৰ্ভত এটা গাহৰি পোৱালিৰ আকাৰৰ সন্তান জন্মিল। ফুলবাৰীত আকৌ এটা তিনিচকুৱা সন্তান জন্মিল। উখুৱা ধান গজিল। দেশ ব্যাপি কপৌতীয়া শেন উৰিবলৈ ধৰিলে। উৰি উৰি উজাই গ'ল। আকাশৰপৰা অপেচৰী-সুতা সোপা-সোপে পৰিবলৈ ধৰিলে। গাঁৱে গাঁৱে মোকাল বাঁহ, ভলুকা বাঁহ ফুলিল। ৰাজ্যৰ এনে অমঙ্গল দেখি

স্বৰ্গদেৱে দেৱৰগাঁৱৰ শিৱদ'ললৈ মানুহ পঠিয়াই সোধালে। পূজাৰীয়ে মন্দিৰৰ ফুলনিত তিনিপহীয়া নাহৰ ফুল এপাহ পাই স্বৰ্গদেৱলৈ দি পঠালে। তাকে দেখি ৰজাই বোলে, 'মোৰ দিন হ'ল। মই আৰু তিনি পষহে বাচিম। সকলো প্ৰজা আহি দিখৌৰ দুয়োপাৰে গোট খাওক। প্ৰজাক মই চাই লওঁ, প্ৰজায়ো মোক চাওক।' ৰাজ্যৰ প্ৰজা আহি দিখৌৰ দুয়োপাৰে থূপ খালেহি।

গড়গাঁৱৰ কাৰেঙৰপৰা হাতীত উঠি স্বৰ্গদেৱ দিখৌৰ বৰঘাটলৈ আহিল। বৰঘাটত হাতীৰপৰা নামি নাৱত উঠিল। নাৱত উঠি গা-দেখা দি প্ৰজাক ক'লে, 'ৰাইজ, মোৰ কাল হ'ল। মোক চাই ল। ময়ো চাওঁ।' স্বৰ্গদেৱৰ দুটোপাল চকুলো টপ্‌টপ্‌কৈ সৰি পৰিল। পাৰলৈ আহি ব্ৰাহ্মণ-দৈৱজ্ঞ, বুঢ়া আৰু লৰা-ছোৱালীক হাত-মুকলিকৈ দান কৰিলে। যিজনা স্বৰ্গদেৱে একুৰি ওঠৰ বছৰ কাল দেশ শাসন কৰি প্ৰজাক নিৰাপত্তা আৰু সমৃদ্ধিৰে সন্তোষ দিছিল, সেইজন ৰজাই নিজ মুখে প্ৰজাক মৃত্যুৰ আগলি বাতৰি দিয়াত প্ৰজাৰো মোহ জন্মিল। তেওঁবিলাকে কাকুতি-কাপুণ্য কৰি ক'লে, 'স্বৰ্গদেও কুশলে থাকক। শদিয়াৰ কেচাই-খাতী আইলৈ আমি এশ নৰবলি দিমহঁক। স্বৰ্গদেৱৰ সলনি আমাকে লওক।' এই বুলি হৰিধ্বনি কৰি আশীৰ্বাদ দিবলৈ ধৰিলে। অনেক প্ৰজাই চকুপানী টুকিলে। এই সকলো দেখি স্বৰ্গদেৱে ক'লে, 'মোৰ আয়স টুটিল। তহঁতি কেনেকৈ ৰাখিবি। কালে সকলোকে সমানে গিলে।' এইদৰে প্ৰজাক প্ৰবোধ দি আহি নগৰ সোমাল।

এদিন ৰাতিপুৱা স্বৰ্গদেও হঠাতে অসুস্থ হ'ল। দহদিন দহ ৰাতি নৰিয়া পৰি আছিল। সেই কেইদিন বৰবৰুৱাকে মুখ্য কৰি ডাঙৰীয়া তিনিজনা আৰু ফুকন-ৰাজখোৱা সকলোৱে পৰ দি আছিল।

প্ৰতাপসিংহ স্বৰ্গদেৱৰ কেইবা গৰাকীও কুঁৱৰী আছিল কিন্তু ৰজা হ'ব পৰা পাঁচজন কোঁৱৰ আছিল। তাৰে দুজনৰ ইতিমধ্যে মৃত্যু হৈছিল। বাকী তিনজনৰ জ্যেষ্ঠ হ'ল চুৰমফা, ভায়েক চুত্যিংফা আৰু সৰুজনৰ নাম চাই সৰুকোঁৱৰ। তিনিও কোঁৱৰে

বাকীসকলৰ লগতে পৰ দি আছিল। আহোম পৰম্পৰা মতে মৃত্যুমুখী ৰজাই যাৰ নাম কৈ যায়, তেওঁকে ডাঙৰীয়াসকলে ৰজা পাতে। শেষ মুহূৰ্ত্তলৈকে কোঁৱৰ তিনিজন ডাঙৰীয়াসকলে বাট চাই আছিল, জানোচা স্বৰ্গদেৱে কাৰোবাৰ নাম কয়। সম্ভৱতঃ প্ৰতাপসিংহই পুতেক তিনিজনৰ গাত উপযুক্ত ৰাজলক্ষণ দেখা নাছিল, সেয়েহে মৃত্যুপৰ্য্যন্ত কাৰো নাম কোৱা নাছিল। দহ দিনৰ মূৰত স্বৰ্গদেৱৰ কণ্ঠ ৰোধ হ'ল। কণ্ঠ ৰোধ হোৱা দেখি সৰুকোঁৱৰে দা-যাঠি, হিলৈ-বাৰুদ লৈ চুৰমফা-চুত্যিংফাক ধৰিবলৈ উদ্যত হ'ল। এই কথা জানি চুৰমফাই ভায়েক চুত্যিংফাক ক'লে, 'মোৰ লৰা-ছোৱালী নাই। অকলশৰীয়া। আগলৈ-পাছলৈকো আশা নাই। মই ৰজা হ'বলৈ ভাল নহয়। তুমি ৰজা হোৱাই ভাল। তথাপি যদি এতিয়াই ৰজা হ'ব নোখোজা, মই ৰজা নামটি লৈ থাকিম। ৰাজপাট আচলতে তোমাৰহে।' চুৰমফা কোঁৱৰৰ এই কথা শুনি চুত্যিংফাই ডাঙৰীয়া তিনিজনাৰ লগত আলচি গড়ৰ দুৱাৰ মাৰি ভিতৰতে থাকিল। সৰুজনা কোঁৱৰৰ মানুহৰ হাতৰ-পৰা অস্ত্ৰ শস্ত্ৰ কাঢ়ি ললে। সৰুজনা কোঁৱৰৰ হাতৰো অস্ত্ৰ কাঢ়ি লৈ নিৰস্ত্ৰ কৰিলে। খন্তেক পিছতে স্বৰ্গদেও প্ৰতাপসিংহৰ মৃত্যু হ'ল।

চুকাফাই পাতি থৈ যোৱা আহোম ৰাজ্যৰ ভেটিটো বহলাই লোৱাই নহয়, প্ৰতাপসিংহই এই দেশখনৰ শাসন-ব্যৱস্থা নিযাবি কৰি তুলিছিল। হাবি কাটি পথাৰ উলিয়াই মানুহ পাতি অৰণ্যক নগৰলৈ ৰূপান্তৰিত কৰিছিল। নিতান্ত দৃঢ়তা আৰু কৌশলেৰে মোগলৰ সৰ্বগ্ৰাসী আক্ৰমণৰ পৰা দেশক ৰক্ষা কৰিছিল। পৰ্বতীয়া—ভৈয়মীয়া, জাতি-জনজাতি সকলোকে লুইতৰ পাৰলৈ আনি সম্প্ৰীতিৰ এনাজৰীৰে বান্ধি এটা জাতিৰ আদৰ্শত উদ্বুদ্ধ কৰি তুলিছিল। সৰু সৰু ৰাজ্যৰ সীমাবোৰ একেখন ডাঙৰ ৰাজ্যৰ ধাৰণাত মিলি গৈছিল আৰু সেইখন ৰাজ্যৰ অস্তিত্ব, মৰ্য্যাদা আৰু গৌৰৱ ৰক্ষা কৰিবলৈ জীৱন পণ কৰি যুদ্ধ দিছিল আৰু শত্ৰুৰ মৰাশৰে গড়খাৱৈ উপচাই ভৰলী, দিকৰাই, কলং, কপিলী আৰু লুইতৰ পানী তেজেৰে ৰাঙলী কৰিছিল।

শক্তি-সাহস, বল-বিক্ৰম, ৰাজনৈতিক জ্ঞান, প্ৰশাসনীয় দক্ষতা আৰু সাংগঠনিক সামৰ্থ্যত প্ৰতাপসিংহ স্বৰ্গদেও অদ্বিতীয় অপ্ৰতিদ্বন্দ্বী। ছশ বছৰৰ ৰাজত্ব-কালৰ দুকুৰিজনা স্বৰ্গদেৱৰ ভিতৰত প্ৰতাপসিংহ স্বৰ্গদেও শ্ৰেষ্ঠ বুলি দ্বিধাহীন ভাৱে ক'ব পাৰি। এইজনা স্বৰ্গদেৱে কেৱল আহোম ৰাজ্যৰ বিস্তৃতিৰ কথাই চিন্তা কৰা নাছিল, এটা জাতি আৰু এখন দেশৰ ধাৰণাৰ ভেটি-প্ৰতিষ্ঠা কৰিছিল। এইবোৰ কাম কৰোঁতে অৱশ্যে সোঁহাত স্বৰূপে সহায় কৰিছিল মোমাই তামুলী বৰবৰুৱাই।

---

# পৰিশিষ্ট (ক)

## সহায় লোৱা পুথিসমূহ

### অপ্ৰকাশিত বুৰঞ্জী

১। কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জী পুথি ( উনবিংশ শতিকা )
২। গমধৰ কোঁৱৰ বুৰঞ্জী ( উনবিংশ শতিকা )
৩। জাজীৰপৰা পোৱা বুৰঞ্জী ( সপ্তদশ শতিকা )
৪। তুংখুঙীয়া স্বৰ্গদেৱৰ বংশাৱলী ( অষ্টাদশ শতিকা )
৫। নাওবৈচা ফুকনৰ বুৰঞ্জী ( উনবিংশ শতিকা )
৬। বৰপেটাৰপৰা পোৱা বুৰঞ্জী ( অষ্টাদশ শতিকা )
৭। বুৰঞ্জী-বিবেক-ৰত্ন ( উনবিংশ শতিকা )
৮। যোৰহাটৰপৰা পোৱা বুৰঞ্জী ( উনবিংশ শতিকা )
৯। ৰংপুৰ নগৰৰ বুৰঞ্জী ( উনবিংশ শতিকা )
১০। লেখকৰদ্বাৰা সংগৃহীত কিছুমান পুৰণি বুৰঞ্জীৰ টোকা
১১। সাঁচিপতীয়া চকৰিফেটী বুৰঞ্জী ( অষ্টাদশ শতিকা )
১২। লক্ষ্মীসিংহৰ ৰাজত্বকালৰ বৰপাহী বুৰঞ্জী

### প্ৰকাশিত বুৰঞ্জী

১। কাশীনাথ তামুলী ফুকনৰ, আসাম বুৰঞ্জী, ১৮৪৫
২। চিদানন্দদেৱৰ, শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ চৰিত্ৰ, ১৮৫৩ শক
৩। তোলনচন্দ্ৰ গহৈকীয়াৰ, অসমৰ খণ্ড বুৰঞ্জী, ১৯৭১
৪। ভুবনচন্দ্ৰ সন্দিকৈৰ চাং-ৰুং ফুকনৰ বুৰঞ্জী, ১৯৬১
৫। লীলা গগৈৰ, শৰাইঘাটৰ যুদ্ধৰ কথা, ১৯৭৭; হেৰোৱা দিনৰ কথা, ১৯৫৭
৬। সূৰ্য্যকুমাৰ ভূঞাৰ, অসম বুৰঞ্জী, ১৯৪৫, কছাৰী বুৰঞ্জী, ১৯৫১; জয়ন্তীয়া বুৰঞ্জী, ১৯৩৭, তুংখুঙীয়া বুৰঞ্জী, ১৯৩২; সাতসৰী অসম বুৰঞ্জী, ১৯৬০, অসমৰ পদ্য বুৰঞ্জী, ১৯৩২
৭। হৰকান্ত সদৰামিনৰ, অসম বুৰঞ্জী, ১৯৩০

### অন্যান্য গ্ৰন্থ

১। গুণাভিৰাম বৰুৱাৰ, অসম বুৰঞ্জী, ১৯৭২
২। তীৰ্থনাথ শৰ্মাৰ, আউনীআটী সত্ৰৰ বুৰঞ্জী, ১৯৭৫

৩। পদ্মনাথ গোহাঁই বৰুৱাৰ, অসম বুৰঞ্জী, ১৯৩৭
৪। বেণুধৰ শৰ্মাৰ, দক্ষিণপাট সত্ৰ, ১৯৬৭ , দুৰ্বৰীণ, ১৯৫১ , মণিৰাম দেৱান, ১৯৫০
৫। ভুবনচন্দ্ৰ সন্দিকৈৰ, পিয়লি ফুকন আৰু সেই সময়টো, ১৯৫৭
৬। সৰ্বানন্দ ৰাজকুমাৰৰ, ইতিহাসে সোঁৱৰা ছশটা বছৰ, ১৯৮০
৭। সুশীল কুমাৰ গগৈৰ, মাযামৰা সত্ৰ সমাজ, ১৯৮১
৮। সূৰ্য্যকুমাৰ ভূঞাৰ, কোঁৱৰ বিদ্ৰোহ, ১৯৫৬ , ৰাজেশ্বৰ সিংহ, ১৯৭৫
৯। হৰকান্ত সদৰামিনৰ, আত্মজীৱনী, ১৯৬০
১০। হিতেশ্বৰ বৰবৰুৱাৰ, আহোমৰ দিন, ১৯৮১
১১। হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী, ১৯৭২

**ENGLISH**

Baruah, B , *Weissalisa, 1977*
Barooah, N K , *David Scott in North-East India, 1970*
Baruah, G C , *Ahom Buranji, 1930*
Bannerjee, A C , *The Eastern Frontier of British India, 1946*
Barpujari, H K. *Assam in the Days of the Company, 1964*
Bhuyan, S K , *Anglo-Assamese Relations, 1950*
Dihingia, H , *Assam's Struggle Against British Rule, 1980*
Gogoi Lila, The Buranjis *Historical Literature of Assam, 1986*
Gogoi, P , *The Tai and the Tai Kingdoms, 1968*
Gohain, U N , *Assam Under the Ahoms, 1942*
Gait Edward, *History of Assam, 1926*
Lahiri, R M , *The Annexation of Assam, 1950*
Rajkhowa Benudhar, *A Short Account of Assam, 1915*
Wade, I P , *An Account of Assam, 1927*

## পৰিশিষ্ট (খ)

# ড° লীলা গগৈৰ ৰচনাৱলী

### বুৰঞ্জী

১। বুৰঞ্জীয়ে পৰশা নগৰ, ১৯৫৭
২। হেৰোৱা দিনৰ কথা, ১৯৫৭
৩। শৰাইঘাটৰ যুদ্ধৰ কথা, ১৯৭৭
৪। বেলি মাৰ গ'ল, ১৯৮৩
৫। বুৰঞ্জী সাহিত্য, ১৯৮৮
৬। বুৰঞ্জীয়ে কথা কয়, ১৯৯১

### সংস্কৃতি

৭। আহোম জাতি আৰু অসমীয়া সংস্কৃতি, ১৯৬১
৮। বিহু—এটি সমীক্ষা, ১৯৬৯
৯। টাই সংস্কৃতিৰ ৰূপৰেখা, ১৯৭১
১০। সাহিত্য-সংস্কৃতি-বুৰঞ্জী, ১৯৭২
১১। অসমৰ সংস্কৃতি, ১৯৮২

### লোক-সাহিত্য

১২। অসমীয়া লোক-গীত, ১৯৫৭
১৩। মণিৰাম দেৱানৰ গীত, ১৯৫৭
১৪। জোনবাই এ এটি তৰা দিয়া, ১৯৫৭
১৫। অসমীয়া লোক-সাহিত্যৰ ৰূপৰেখা, ১৯৬৮
১৬। বিহুগীত আৰু বনঘোষা, ১৯৬৯

### লঘু ৰচনা

১৭। কপলিং-ছিগা বেল, ১৯৫৯
১৮। বিৰ্যেৰিং চিঠি, ১৯৭৬
১৯। বৃকোদৰ বৰুৱাৰ বিয়া, প্ৰথম খণ্ড, ১৯৭৭
২০। বৃকোদৰ বৰুৱাৰ বিয়া, দ্বিতীয় খণ্ড, ১৯৭৭
২১। বিশেষ কি লিখিম, ১৯৭৮
২২। ঘেৰাঘেৰী বাছ, ১৯৮১
২৩। মুকলি চিঠি, ১৯৮৬

## গীত আৰু গীতি-কবিতা

২৪। গীতি-মালঞ্চ, ১৯৬৪
২৫। সোণালী, ১৯৭৮
২৬। জোনাকৰ গীত, ১৯৭৯

## শিশু-সাহিত্য

২৭। খঁৰা-শিয়ালৰ বিয়া, ১৯৫৪
২৮। সোণতৰা, ১৯৫৪
২৯। পোণাকণৰ সপোন, ১৯৫৫
৩০। অনুপম কোঁৱৰৰ সাধু, ১৯৫৯
৩১। লাচিত বৰফুকন, ১৯৬২
৩২। ৰংমনৰ কথা, ১৯৬৩
৩৩। জয়মতী কুঁৱৰী আৰু মলা গাভৰু, ১৯৬৩
৩৪। ভাৰতৰ কথা, ১৯৭২

## উপন্যাসিকা-উপন্যাস

৩৫। সৰগৰ মুকুতা, ১৯৫৭
৩৬। ডকাইত কোন, ১৯৫৭
৩৭। নীলাখামৰ চিঠি, ১৯৬৩
৩৮। নৈ বৈ যায়, ১৯৮৩

## প্ৰবন্ধ-সংকলন

৩৯। সাহিত্য-সংস্কৃতি বুৰঞ্জী, ১৯৭২
৪০। সাহিত্য : দুটিমান আলোচনা, ১৯৮৩
৪১। চিন্তাৰ স্বাক্ষৰ, ১৯৯১

## সংকলন আৰু সম্পাদনা

৪২। অসমীয়া সংস্কৃতি, ১৯৬৬
( হৰিপ্ৰসাদ নেওগৰে সৈতে যুটীয়াকৈ সম্পাদনা )
৪৩। অসমীয়া গ্ৰন্থপঞ্জী, ১৯৭২
( ড° কেশৱানন্দ গোস্বামীৰে সৈতে যুটীয়াকৈ সম্পাদনা )
৪৪। যতীন্দ্ৰনাথ দুৱৰা : কবি আৰু কবি-প্ৰতিভা, ১৯৮৭
( ড° নমিতা ডেকাৰে সৈতে যুটীয়াকৈ সম্পাদনা )
৪৫। আধুনিক অসমীয়া সাহিত্যৰ পৰিচয়, ১৯৯০

## পুৰণি পুথিৰ সম্পাদনা

৪৬। কুমৰ-হৰণ, ১৯৭২

৪৭। কালিয় দমন, ১৯৭২

৪৮। চোৰধৰা, ১৯৭২

## অনুবাদ

৪৯। বঙ্গৰ লোক-সংস্কৃতি, ১৯৮৩

## বিবিধ

৫০। সীমান্তৰ মাটি আৰু মানুহ, ১৯৬৩

## ইংৰাজী

৫১। *The Tai-Khamtis of North-East India, 1971*
( Revised and enlarged edition, 1990 )

৫২। The Buranjis *Historical Literature of Assam, 1986*

৫৩। *The History of the System of Ahom Administration, 1991*

# শুধৰণি

| পৃষ্ঠা | শাৰী | ছপা হৈছে | ছপা হব লাগিছিল |
|---|---|---|---|
| ৪ | ২১ | ম্‌হং | মহ্‌ং |
| ৯ | ২৩ | ভয়-কাও-ৰং | ডয়-কাও-ৰং |
| ১২ | ২০ | সি'টি | সি'চি |
| ১৫ | ৯ | মঙ্গোলীৰ | মঙ্গোলীয় |
| ২৪ | ৩০ | জোৰোৱা | জোৱোৱা |
| ২৮ | ১৯ | খেন | খেণ |
| ৩০ | ১৪ | চাওপ্‌লায়ে | চাওপ্‌লাই |
| ৩০ | ১৮ | আঁওঠি | আওঠি |
| ৩৪ | ১১ | যাঠিৰ | যাঠিৰ |
| ৩৬ | ৭ | চাওকানৰা'ড্‌ | চাওকানৰা'ড্‌ক |
| ৩৬ | ১৫ | লাইৰাংকক | লাইৰাংকাক |
| ৩৭ | ২৬ | চোঁচ্‌ | চোঁচ |
| ৩৮ | ১৬ | থ্‌ন্‌লং | থ্‌নল্‌ং |
| ৫৬ | ২৩ | সমস্মানে | সসস্মানে |
| ৬১ | ২ | স্‌দ্‌শ | সদ্‌শ |
| ৬৭ | ৯ | ৰাজাৰ | ৰজাৰ |
| ৬৭ | ১৪ | ফ্ৰাচেংমং | ফ্ৰাচেংম্‌ং |
| ৬৭ | ২৭ | কিছমান | কিছ্‌মান |
| ৬৮ | ২২ | ভুঞ্ছৰ | ভুঞিৰ |
| ৬৯ | ৪ | ব্যবস্থাই | ব্যৱস্থাই |
| ৭৩ | ১৯ | নাৰিল | পাৰিল |
| ৭৫ | ২১ | অশ্বাৰোহী | অশ্বাৰোহী |
| ৯৪ | ১০ | আহিল | আছিল |
| ৯৪ | ২৫ | বছৰছেৰেক | বছৰচেৰেক |
| ৯৪ | ২৫ | উও'ৰ | উত্তৰে |
| ৯৫ | ১৪ | গড়ভাঙি | গড় ভাঙি |
| ৯৬ | ১০ | মালবৈন্না | মালবৈন্না |
| ৯৬ | ১৮ | এই | তই |
| ৯৬ | ২৪ | উতে | উতৈ |
| ৯৬ | ২৬ | উতে | উতৈ |

| পৃষ্ঠা | শাৰী | ছপা হৈছে | ছপা হব লাগিছিল |
|---|---|---|---|
| ৯৭ | ৭ | চোমদেও | চোমদেওক |
| ৯৮ | ১ | থাওমংতাও | থাওমংতাও |
| ১০১ | ২৩ | দয়ো | দযো |
| ১১২ | ২৪ | চৰ্দাবে | চৰ্দাৰে |
| ১১৪ | ১১ | পাঠিয়ন | গাঠিয়ন |
| ১১৪ | ১১ | সেন্দশ | সন্দেশ |
| ১১৪ | ২৯ | অক্রমণ | আক্রমণ |
| ১২৩ | ২ | ৰওতহে | ৰওহহে |
| ১২৩ | ২৯ | পীৰতি | পীৰিতি |
| ১২৭ | ১৭ | ৰাওমং | থাওমং |
| ১২৭ | ২৪ | চিলাৰাই | চিলাৰায় |
| ১৩০ | ২৭ | স্বৰ্গদেও | স্বৰ্গদেও |
| ১৪৪ | ২১ | খলশালিয়েক | খংলশালিয়েক |
| ১৪৭ | ২১ | বংলি | বংলি |
| ১৪৮ | ৩ | নস্কৰ | লস্কৰ |
| ১৫৫ | ৪ | পিত | পিতৃ |
| ১৫৫ | ৫ | স্বৰ্গদেৱক | স্বৰ্গদেৱৰ |
| ১৬১ | ১ | তাগ্যে | ভাগ্যে |
| ১৬৫ | ১৯ | বাহিবে | বাহিৰে |
| ১৭৪ | ৩ | ৰজাব | ৰজাৰ |
| ১৭৪ | ২৬ | ৰজ্যৰ | ৰজাৰ |
| ১৭৮ | ৮ | ব্রহ্মপুত্রত | ব্রহ্মপুত্রক |
| ১৭৯ | ১৬ | নির্দেশ আছিল | নির্দেশ দি আছিল |
| ১৮০ | ২৪ | লাহদে | লাহদৈ |
| ১৮০ | ২৯ | ভেটিৰ | ভেটিৰ |
| ১৮৪ | ৩ | গাঁৱৰ | গাঁৱৰ |
| ১৮৮ | ১৯ | ৰক্ষাৰ | ৰখাৰ |
| ১৯৩ | ১০ | সমাশ্বিতে | সমশ্বিতে |
| ১৯৩ | ১৪ | বান্দিবলৈ | বান্ধিবলৈ |
| ১৯৩ | ১৬ | চৰহৈদেও | চৰাইদেও |
| ১৯৪ | ১০ | তেজত | তেজ |
| ১৯৪ | ২৫ | ৰদনাম | ৰদনাম |
| ১৯৫ | ১ | ফুটমানিয়াৰ | ফুটমানিয়াৰ |

| পৃষ্ঠা | শাৰী | ছপা হৈছে | ছপা হব লাগিছিল |
|---|---|---|---|
| ১৯৫ | ১ | ৰিষয়া | বিষয়া |
| ১৯৫ | ২ | মীনৰ | মীনৰ |
| ১৯৫ | ১০ | কিমান | কিমান |
| ১৯৫ | ২৬ | ৰজৰেকত | ৰছৰেকত |
| ১৯৬ | ১ | ৰেওধাই | দেওধাই |
| ১৯৬ | ২ | মেহন | মোহন |
| ১৯৬ | ২ | ধাইল্‌ং | ধাইল্‌ং |
| ২০০ | ১৯ | মাৰিবলৈ। জীবলৈ | মাৰিবলৈ-জীবলৈ |
| ২০৫ | ১১ | নিজৰ | নিজৰ |
| ২০৫ | ১৩ | কাৰিৰ | কাৰিৰ |
| ২০৭ | ১৬ | কুকুৰোৰ | কুকুৰে |
| ২০৭ | ২২ | কোৰত | কোবত |
| ২০৭ | ২৭ | বৰ্‌ৰাক | বৰ্‌ৰাক |
| ২০৮ | ১২ | যদুদেৰ | যদুধৰ |
| ২০৯ | ১৭ | যাইলৈ | যাবলৈ |
| ২০৯ | ২৫ | সৈনা | সৈন্য |
| ২১৪ | ২৬ | চামধৰী | চামধৰা |
| ২২৪ | ২৩ | সূৰ্য | সূৰ্য্য |
| ২২৫ | ৬ | নিদাযৰ | নিদাঘৰ |
| ২৩৩ | ২৯ | তিনজনৰ | তিনিজনৰ |
| ২৩৪ | ৩ | তিনজন আৰু | তিনিজন আৰু |